# হিতেশ্বৰ বৰবৰুৱাৰ কবিমানস



॥ পটভূমি ॥

## আধুনিক অসমীয়া কাব্য আৰু ছনেট




ড° পূর্ণানন্দ শইকীয়া

# HITESWAR BORBARUAR KAVIMANAS

*A Critical Study in Assamese on the Poetry of Hiteswar Borbarua, the most prominent Literary Epic writer and Sonneteer in the Background of these two genres of poetry in the modern Assamese Literature* by **Dr Purnananda Saikia** (*Mukta Bhavan Kushal Nagar Guwahati 21 Assam*)


*First Published* 1987

*Price* **Rs 45 00 only**

প্ৰকাশিকা শ্ৰীমতী খগেশ্বৰী শইকীয়া
মুক্তা ভৱন কুশাল নগৰ
গুৱাহাটী ২১

প্ৰথম প্ৰকাশ ১৯৮৭

মূল্য ৪৫ ০০ টকা মাত্ৰ

বেটুপাতৰ শিল্পী শ্ৰীত্ৰৈলোক্য দত্ত

ছপাশাল হেমকোষ প্ৰেচনাৰ্চ
জু নাৰেঙ্গী ৰড
গুৱাহাটী—২১



কবি হিতেশ্বৰ বৰবৰুৱা

জন্ম—খ্ৰী. ১৮৭৬ ১৩ জানুৱাৰী

মৃত্যু—খ্ৰী. ১৯৩৯ ৪ জানুৱাৰী

# উচৰ্গা

যি
দুজনাৰ
জীৱনজোৰা
কষ্ট, ত্যাগ, যত্ন
আৰু আশীষৰ ফলত
জ্ঞান-বাটিৰ এবাটি গোহৰ
পাবলৈ সক্ষম হৈছিলোঁ।
সেই দুজনা পিতৃ মাতৃ
৺সোমেশ্বৰ শইকীয়া
আৰু
৺প্ৰমীলা শইকীয়াৰ
পবিত্ৰ স্মৃতিত হিয়াৰ অঞ্জলি
এই গ্ৰন্থখনি উচৰ্গা কৰিলোঁ।

## মহীয়সী কবি নলিনীবালা দেৱীৰ আশীষ

### নিৰ্ম্মালি

ওঁ

পৰম কল্যাণীয় মৰমৰ পূৰ্ণ।

জয়জয়তে মোৰ স্নেহাসিক্ত অভিনন্দন গ্ৰহণ কৰিবা। তোমাৰ গৌৰৱময় সফলতাত কিমান যে আনন্দ আৰু গৌৰৱ অনুভৱ কৰিছোঁ সেই কথা লিখি জনোৱাৰ ভাষা নাই। মৰমৰ জনৰ গৌৰৱ সফলতাত এই স্নেহাসিক্ত হিয়াখনে যে কিমান তৃপ্তি পায় সেই কথা অনুভৱ কৰা জনেহে জানে। লগতে স্বৰ্গগত লোকাত কবিজনৰ আত্মাই তৰ্পণ পোৱা বাবে আৰু এটি ঐশ্বৰিক আনন্দই হিয়াত ঠাই পাইছে। স্বৰ্গগত কবিৰ 'অনুভূতিবোৰ যি জনে কাঁহিয়াই চাই বিলাই দিব পাৰিছে সেইজনেও অশৰীৰী অমৰ আত্মাৰ অশৰীৰী তীব্ৰ অনুপ্ৰেৰণা লাভ নকৰাকৈ নাথাকে। তোমাৰ গৌৰৱময় সফলতাৰ ইও এটা হেতু বুলি ভাবিবা। ভগৱানৰ কৃপাত ঐকান্তিক সাধনাৰ ফলত জন্মান্তৰৰ কিছুমান তীব্ৰ অনুভূতিৰ লগত চিনাকি হৈছোঁ —চিৰ সুন্দৰৰ সুন্দৰ ভুবনত একো বস্তুৰে বিনাশ নাই। কবিয়ে এই সুন্দৰ অনুভূতিবোৰ অনুভৱ কৰে। কবিগুৰুৰ ভাষাত :—

মৰিতে চাহিনা আমি সুন্দৰ ভুবনে
মানুষেৰ মাঝে আমি বাঁচিবাৰে চাই।'

কবিৰ অনুভূতি সকলোৰে মাজত বিয়পি যায়। সৰ্ব্ব সত্তাত প্ৰভাৱ বিস্তাৰ কৰে। তুমি এটি মহান প্ৰভাৱত প্ৰভাৱান্বিত হৈহে এই সন্মানৰ সফলতা লাভ কৰিব পাৰিছা। তোমাৰ চিন্তা তোমাৰ কৰ্ম্ম আৰু বহুত অজ্ঞাত সত্তাই কাম কৰি আছে। মই তোমাক মনে-প্ৰাণে আশীৰ্ব্বাদ কৰিছোঁ। তোমাৰ সাধনাই সফলতা লাভ কৰক। তোমাৰ পৰিয়ালৰ গোটেইখিনিলৈ মোৰ হিয়াভৰা মৰম আৰু আশীৰ্ব্বাদ—

তোমাৰ আইতা

গুৱাহাটী
ইং ২৮ জুন ১৯৭৭

[signature]

---

* আমাৰ গৱেষণা সাফল্যত আশীষ যাচি পদ্মশ্ৰী নলিনীবালা দেৱী আইতাই পঠোৱা চিঠিখনি হুবহু ছপাই স্বৰ্গগত আত্মাৰ চিৰশান্তি কামনা কৰিলোঁ। ●—লিখক—

# ॥ বাট্‌চ'ৰা ॥

ড° সত্যেন্দ্ৰনাথ শৰ্মা
প্ৰাক্তন ৰবীন্দ্ৰ অধ্যাপক গুৱাহাটী বিশ্ববিদ্যালয়

ড° পূৰ্ণানন্দ শইকীয়া অসমীয়া সাহিত্যত অপৰিচিত নাম নহয়। 'আকাশবাণী'ৰ নাট্য বিভাগেও ড° শইকীয়াৰ কেবাখন অভিযাজিত নাট প্ৰচাৰ কৰিছে আৰু শ্ৰোতাৰ পৰাও প্ৰশংসা লাভ কৰিছে। পৰিকল্পিত মহাপুৰুষ শংকৰদেৱ সম্পৰ্কে চিনেমাৰ কাহিনী ৰচনাতো শইকীয়াৰ অৱদান আছে। বৰ্তমান ড° শইকীয়া গুৱাহাটী কমাৰ্চ মহাবিদ্যালয়ৰ ইংৰাজী বিভাগৰ প্ৰধান অধ্যাপক। ড° শইকীয়াক অসমীয়া সাহিত্যৰ চৰ্চাৰ প্ৰতি থাউতি জন্মোৱাত আওপকীয়াভাৱে হলেও আমাৰো কিছু বৰঙণি আছে। সেই কাৰণেই ড° শইকীয়াৰ সাহিত্যিক সফলত আনন্দ লাভ কৰো।। এই গ্ৰন্থখন লেখক শইকীয়াৰ ইংৰাজীত লিখা পি-এইচ্. ডি উপাধিৰ কাৰণে দাখিল কৰা গৱেষণা গ্ৰন্থৰ যথাযথ নহলেও মোটামুটিভাৱে তাৰেই অসমীয়া ৰূপান্তৰ। শইকীয়াই যেতিয়া মোৰ ওচৰলৈ গৱেষণাৰ বিষয় বিচাৰি ১৯৭২ চনত আহে তেতিয়া মই অসমীয়া সাহিত্যৰ সুপুষ্পিত জোনাকী যুগৰ অন্যতম মহাৰথী ৺হিতেশ্বৰ বৰবৰুৱাৰ প্ৰতিভা আৰু ৰচনাৱলী সম্পৰ্কে এখন সৰ্বাত্মক গৱেষণাগ্ৰন্থ প্ৰস্তুত কৰিবলৈ কওঁ। ৺বৰবৰুৱাৰ ভালেখিনি গ্ৰন্থ দুষ্প্ৰাপ্য হৈ পৰাত আৰু দুই এজন তেওঁৰ বন্ধুৱে উক্ত বিষয়ৰ ওপৰত পি এইচ ডি ৰ উপযোগী গৱেষণা গ্ৰন্থ প্ৰস্তুত হব নে নহয় সন্দেহ প্ৰকাশ কৰাত প্ৰথম অৱস্থাত শইকীয়াই কিছু নিৰুৎসাহ অনুভৱ কৰিছিল, কিন্তু মই দৃঢ়ভাৱে কোৱাত আৰু নিজেও বিষয় বস্তুৰ ভিতৰত প্ৰৱেশ কৰি গভীৰ প্ৰতীতি জন্মাত কাৰত আগবাঢ়ি অচিৰেই উদ্দেশ্যত সফলতা লাভ কৰিবলৈ সক্ষম হয়। ড° শইকীয়াই এই গ্ৰন্থত ৺বৰবৰুৱাৰ সাহিত্যৰ সকলো দিশ সামৰি লোৱাৰ উপৰিও ব্যক্তিগত জীৱনী সাহিত্যত তাৰ প্ৰভাৱ তেওঁ লাভ কৰা পৰিৱেশ আৰু পটভূমি তেওঁৰ ৰচনাৰ বৈশিষ্ট্য আৰু অসমীয়া সাহিত্যত তাৰ স্থান তেওঁৰ কবিপ্ৰতিভা আদি প্ৰয়োজনীয় সকলো কথা আলোচনা কৰিছে। এগৰাকী পৰীক্ষকেও শইকীয়াৰ ইংৰাজী গৱেষণা গ্ৰন্থখন অসমীয়াত প্ৰকাশ কৰিবলৈ বাৰে বাৰে সকিয়াই দিছিল। অসমীয়া সাহিত্যলৈ হিতেশ্বৰ বৰবৰুৱাৰ অৱদান সম্পৰ্কে এই গ্ৰন্থই পাহৰিবলৈ উপক্ৰম কৰা সাহিত্য মহাৰথীজনক নতুন জীৱন দিলে বুলি কব পাৰি। অসমীয়া বিদ্বৎ সমাজে গ্ৰন্থখন আদৰি লব বুলি আশা কৰিলো।।

শ্ৰীসত্যেন্দ্ৰনাথ শৰ্মা

২২।৫।৮৭
প্ৰাক্তন ৰবীন্দ্ৰ অধ্যাপক
গুৱাহাটী বিশ্ববিদ্যালয়।

# লেখকৰ একামাৰ

## (গৱেষণা আৰু গ্ৰন্থ-প্ৰকাশৰ অন্তৰালত)

"কিন্তু যশ। তুমি কৃপা কৰা যি নৰক
অমৰত্ব কৰি লাভ তোমাৰ কৃপাত
চিৰজীৱী হয় জিতো উপেক্ষি কালক।
মৃত্যুৰ পাছতো কৰা নৰক অমৰ
অমৰণ যশ। তুমি মৰ জগতৰ॥

('যশ' বৰবৰুৱাৰ মালচৰ পৰা)

আধুনিক অসমীয়া কাব্য আৰু ছনেট[1] বুলিলে প্ৰকৃতাৰ্থত কবি হিতেশ্বৰ বৰবৰুৱাৰ কাব্য ছনেটৰ কথাকে আমাৰ মনলৈ আহে। কবি বৰবৰুৱাৰ পূৰ্ববৰ্তী কবি সকলে কাব্য আৰু ছনেট ৰচনা কৰিলেও একক প্ৰচেষ্টাৰে তেওঁলোকে এই কাৰ্য্যত হাত দিয়া নাছিল। সেয়েহে আধুনিক অসমীয়া কাব্য ছনেটৰ ইতিহাসত হিতেশ্বৰ বৰবৰুৱাৰ প্ৰকৃত স্থান নিৰ্ণায়ক এটি গৱেষণাৰ কাম আমি হাতত লওঁ গুৱাহাটী বিশ্ববিদ্যালয়ৰ ভূতপূৰ্ব ৰবীন্দ্ৰ-অধ্যাপক ড সত্যেন্দ্ৰনাথ শৰ্মাদেৱৰ তত্বাৱধানত। গৱেষণাৰ বিষয় নিৰ্ব্বাচনৰ বাবে এদিন (১৯৭২ খৃষ্টাব্দত) ড° শৰ্মাৰ কাষ চাপিছিলোঁ। তেখেতে গভীৰভাৱে চিন্তা কৰি আমাক ক'লে : তুমি কবি হিতেশ্বৰ বৰবৰুৱাৰ কাব্য আৰু ছনেটখিনিৰ ওপৰত গৱেষণা কৰা। কিতাপবোৰ পাবলৈ নাই। তথাপি এই প্ৰখ্যাত কবিজনাৰ প্ৰতিভা পোহৰলৈ আনিব লাগে। প্ৰকৃত গৱেষণাৰ উদ্দেশ্যও এয়ে।" গুৱাহাটীৰ বিভিন্ন পুথি ভঁৰাল চলাথ কৰি অসমৰ ভালেকেইজন প্ৰখ্যাত ব্যক্তিৰ লগত যোগাযোগ কৰি বৰবৰুৱাৰ কাব্য ছনেটৰ পুথিখিনি সংগ্ৰহ কৰিব নোৱাৰি হতাশ হৈ ড শৰ্মাদেৱৰ ওচৰলৈ এদিন গলোঁ—বিষয়টোকে সলনি কৰি পেলাবৰ বাবে। কিন্তু শৰ্মাদেৱে আমাক বঢ়াই বুজাই বিষয়টোৰ গুৰুত্ব পুনৰ দোহাৰিলে আৰু কবি হিতেশ্বৰ বৰবৰুৱাৰ ভতিজা পৰম শ্ৰদ্ধেয় শশী বৰবৰুৱালৈ এখনি চিঠি লিখি আমাক যোৰহাটলৈ পঠালে। গৱেষণাৰ প্ৰাৰম্ভণি হ'ল শ্ৰীমন্ত শংকৰদেৱ সংঘৰ প্ৰাক্তন পদাধিকাৰ আমাৰ শিক্ষাগুৰু সোণাৰাম চুতীয়াৰ বাসভৱনত। তেখেতে কেইবা দিন কেইবা ৰাতি, আমাক উপদেশ—নিৰ্দেশ দিয়া

---

১। ছনেট শব্দৰ প্ৰকৃত প্ৰতিশব্দ চতুৰ্দ্দশপদী কবিতা নহয় বুলি গৱেষক পণ্ডিতসকলে মত পোষণ কৰিছে। সেয়ে আমি আমাৰ গ্ৰন্থতো এই নামকে ৰাখিছোঁ।

ভক্তিভাৱেৰে গৱেষণা কাৰ্য্যত ইন্ধন যোগালে। শ্ৰদ্ধেয় শশী বৰবৰুৱাদেৱে কবি হিতেশ্বৰ বৰবৰুৱাদেৱৰ সকচৰাই খাটত থকা বাসভৱনলৈ আমাক লৈ গ'ল আৰু কবিৰ জ্যেষ্ঠপুত্ৰ নলিনী বৰবৰুৱাক ক'লে [illegible] টোপৰ [illegible] সমাই আনা। দেখিলো— বঙা কাপোৰেৰে মেৰিয়াই বান্ধি থোৱা এটা টোপোলা। কাপোৰৰ বান্ধ খোলাত চকুত পৰিল হিতেশ্বৰ বৰবৰুৱাৰ পুৰণি এলাহ্নকলীয়া কাব্য আঁকি ছনেটৰ—প্ৰথম সংস্কৰণৰ পুথিখিনি। প্ৰতিখন গ্ৰন্থৰ মাথোন একোটিকৈ কপি হে আছে। স্বাভাৱিকতে এই আপুৰুগীয়া গ্ৰন্থখিনি আমাক এৰি দিবলৈ টান পাবৰ কথা হ'লেও ড শৰ্ম্মাদেৱৰ চিঠিৰ প্ৰভাৱত আৰু আমাৰ আন্তৰিক প্ৰচেষ্টাত বিমুগ্ধ হৈ শশী বৰবৰুৱা আৰু নলিনী বৰবৰুৱা দুয়োজনে পৰামৰ্শ কৰি অতি বিশ্বাসেৰে গ্ৰন্থখিনি আমাক মাত্ৰ দুমাহ মানৰ বাবে এৰি দিয়ে। তেখেতসকলৰ এই কৃপানুগ্ৰহ নোপোৱা হ'লে আমাৰ গৱেষণাকাৰ্য্য সম্ভৱপৰ নহ'লহেঁতেন। এই মহানুভৱতাৰ বাবে তেখেতসকল দুয়োজনৰ ওচৰত আমি চিৰকৃতজ্ঞ।

গ্ৰন্থখিনি যোগাৰ হ'লেও হিতেশ্বৰ বৰবৰুৱাৰ জীৱনী আৰু ব্যক্তিত্বৰ বিষয়ে সমল গোটোৱা সহজ কথা নাছিল। এই উদ্দেশ্যে আমি কবি বৰবৰুৱাৰ ৰবজোৱাই অৱসৰপ্ৰাপ্ত জিলা ন্যায়াধীশ শ্ৰদ্ধেয় উমাকান্ত গোঁহাইদেৱক লগ ধৰিবলৈ নগাওঁ পালোগৈ। আমাৰ প্ৰয়াসত অতিশয় আনন্দিত হৈ শ্ৰদ্ধেয় গোঁহাইদেৱে নিজহাতে লিখি কবি বৰবৰুৱাৰ এটি চমু জীৱনী যুগুত কৰি আমালৈ পঠালে। গোঁহাইদেৱৰ এই প্ৰবন্ধটিয়ে বৰবৰুৱাৰ কবি মানসৰ স্বৰূপ নিৰ্ণয় কৰাত আমাক অশেষ সহায় কৰিছে আৰু এই মহান উপকাৰৰ বাবে আমি তেখেতৰ ওচৰত চিৰকৃতজ্ঞ।

কবি বৰবৰুৱাৰ সম্পূৰ্ণ আত্মজীৱনীৰ কিছু অংশ একালৰ আহোম ছাত্ৰ ফেডাৰেচনৰ মুখপত্ৰ সংগ্ৰামৰ দুটি সংখ্যাত ধাৰাবাহিকভাৱে প্ৰকাশ পাইছিল। এই আলোচনীখনৰ কপি বিচাৰি বহুতলৈ চিঠি পত্ৰ লিখি সঁহাৰি নাপাই আমি হতাশ হব লগাও হৈছিল। অৱশেষত গুৱাহাটী বিশ্ববিদ্যালয়ৰ প্ৰাক্তন ৰীডাৰ ড পদ্মেশ্বৰ গগৈৰ ওচৰ চাপো। ড গগৈদেৱে সযতনে ৰখা সংগ্ৰামৰ দুটি কপি আমাক দিয়াত তাৰ আলমতে আমি কবি বৰবৰুৱাৰ জীৱনীৰ বহুখিনি আভাস পাবলৈ সক্ষম হওঁ। এইৰূপ আপুৰুগীয়া উপকাৰৰ বাবে আমি ড পদ্মেশ্বৰ গগৈদেৱৰ ওচৰত কৃতজ্ঞ।

কবি বৰবৰুৱাৰ একালৰ অন্তৰঙ্গ বন্ধু প্ৰখ্যাত বুৰঞ্জীবিদ বেণুধৰ শৰ্ম্মাদেৱৰ ওচৰলৈ কেইবাৰাবো গলো। শৰ্ম্মাদেৱে তেখেতৰ নাটকীয় ভঙ্গীত কবি বৰবৰুৱাৰ বিষয়ে যি জানিছিল তাৰ এটি খুলমূল আভাস আমাক দিয়ে যাৰ ফলত কবি বৰবৰুৱাৰ ব্যক্তিত্ব উপলব্ধি কৰাত কিছু সহজ হৈ পৰে বহুমূলীয়া পৰামৰ্শৰ বাবে শৰ্ম্মাদেৱৰ ওচৰত আমি চিৰঋণী।

অক্লান্ত পৰিশ্ৰমৰ ফল স্বৰূপে আমাৰ ইংৰাজী গ্ৰন্থখনি ১৯৭৬ খ্ৰীষ্টাব্দৰ ১৩ মে তাৰিখে যুগুত হৈ উঠিল। হঠাতে ১৪ মে তাৰিখে আমি অসুস্থ হৈ পৰাত গুৱাহাটী

মেডিকেল কলেজ হস্পিতেলত ভৰ্ত্তি হ'বলগা হয়। অসুস্থতাৰ হেতু আমি নিজে গ্ৰন্থখনি পৰীক্ষাৰ বাবে বিশ্ববিদ্যালয়ত দাখিল কৰিবলৈ অসমৰ্থ হৈ পৰাত [illegible] গুৰুদেৱ ড সত্যেন্দ্ৰনাথ শৰ্মাদেৱে নিজৰ গাঁঠিৰ ধনেৰে গ্ৰন্থখনি দাখিল কৰি [illegible] প্ৰতি যি স্নেহ প্ৰদৰ্শন কৰিলে তাক আমি ভাষাৰে প্ৰকাশ কৰিব নোৱাৰোঁ। আমাৰ ইংৰাজী গ্ৰন্থখনিৰ নামকৰণ কৰা হয় 'A study on Hiteswar Bor Bo[illegible] His Mind and Art (With special Reference to the Growth of Sonnets and Epic Poetry in Assamese)'। আমাৰ গ্ৰন্থখনিৰ পৰীক্ষকমণ্ডলীত আছিল—কলিকতা বিশ্ববিদ্যালয়ৰ শৰৎচন্দ্ৰ অধ্যাপক আৰু বঙলা বিভাগৰ অধ্যক্ষ ড অসিতকুমাৰ বন্দ্যোপাধ্যায়, পাটনা বিশ্ববিদ্যালয়ৰ ভূতপূৰ্ব উপাচাৰ্য্য প্ৰফেচাৰ ডিঃ এন শৰ্মা আৰু গুৱাহাটী বিশ্ববিদ্যালয়ৰ প্ৰবীণ অধ্যাপক ড° সত্যেন্দ্ৰনাথ শৰ্মা। পৰীক্ষক মণ্ডলীৰ প্ৰশংসিত অনুমোদন সাপেক্ষে উক্ত গ্ৰন্থখনিৰ বাবে গুৱাহাটী বিশ্ববিদ্যালয়ে আমাক পি-এইচ ডি প্ৰদানেৰে গৌৰবান্বিত কৰিছে। পৰীক্ষকমণ্ডলীৰ ওচৰত আমাৰ সশ্ৰদ্ধ প্ৰণাম যাচিছোঁ।

আমাৰ মৌখিক পৰীক্ষাৰ (Viva Voce Test) বাবে অহা কলিকতা বিশ্ববিদ্যালয়ৰ ড অসিত কুমাৰ বন্দোপাধ্যায় মহোদয়ে আমাৰ ইংৰাজী গ্ৰন্থখনিৰ অসমীয়া সংস্কৰণ এটি অচিৰে প্ৰকাশ কৰিবলৈ বাৰে বাৰে সকিয়াই দিয়ে। এই উপদেশ অনুযায়ী এই অসমীয়া সংস্কৰণ হিতেশ্বৰ বৰবৰুৱাৰ কবিমানস যুগুত কৰা হ'ল। মূল ভেটি একেটা হ'লেও অসমীয়া এই সংস্কৰণটি ইংৰাজী সংস্কৰণৰ অবিকল অনুবাদ নহয়। বিশেষকৈ, হিতেশ্বৰ বৰবৰুৱাৰ গদ্য সাহিত্যৰ বিস্তৃত আলোচনা এই গ্ৰন্থত বাদ পৰিছে।

অসমীয়া গ্ৰন্থখনিৰ আন এটি উল্লেখযোগ্য কথা হ'ল—আধুনিক অসমীয়া কাব্য আৰু ছনেটৰ পটভূমি নিৰ্মাণ কৰোঁতে ইংৰাজী গ্ৰন্থখনিৰ সমল বিস্তৃত কৰি উদ্ধৃতি সহ দাঙি ধৰা হৈছে। ইংৰাজী আৰু বঙলা সাহিত্যৰ কাব্য ছনেটৰ ঐতিহাসিক পৰম্পৰা দেখুৱাওঁতেও উদ্ধৃতিৰ আশ্ৰয় লোৱা হৈছে। আশা কৰা হৈছে—এই গ্ৰন্থখনিয়ে সাহিত্যিক মহাকাব্য আৰু ছনেট—এই দুই কলাৰ আঙ্গিক বিষয়বস্তু আৰু দৰ্শনৰ ওপৰতো এটি পূৰ্ণমূল আভাস দিব। গ্ৰন্থৰ মূল বিষয় হৈছে আধুনিক অসমীয়া কাব্য আৰু ছনেটৰ পটভূমিত হিতেশ্বৰ বৰবৰুৱাৰ কবিমানসৰ বিস্তৃত আলোচনা।

আমাৰ অজ্ঞতাৰ হেতু গ্ৰন্থখনিত ৰৈ যোৱা ভুল ত্ৰুটিৰ বাবে সহৃদয় পাঠক পাঠিকাৰ ওচৰত ক্ষমা প্ৰাৰ্থনা কৰিছোঁ। অসমীয়া সাহিত্যলৈ যৎসামান্য বৰঙণি বুলি সুধী সমাজে গ্ৰন্থখনি আদৰি ল'লে আমাৰ শ্ৰম সাৰ্থক হ'ব।

গুৱাহাটী<br>
ই, ২৯।৭।৮৭

# ॥ কৃতজ্ঞতাৰ শৰাই ॥

আমাৰ গৱেষণা কাৰ্য্যত আগবঢ়োৱা বলিষ্ঠ নিৰ্দ্দেশনা আমাৰ বিপদ কালত জনোৱা পিতৃবৎ স্নেহ অসমীয়া সংস্কৰণটিৰ প্ৰকাশনত যচা বুদ্ধি পৰামৰ্শ আৰু বাট চৰা লিখি অশেষ উদগনি দিয়াৰ বাবে আমাৰ গুৰুদেৱ ড সত্যেন্দ্ৰ নাথ শৰ্মাৰ ওচৰত আমি চিৰঋণী।

গ্ৰন্থৰ বেটুপাত অঙ্কন কৰি গ্ৰন্থখনি সৰ্ব্বাঙ্গসুন্দৰ কৰাত আৱশ্যকীয় দিহা পৰামৰ্শ দিয়াৰ বাবে প্ৰখ্যাত চিত্ৰশিল্পী শ্ৰীত্ৰৈলোক্য দত্তলৈ হিয়াভৰা শলাগ জনাওঁ।

গ্ৰন্থখনি প্ৰকাশত উদগনি দিয়া ব্যক্তিসকলৰ ভিতৰত শ্ৰীগিৰীন ফুকন আৰু ম আব্দুল মত্তলিকৰ নাম বিশেষভাৱে উল্লেখযোগ্য। এখেতসকললৈ আন্তৰিক শলাগ যাচিছোঁ।

আমাৰ সহধৰ্ম্মিনী শ্ৰীমতী খগেশ্বৰী শইকীয়াই অশেষ কষ্ট কৰি হিতেশ্বৰ বৰবৰুৱাৰ সমুদায় দুষ্প্ৰাপ্য গ্ৰন্থ গৱেষণাৰ বাবে কপি কৰি দি আমাক বিশেষ সহায় কৰিছে। অসমীয়া গ্ৰন্থখনি প্ৰকাশতো তেওঁ আগ ভাগ লৈছে। গৱেষণাৰ সাফল্য আৰু গ্ৰন্থ প্ৰকাশৰ বাবে যি কণা আনন্দ লভিছো আমাৰ সহধৰ্ম্মিনীও তাৰ সমভাগিনী।

আমাৰ অতি মৰমৰ ছাত্ৰদ্বয়—শ্ৰীমান দেৱজিৎ বেজবৰুৱা আৰু শ্ৰীমান উপেন গগৈৰ আশাতুধীয়া প্ৰচেষ্টাৰ অবিহনে গ্ৰন্থখনি ছপাশাল পাওঁতে আৰু পলম হ লহেঁতেন। উদ্যোগী ছাত্ৰ দুজনাৰ ভৱিষ্যৎ মঙ্গলময় হওক—ভগৱানৰ ওচৰত প্ৰাৰ্থনা জনাওঁ।

আমাৰ বৰ পুত্ৰ শ্ৰীমান কৃষ্ণানন্দ শইকীয়া এটি সুন্দৰ মনৰ অধিকাৰী। তেওঁৰ নেৰাপেৰা যত্ন আৰু উৎসাহ নোহোৱা হলে গ্ৰন্থখনিয়ে পোহৰ দেখা নাপালেহেঁতেন। আমাৰ মাজু পুত্ৰ শ্ৰীমান হৃদয়ানন্দ শইকীয়াই ছপাশালৰ লগত যোগাযোগ ৰক্ষা কৰি গ্ৰন্থ প্ৰকাশত যথেষ্ট কষ্ট কৰিছে। দুয়োলৈকে হিয়াভৰা আশীষ জনাওঁ।

হেমকোষ ষ্টেচনাৰ্চৰ শ্ৰীবাসুদেৱ হালদাৰ (ৰাও) প্ৰমুখ্যে কৰ্ম্মীবৃন্দৰ কৰ্ম্ম তৎপৰতাৰ বাবে আন্তৰিক ধন্যবাদ জ্ঞাপন কৰিছো।

—লিখক

ই ২৭।৭।৮৭

# সূচীপত্ৰ

## চতুৰ্থ অধ্যায়



## পঞ্চম অধ্যায়



## ষষ্ঠ অধ্যায়



## সামৰণি মন্তব্য

## প্ৰথম অধ্যায়

# উপক্ৰমণিকা

আধুনিক অসমীয়া কাব্য-ছন্দৰ আকাশত যি কেইটি জ্যোতিষ্কই বিমল কিৰণ বিলাই গৈছে তাৰ ভিতৰত কবি হিতেশ্বৰ বৰবৰুৱাৰ (১৮৭৬—১৯৩৯) স্থান সুনিৰ্দিষ্ট। দেশ কালৰ সামাজিক তথা ৰাজনৈতিক বৈসাদৃশ্যৰ মাজত এই কথা অন স্বীকাৰ্য্য যে আধুনিক অসমীয়া সাহিত্যত বৰবৰুৱাৰ স্থান ইংৰাজী সাহিত্যত মিল্টনৰ আৰু বঙলা সাহিত্যত মধুসূদনৰ স্থানৰ সদৃশ। নব্য নবন্যাসৰ যি কেইটি ধাৰাই আধুনিক অসমীয়া সাহিত্যৰ সৃষ্টি কৰিছে তাৰ ভিতৰত কাব্য আৰু ছন্দৰ ধাৰা বৰবৰুৱাৰ বাবে আহুতীয়া হৈ ৰল। বৰবৰুৱাৰ এই বৈশিষ্ট্য তেওঁৰ নিজৰ কথাতে প্ৰকাশ পাইছে :

ছাত্ৰ অৱস্থাত মোৰ বাহিৰা কিতাপ পঢ়াত বৰ ধাউতি আছিল। তেতিয়া জোনাকী আৰু বিজুলী ৰ দিন। তেতিয়া আমাৰ মাজত এনে এটা মত আছিল যে অসমীয়া ভাষা বৰ কঠুৱা — কবিতাৰ (বিশেষকৈ কাব্যৰ) উপযোগী নহয়। মই ভাবিলোঁ যে চেষ্টা কৰিলে নিশ্চয় অসমীয়া ভাষাতো কাব্য লিখিব পৰা হব। সেই উদ্দেশ্য লৈয়েই মই কাব্য আৰু কবিতা (চনেট ইত্যাদি) লিখিবলৈ আৰম্ভ কৰিলোঁ। [১]

অসমৰ সামাজিক তথা ৰাজনৈতিক পটভূমিত নব্য নবন্যাস আন্দোলনৰ প্ৰভাতী কাত হিতেশ্বৰ বৰবৰুৱাৰ কাব্য প্ৰতিভাৰ বৈশিষ্ট্য বিচাৰ কৰাই হল এই গ্ৰন্থৰ মূল উদ্দেশ্য। এই বৈশিষ্ট্যৰ পূৰ্ব্বাভাস হিচাবে বৰবৰুৱাৰ সমসাময়িক কেই গৰাকীমান পণ্ডিতৰ মন্তব্য এই প্ৰসঙ্গতে দাঙি ধৰিছোঁ। পণ্ডিত হেমচন্দ্ৰ গোস্বামীয়ে বৰবৰুৱালৈ লিখিছিল I have no hesitation in saying that your language is a new departure in Assamese blank verse and I fully approve of your style The modern Assamese literature is very poor in kavyas and I am really glad to see that you have turned your attention to that department (২) অসমৰ এগৰাকী প্ৰখ্যাত কবি দুৰ্গেশ্বৰ শৰ্মাই বৰবৰুৱালৈ এনেদৰে লিখিছিল Even the casual readers cannot fail to be impressed with your (Hiteswar s) flow and originality

(১) ই ২ ৯৩৪ তাৰিখে কবি বৰবৰুৱাই সুপ্ৰসিদ্ধ কবি আৰু সমালোচক ডিম্বেশ্বৰ নেওগলৈ লিখা এখন চিঠিৰ অংশ বিশেষ। চিঠিখনি বৰবৰুৱাৰ হস্তলেখাতে উদ্ধাৰ কৰা হৈছে।

These are the two elements that distinguish poetry from verse [৩] অসমৰ আন এজন প্ৰথিতযশা সাহিত্যিক পদ্মধৰ চলিহাৰ মন্তব্য এনে ধৰণৰ One cannot but be struck with the ease the spontaneity and the lyrical beauty of your (Hiteswar s) poetical pieces [৪]

নিজৰ জীৱন কালতে এনে ভূয়সী প্ৰশংসা লাভ কৰা কবি বৰবৰুৱা জন মানসৰ পৰা হেৰাই পৰে আৰু তাৰ কাৰণবোৰ সুস্পষ্ট। ওঠৰ আৰু উনৈশ শতিকাৰ সাহিত্যিক মহাকাব্য (Literary Epics) আৰু ছনেটৰ (Sonnets) যি প্ৰাচুৰ্য্য সি কুৰি শতিকাৰ আৰম্ভণিৰ লগে লগে ৰোমাণ্টিক গীতি কবিতা আৰু চুটি গল্পৰ কাষত নিষ্প্ৰভ হৈ পৰে। পশ্চিমীয়া সাহিত্যিক মহাকাব্য আৰু ছনেটৰ স্মৃতি প্ৰতিবেশী বঙলা সাহিত্যৰ মাজেদি অসমীয়া সাহিত্যত প্ৰবেশ কৰে আৰু কবি বৰবৰুৱাৰ প্ৰতিভাৰ কৰটিত হৈ উজ্জলি উঠে। কুৰি শতিকাৰ পঢ়ুৱৈ সমাজৰ পৰা এই দুবিধ কাব্য আৰু কবিতাই সমাদৰ নোপোৱাৰ ফল স্বৰূপে সাময়িক ভাৱে বিস্মৃতিৰ বুকুত লুকাই পৰা হিতেশ্বৰ বৰবৰুৱাৰ কাব্য প্ৰতিভাৰ প্ৰকৃত মূল্যায়ন হোৱা নাই। বৰবৰুৱাৰ কাব্য আৰু ছনেটৰ পুথি কেইখনিৰ প্ৰথম প্ৰকাশ হোৱাৰ লগে লগে দ্বিতীয় প্ৰকাশৰ কোনো প্ৰচেষ্টাকে কৰা নহ'ল। ফলত অ'ত ত'ত স্কুল কলেজৰ পাঠ্য-পুথিত সন্নিবিষ্ট দুই এটি গীতি কবিতা বা ছনেটৰ বাহিৰে বৰবৰুৱাৰ কাব্য সৃষ্টিৰ লগত পঢ়ুৱৈ সমাজৰ সম্পৰ্ক বিচ্ছিন্ন হৈ পৰিল। গুৱাহাটী বিশ্ববিদ্যালয়ে বৰবৰুৱাৰ ছনেট পুথি দুখনি— মালচ আৰু চকুলো কিছুকালৰ বাবে এম এ মহলাৰ পাঠ্য কৰাৰ ফলত পুথি দুখনিৰ দুটামা দ্বিতীয় সংস্কৰণ এটি প্ৰকাশ হৈছিল যদিও অচিৰে ই বজাৰৰ বাহিৰ হৈ যায়। বৰবৰুৱাৰ পৰিয়ালবৰ্গৰ সৌজন্যত প্ৰথম প্ৰকাশিত কাব্য গ্ৰন্থসমূহৰ সযতনে সংৰক্ষিত প্ৰায়খিনি গ্ৰন্থকে আমি অধ্যয়নৰ বাবে পাওঁ আৰু তাৰ ভিত্তিতেই আমাৰ আলোচনা সম্ভৱপৰ হৈ উঠে। বৰবৰুৱাৰ দুই এখনি অপ্ৰকাশিত কাব্য-গ্ৰন্থ আজিকোপতি উদ্ধাৰ নহ'লেও আমাৰ হাতলৈ অহা গ্ৰন্থৰাজিৰ ভিতৰেদি এইজনা যুগদ্ৰষ্টা মহান কবিৰ প্ৰতিভাৰ বৈশিষ্ট্য বিচাৰ কৰি চোৱাৰ এটি প্ৰয়াস কৰা হৈছে।

---

(২) সেই সময়ত নগাওঁত E A C ৰ পদত থকা H C Gosssain এ হিতেশ্বৰ বৰবৰুৱালৈ লিখা এখনি চিঠিৰ অংশ বিশেষ। চিঠিৰ এই অংশটি বৰবৰুৱাৰ আভাস কাব্যৰ পৰিশিষ্টত সন্নিবিষ্ট হৈছে।

(৩) কবি দুৰ্গেশ্বৰ শৰ্মাই বৰবৰুৱালৈ লিখা চিঠি এখনিৰ এই বিশেষ অংশটি আভাস কাব্যৰ পৰিশিষ্টত সন্নিবিষ্ট হৈছে।

(৪) পদ্মধৰ চলিহাই বৰবৰুৱালৈ লিখা চিঠি এখনিৰ অংশ বিশেষ। বৰবৰুৱাৰ তিৰোতাৰ আত্মদান' কাব্যৰ পৰিশিষ্টত ই সন্নিবিষ্ট হৈছে।

## ১॥ সামাজিক আৰু ৰাজনৈতিক পটভূমি ॥

১৮২৬ চন। বৰ্মদেশৰ আক্ৰমণকাৰী মানবিলাকৰ কুচক্ৰান্তৰ মাজেদি অপ্ৰত্যাশিত-ভাৱে অসম সাম্ৰাজ্যলোভী ইংৰাজবিলাকৰ অধীনলৈ গ'ল। লগে লগে বহুকলীয়া সামন্তবাদী শাসনৰ অন্ত পৰিল। এই ৰাজনৈতিক পৰিবৰ্তনৰ প্ৰভাৱ অসমৰ সামাজিক, অৰ্থনৈতিক সাহিত্যিক— সকলো বিষয়তে সুদূৰ প্ৰসাৰী। এই ৰাজনৈতিক ঘটনাৰ আগতে অসমে বহু ভিতৰুৱা ৰাজনৈতিক কলহ আৰু অন্তৰ্দ্বন্দ্বৰ উপৰিও মোৱামৰীয়া বিদ্ৰোহ নামৰ এটা প্ৰচণ্ড গৃহবিপ্লৱৰ সন্মুখীন হৈছিল। সমস্ত আভ্যন্তৰীণ অশান্তিৰ গভজাত মানৰ আক্ৰমণে অসমৰ সামাজিক তথা অৰ্থনৈতিক জীৱনত মৰ-ভুকু দিলে। মানৰ দিন বুলিলে আজিও অসমীয়া মানুহৰ গাৰ নোম শিয়ঁৰি উঠে।

অসমৰ এই সঙ্কটপূৰ্ণ সময়ৰ এখনি ছবি ড হেৰম্বকুমাৰ বৰপূজাৰীয়ে অতি সুন্দৰকৈ দাঙি ধৰিছে। Already laid waste by insurrections and civil wars the ruin of Assam was complete during the repeated invasions of the Burmese The latter inaugurated a reign of terror during which plunder devastation murder and desecration were the order of the day The dreadful atrocities perpetrated on helpless Assamese by these inhuman invaders can better be imagined than des cribed [৫]

এনে ৰাজনৈতিক অস্থিৰতা আৰু সামাজিক নিৰাপত্তাহীনতাই সৃষ্টি কৰা পাৰিপাৰ্শ্বিকতা সাহিত্য আৰু কলাৰ প্ৰসাৰৰ বাবে কেতিয়াও উৰ্বৰ ভূমি হব নোৱাৰে। আনকি অসমৰ প্ৰথমটো নৱন্যাসৰ বাহক বৈষ্ণৱ সাহিত্যৰ পৰিপুষ্টি সাধিত হৈছিল চুবুৰীয়া কোচবিহাৰৰ বিদ্যুৎসাহী ৰজা নৰনাৰায়ণৰ ছত্ৰ ছায়াত। এহাতে বৈষ্ণৱ যুগৰ প্ৰথম নৱন্যাস আৰু আনহাতে ঊনৈশ শতিকাৰ শেহৰ দুই দশক তথা কুৰি শতিকাৰ প্ৰথম দুই দশকত জন্ম হোৱা দ্বিতীয় নৱন্যাসৰ মাজৰ এই কাল ছোৱাক আমি অসমীয়া সাহিত্যৰ অন্ধকাৰ যুগ বুলিহে আখ্যা দিওঁ।

এনে অন্ধকাৰ যুগৰ আন্ধাৰ ঘনীভূত কৰিবলৈ আহিল আন এক নতুন বিপৰ্যয়। ইংৰাজ শাসকৰ লগতে অসমলৈ অহা এমুঠি বঙালী আমোলা বঙলা ভাষা বিস্তাৰৰ অভিযানত প্ৰবৃত্ত হ'ল। কিন্তু বৈষ্ণৱ সাহিত্যৰ ঐতিহ্য অন্তঃসলিলা ফল্গুৰ দৰে বৈ আছিল আৰু ইয়ে ঊনৈশ শতিকাৰ আধুনিক অসমীয়া সাহিত্যৰ প্ৰাণ গঙ্গাত পৰিণত হ'ল। ইংৰাজবিলাকৰ ৰাজনৈতিক দুৰভিসন্ধিৰ লগত বঙালীসকলৰ ভাষা আক্ৰোশ

(৫) ড হেৰম্ব কুমাৰ বৰপূজাৰী Assam In the Days of the Company 1826—1858 (P 10)

একত্ৰিত হৈ এনে এক ঘূৰ্ণীয়মান প্ৰবাহৰ সৃষ্টি হ'ল যে—ইয়াৰ প্ৰভাৱ আধুনিক অসমীয়া সাহিত্যৰ জন্মক্ষণত সুস্পষ্ট। এই দুখজনক পৰিস্থিতিৰ ব্যাখ্যা দি ড সুনীতি কুমাৰ চট্টোপাধ্যায়ে কৰা মন্তব্য প্ৰণিধানযোগ্য Through some thoughtless mistake both ın a knowledge of the realıtıes and state-craft the Bengalı language was made the medıum of admınıstratıon and educatıon ın both Assam and Orıssa whıch were looked upon as parts of Bengal Thıs mıstake was rectıfied later on—but from 1826 to 1873 the admınıstratıve languages for the Assamese people were Englısh and Bengalı and Assamese chıldren at school were taught through the Bengalı language Owıng to the closeness of these two languages to each other and because ıt was a Gove rnment order the Assamese people and Assamese students accep ted Bengalı but from the begınnıng thıs was under protest whıch grew ın volume as the years passed

এই অন্ধকাৰ কালছোৱাত (১৮২৬-১৮৭৩) ৰাজ্যখনৰ ভৱিষ্যৎ শাসন আৰু শিক্ষাৰ ক্ষেত্ৰত অসমীয়া ভাষাই যোগ্য স্থান ঘূৰাই পাব নে নাপায়—এই কথা এক বিশেষ সন্দেহৰ বিষয় হৈ পৰে। এই সন্দৰ্ভত পণ্ডিত হেমচন্দ্ৰ গোস্বামীৰ মন্তব্য এনে ধৰণৰ It ıs ın a sense the most remarkable perıod of the Assamese langua ge sınce durıng thıs perıod for some tıme the fate of the Assamese language was tremblıng ın the balance The rıght of the Assamese language to be ranked as a separate language was serıously questıoned by some ınterested persons and the Govern ment of Sır George Campbell ınstıtuted an enquıry ınto the matter ın the seventıes of the last century (19 th century) [৭] এনে আসন্ন সঙ্কটৰ পৰা অসমীয়া ভাষাক উদ্ধাৰ কৰিবৰ বাবে অপ্ৰত্যাশিতভাৱে আগবাঢ়ি আহিল আমেৰিকান ব্যাপটিষ্ট মিচনৰ মি নেথান ব্ৰাউন, মি ওলিভাৰ কট্টাৰ আৰু মি মাইলছ ব্ৰণছন। এই বিচক্ষণ মিচনেৰীসকলৰ আপ্ৰাণ্ডধীয়া প্ৰচেষ্টাত সৃষ্টি হ'ল প্ৰথম অসমীয়া ব্যাকৰণ প্ৰথম অসমীয়া অভিধান আৰু প্ৰথম অসমীয়া বাৰ্ত্তালোচনী অৰুণোদয় যি অসমীয়া ভাষা সাহিত্যৰ লাই খুটা হৈ পৰিল। মিচনেৰীসকলৰ

৬ ড মহেশ্বৰ নেওগ সম্পাদিত Laksmınath Bezbarua the Sahıtyarathı of Assam P 4

৭ বেণুধৰ শৰ্মা সম্পাদিত পণ্ডিত হেমচন্দ্ৰ গোস্বামী ৰচনাৱলী' পৃ ৫৬৮।

যত্নত স্থাপিত হ'ল প্ৰাথমিক শিক্ষাৰ বিদ্যালয়[৭] আৰু অসমীয়া মানুহৰ লগত ভাৰতৰ বৰ্হিৰ অন্যান্য ঠাইৰ মানুহৰ এটি যোগ সূত্ৰ স্থাপন হ'ল। সমাজ-সংস্কাৰ আৰু ভাষা পুনৰুদ্ধাৰৰ এই মহান তথা পবিত্ৰ কৰ্মত ব্যাপটিষ্ট মিচনেৰীসকলৰ লগত হাত মিলাবলৈ আগবাঢ়ি আহিল অমৰ স্বদেশ প্ৰেমিক আনন্দৰাম ঢেকিয়ালফুকন। এই সমূহীয়া প্ৰচেষ্টাৰ ফলত ১৮৭০ খ্ৰীষ্টাব্দত অসমীয়া ভাষাই ইংৰাজ শাসকৰ পৰা চৰকাৰী ভাষাৰ মৰ্য্যাদা লাভ কৰিলে। অসমৰ কামৰূপ নগাওঁ দৰং শিৱসাগৰ আৰু লক্ষীমপুৰ জিলা কেইখনৰ আদালত আৰু শিক্ষানুষ্ঠানত অসমীয়া ভাষাই স্বীকৃতি লাভ কৰিলে। এই সন্দৰ্ভত ড হীৰেণ গোহাঁইৰ এটি মন্তব্য বিশেষভাৱে উল্লেখযোগ্য "ই ধ্ৰুৱপ যে ভাৰতৰ আন বহুত ভাষাতকৈ লিপি শব্দকোষ আৰু ব্যাকৰণৰ ফালৰ পৰা বঙলা ভাষাৰ লগত অসমীয়া ভাষাৰ মিল অধিক। কিন্তু ভাষাৰ মিল অমিল এটা বাহ্যিক বস্তু নহয়—ভাষা একোটা সংস্কৃতিৰ মৰ্মবাণী। আৰু যিহেতু যথেষ্ট বাহ্যিক সাদৃশ্য থকা সত্বেও অসমীয়া ভাষা এটা স্বকীয়া প্ৰাকৃতিক পৰিবেশ আৰু স্বকীয়া জীৱনযাত্ৰাৰ প্ৰকাশ এটা বিশেষ জাতীয় বুৰঞ্জীৰ প্ৰতিলিপি সেইবাবেহে অসমীয়া ভাষাৰ স্বতন্ত্ৰতা হেৰাই নগ'ল। অসমীয়া সমাজৰ মাটি ভেটিত জনজাতীয় প্ৰভাৱ ক্ৰমশ স্বীকৃত হৈছে। মহাপুৰুষীয়া ধৰ্ম অসমীয়া মানুহৰ নাড়ী নক্ষত্ৰত যুগ যুগ ধৰি লীন হৈ আছে—সেইদৰে অসমৰ শাসন ব্যৱস্থা ৰাজনৈতিক সংগঠন আৰু সমাজ ব্যৱস্থাত আহোম ৰাজত্বৰ গভীৰ প্ৰভাৱ। অসমীয়া ভাষা এনেবোৰ স্মৃতি আৰু ঐতিহ্যৰ পৰা বিভিন্ন নহয়। তাহানিৰ বঙলা ভাষাৰ সমৰ্থকসকলে এই খিনিতে ভুল কৰিছিল। অসমীয়া জাতিৰ চেতনাই তাৰ স্বতন্ত্ৰতা কেইবাশ বছৰৰ আগতে অৰ্জন কৰিছিল এক স্বকীয়া স্থানীয় সাহিত্যৰ যোগেদি। সেই ঐতিহ্য যেন নতুন অসমীয়া জাতীয় চেতনাৰ ভিত্তি স্বৰূপ।[৮]

আন এটা উল্লেখযোগ্য চন— ৮৮৯। এই চনতে কলিকতাৰ পৰা প্ৰথম প্ৰকাশিত অসমীয়া মাহেকীয়া আলোচনী জোনাকীৰ বুকুতে আধুনিক অসমীয়া সাহিত্যৰ নব্য নৱন্যাসৰ সূত্ৰপাত হয়। 'জোনাকী প্ৰকাশৰ আগৰ বছৰটোতে কলিকতাত অসমীয়া ভাষা প্ৰেমী ছাত্ৰ কেইজনমানৰ সৌজন্যত 'অসমীয়া ভাষা উন্নতি সাধিনী সভা নামৰ এটি সাহিত্য সংঘ স্থাপিত হয়। জোনাকী আছিল

৮ ড হীৰেণ গোহাঁই সাহিত্যৰ সত্য পৃ ২১।

এই সাহিত্য সংঘৰ মুখ-পত্ৰ। সম্পূৰ্ণভাৱে অসমীয়া ভাষা সহিত্যৰ উন্নতিকল্পে প্ৰকাশিত এই আলোচনীখনিৰ গুৰি ধৰে চন্দ্ৰকুমাৰ আগৰৱালাই আৰু তেওঁলৈ সক্ৰিয় সহযোগিতা আগবঢ়ায়—লক্ষীনাথ বেজবৰুৱাই। চন্দ্ৰকুমাৰ আগৰৱালাৰ ভাষাতে এই আলোচনীখনি প্ৰকাশৰ মূল উদ্দেশ্য হ'ল "এই পাছ পৰি থকা আমাৰ দেশলৈ

অলপ জোনাক দুয়ুৰাৰ নোৱাৰিলেও যদি নিজে নিজেও যন্ত্ৰৰ কিৰিজতিৰ পোহৰত বাট পাওঁ তেনে আমাৰ শক্তিৰ মিছা ব্যয় হোৱা নাই বুলি ভাবিম। আমি ঘুৰিবলৈ ওলাইছোঁ আন্ধাৰৰ বিপক্ষে। উদ্দেশ্য—দেশৰ উন্নতি, জোনাক।"

## ২॥ ইংৰাজী আৰু বঙলা সাহিত্যৰ প্ৰভাৱ : নব্য উপন্যাসৰ সূত্ৰপাত॥

এই জোনাকী'ৰ মাজেদিয়ে পাশ্চাত্য সাহিত্যৰ ভাব-অনুভূতি আৰু আঙ্গিক অসমীয়া সাহিত্যত প্ৰৱেশ কৰিলে। 'জোনাকী'ৰ বাবে যি সকল অসমীয়া সাহিত্যিকে হাতত কাপ তুলি লৈছিল সেই সকলৰ ওপৰত ইংৰাজী আৰু বঙলা সাহিত্যিকসকলৰ প্ৰভাৱ অনস্বীকাৰ্য। অসমীয়া সাহিত্যৰ আধুনিকতাৰ ওপৰত মন্তব্য দি ড মহেশ্বৰ নেওগে কৈছে মুঠতে জোনাকী'য়ে সচেতনভাৱে এক সাহিত্যিক আন্দোলন গঢ় দি তুলিলে। ভাষাৰ নিৰ্ভুল আৰু সম্বৰণৰ উচ্চতম আধুনিক মান নিৰ্ণয়ৰ যত্নত সাহিত্যিক শৈলী সমৃদ্ধ হৈ উঠিল। পাশ্চাত্যৰ প্ৰভাৱ মুক্তভাৱে গ্ৰহণ কৰি বঙলা সাহিত্যৰ বৰেণ্যসকলৰ আদৰ্শও আগত ৰাখি সাহিত্যৰ ভাৱধাৰা আৰু সাহিত্যিক ৰূপ অসমীয়াত সমাৱেশ কৰিলে। এইভাৱে সেই সাহিত্যৰ সম্পূৰ্ণ আধুনিকীকৰণ জোনাকী আৰু জোনাকীৰ চাৰিকাষে গোট খোৱাসকলৰ মহৎ কীৰ্ত্তি হ'ল।[১]

আধুনিক অসমীয়া ভাষা সাহিত্যৰ নৱ জন্মৰ ক্ষণত এনেদৰে এক ঐকান্তিক প্ৰচেষ্টা পৰিলক্ষিত হয়। এটাৰ পাছত এটাকৈ নৱ নৱ প্ৰচেষ্টা চলিল ১৮৮৯ৰ পৰা ১৯১৭— এই কালছোৱাৰ ভিতৰত। কলিকতা নিবাসী অসমীয়া ভাষা প্ৰেমী ছাত্ৰ কেইজনে ইংৰাজী সাহিত্যৰ যোগেদি ইউৰোপীয় উপন্যাসৰ জলধাৰাত স্নান কৰি বিৰামহীনভাৱে মাতৃভাষাৰ পূজাত প্ৰবৃত্ত হ'ল। গতিকে অতি কম এই কালছোৱাৰ ভিতৰতে কেইবা-খনো যুগান্তকাৰী অসমীয়া আলোচনীৰ জন্ম হৈ অসমীয়া সাহিত্যক আধুনিক সকলো বিভাগতে সুপ্ৰতিষ্ঠিত কৰিলে। জোনাকী জন্মৰ নবছৰৰ পিছতে ১৯৯ খ্ৰীষ্টাব্দত 'বিজুলী'ৰ জন্ম। পদ্মনাথ গোহাঞিবৰুৱাৰ উষাৰ জন্ম-ক্ষণ ১৯ ৭ আৰু লক্ষ্মীনাথ বেজবৰুৱাৰ 'বাঁহী'ৰ সুৰ নিনাদিত হ'ল ১৯ ৯ খ্ৰীষ্টাব্দত। আলোচনী নামৰ এখনি মাহেকীয়া কাকত ১৯০৯ খ্ৰীষ্টাব্দতে প্ৰকাশিত হৈ ১৯১৭ খ্ৰীষ্টাব্দ পৰ্য্যন্ত সাহিত্য সেৱা কৰি থাকে। এই মুখ্য আলোচনী কেইখনিৰ উপৰিও ক্ষণস্থায়ী বহু প্ৰচেষ্টাকে কৰা হৈছিল। এই সমুদায় সাহিত্যিক প্ৰচেষ্টাৰ ফল স্বৰূপে অসমীয়া সাহিত্যৰ নব্য উপন্যাস আন্দোলন সমৃদ্ধ হৈ পৰিল আৰু তাৰ প্ৰতিধ্বনি আজিও আমাৰ কাণত বাজি আছে।

(১) হোমেন বৰগোহাঞি সম্পাদিত 'বিংশ শতাব্দীৰ অসমীয়া সাহিত্য' পৃঃ ১৫।

এই সময়ৰ অসমীয়া সাহিত্যিকসকলৰ ওপৰত ইংৰাজী সাহিত্যৰ ৰোমাণ্টিক ভাৱাদৰ্শৰ প্ৰভাৱ অসীম। শ্বেক্সপীয়েৰ, মিল্টন ডিকেন্স, স্কট, ৱৰ্ডছৱৰ্থ, কলৰিজ, শ্বেলী কীট্‌ছ, বায়ৰণ আদি ইংৰাজী কবি-সাহিত্যিকসকলৰ প্ৰত্যক্ষ প্ৰভাৱত অসমীয়া কবি সাহিত্যিকসকলে মানৱ অন্তৰৰ বিভিন্ন ভাব-অনুভূতিৰ মূৰ্ত প্ৰকাশ সাধন কৰিলে। চন্দ্ৰকুমাৰ আগৰৱালাৰ কবিতাত সোন প্ৰথমবাৰৰ বাবে আমি গভীৰ মানৱতাবোধৰ পৰিচয় পাওঁ। ফৰাচী বিপ্লৱৰ নিচিনা ৰাজনৈতিক ঘটনাই মানুহৰ আশা-আকাংক্ষাক জগা উৰুৱাই ইংৰাজী সাহিত্যৰ ৰোমাণ্টিক ভাৱাদৰ্শৰ ওপৰত প্ৰভাৱ পেলাইছিল। কিন্তু অসমীয়া ৰোমাণ্টিক ভাৱাদৰ্শত তেনে কোনো ৰাজনৈতিক ঘটনাৰ প্ৰত্যক্ষ প্ৰভাৱ নাই। অসমীয়া ৰোমাণ্টিক কবি-সাহিত্যিকসকলে অন্তৰাত্মাৰ এক স্বাভাৱিক প্ৰেৰণাৰ বাবে অপেক্ষা কৰিছিল আৰু সেই প্ৰেৰণাৰ উৎস হ'ল ভাৰতবৰ্ষৰ বিলুপ্ত স্বাধীনতা আৰু বিদেশী ইংৰাজ শাসন। সেয়ে অসমীয়া ৰোমাণ্টিক সাহিত্যত আমি লক্ষ্য কৰো।—এক প্ৰবল আত্ম-সচেতনতাৰ ভাৱ আৰু উগ্ৰ স্বদেশপ্ৰীতি। ইংৰাজ ৰোমাণ্টিক কবিসকলে ফৰাচী বিপ্লৱৰ সুউচ্চ ভাৱাদৰ্শৰ সম্মোহনত তেওঁলোকৰ প্ৰচলিত সমাজ-ব্যৱস্থাৰ আশু পৰিৱৰ্তন বিচাৰিছিল। অসমীয়া ৰোমাণ্টিক কবিসকলে তেনে পৰিৱৰ্তন বিচৰা দূৰৰ কথা তেওঁলোকে মাথোন বিদেশী শাসনৰ বিৰুদ্ধে এক সাহিত্যিক সংগ্ৰামত প্ৰবৃত্ত হ'ল। এই সংগ্ৰামত তেওঁলোকে কেতিয়াবা প্ৰত্যক্ষভাৱে হাত মাৰিবলৈ প্ৰয়াস পালেও, সি আছিল আত্মসচেতন আৰু কেতিয়াবা তেওঁলোকে স্বদেশানুৰাগৰ জয়গান গাইছিল। ইংৰাজ শাসনৰ বিৰুদ্ধে যি বিপ্লৱৰ বীজ গমধৰ কোঁৱৰে ৰোপণ কৰিছিল সিয়ে মণিৰাম দেৱানৰ (১৮৫৭ খ্ৰীষ্টাব্দ) আৰু পিয়লীফুকনৰ ফাঁচীৰ কাঠত পৰিণতি লাভ কৰিলে। ভাৰত-বিখ্যাত চিপাহী বিদ্ৰোহৰ জোঁৱাৰে অসমকো ঢৌৱাই নিলে আৰু অসমৰ জনমানসত এই বিপ্লৱৰ প্ৰভাৱ সুদূৰ-প্ৰসাৰী। চিপাহী বিদ্ৰোহত অসমৰ অংশীদাৰিত্বৰ ওপৰত প্ৰখ্যাত বুৰঞ্জীবিদ বেণুধৰ শৰ্মাই কৰা এটি মন্তব্য এই সম্পৰ্কত বিশেষভাৱে উল্লেখনীয়

৫৭ ছালৰ চিপাহী বিদ্ৰোহত নাহবা প্ৰকাৰান্তৰে, স্বাধীনতা যুদ্ধত উৎসৰ্গিত হোৱা বুলি কেইজনৰ মনোভাৱৰ ওজন আৰু আয়তনলৈ চালে সেই যুদ্ধত অসমৰ অৱিহণা যে লাপিলুপা নহয় তাক অকুণ্ঠিতভাৱে স্বীকাৰ কৰিব লাগিব। লোকে যেনেকৈ মুখে অসমত চিপাহী বিদ্ৰোহ নাই হোৱা বুলি কলেও স্বাধীনতা প্ৰতিষ্ঠাৰ নিমিত্তে চিপাহীৰে সৈতে লগ লাগি মুক্তিযুদ্ধৰ ওবা-পতা যে হৈছিল তাক এতিয়া মুখেৰো কৰাৰ সাধ্য নাই।"[১]

এই বিপ্লৱ কলিতে মৰিছিল সঁচা কিন্তু অসমীয়া জনমানসত ইয়াৰ অনুৰূপ প্ৰভাৱ

(১) বেণুধৰ শৰ্মা 'মণিৰাম দেৱান' পৃ PXV

পিছুৱাম। অবোৰাগে পৰাজয় স্বীকাৰ কৰাত অসমীয়া ৰোমান্টিক কবিসকলে সাম্ৰাজ্যবাদী শাসনৰ বিৰুদ্ধে কাপ মৈলামৰ এক শীতল যুদ্ধত আত্মনিয়োগ কৰিলে।

সেয়ে এই যুগৰ সকলো লিখনিতে স্বদেশপ্ৰীতিৰ প্ৰাধান্য দেখা যায়। দেশৰ স্বাধীনতা অপহৰণ আৰু অসমীয়া মানুহৰ জাতীয় চৰিত্ৰ আৰু কৰ্তব্যত পৰাধীনতাৰ কালিমা অসমীয়া লিখকসকলৰ বাবে পৰম পৰিতাপৰ কথা হৈ পৰিল। তাৰ ফলত উদ্ভৱ হোৱা এক বোধ এই যুগৰ সকলো লিখনীতে প্ৰকাশ পাইছে। এই উগ্ৰ স্বদেশপ্ৰীতি কেৱল হেমচন্দ্ৰ বৰুৱা গুণাভিৰাম বৰুৱা আৰু লক্ষ্মীনাথ বেজবৰুৱাৰ সামাজিক ব্যঙ্গ-ৰচনাসমূহতে প্ৰকাশ পোৱা নাই, ই প্ৰকাশ পাইছে সেই সময়ৰ নাটক উপন্যাস গল্প আৰু কাব্য কবিতাৰ মাজেদিও। সেয়ে লক্ষ্মীনাথ বেজবৰুৱা আৰু পদ্মনাথ গোহাঞিবৰুৱাৰ বুৰঞ্জীমূলক নাটককেইখন ৰজনীকান্ত বৰদলৈৰ বুৰঞ্জীমূলক উপন্যাস কেইখন হিতেশ্বৰ বৰবৰুৱাৰ বুৰঞ্জীমূলক কাব্য কেইখাৰ উপৰিও কমলাকান্ত ভট্টাচাৰ্য্য শৈলধৰ ৰাজখোৱা, অম্বিকাগিৰি ৰায়চৌধুৰী আৰু ডিম্বেশ্বৰ নেওগৰ দীৰ্ঘাবয়বী গীতিকবিতাসমূহৰ মূল উৎস হ'ল ই ৰাজ শাসনৰ আগৰ অসম বুৰঞ্জীৰ ঘটনা। পুৰণি বুৰঞ্জীৰ পথাৰ খুন্দি তাৰ সমলেৰে এই যুগৰ লিখকসকলে গভীৰ স্বদেশপ্ৰেমৰ এক আৱহাৱাৰ সৃষ্টি কৰিবলৈ যত্নপৰ হ'ল।

অসমীয়া সাহিত্যৰ বাবে সঁচাই অতি দুৰ্ভাগ্যজনক কথা যে এই ভাষাটোৱে ১৮৭৩ খ্ৰীষ্টাব্দপৰ্য্যন্ত চৰকাৰী স্বীকৃতি পোৱা নাছিল আৰু ১৮৩৬ খ্ৰীষ্টাব্দৰ পৰা ১৮৭৩ খ্ৰীষ্টাব্দপৰ্য্যন্ত বঙলা ভাষাই অসমৰ আদালত আৰু শিক্ষানুষ্ঠানৰ মজিয়া দখল কৰি ৰাখিছিল। অসমীয়া নব্য নৱন্যাসৰ প্ৰায়খিনি লিখকৰে প্ৰাথমিক শিক্ষা বঙলা মাধ্যমেৰে সাধিত হৈছিল। ভাষা হিচাবে চৰকাৰী স্বীকৃতি প্ৰাপ্তিৰ পিছতহে অসমীয়া ভাষাই আধুনিক সাহিত্যৰূপত পোন প্ৰথম ১৮৮৯ খ্ৰীষ্টাব্দত কলিকতাৰ পৰা প্ৰকাশিত জোনাকী ৰ যোগেদি প্ৰতিষ্ঠা লভিবলৈ সমৰ্থ হৈছিল। গতিকে এই অন্ধকাৰ কালছোৱা অসমীয়া ভাষা সাহিত্যৰ আত্ম-প্ৰতিষ্ঠাৰ যুগ। ইতিমধ্যে চুবুৰীয়া বঙলা ভাষা পশ্চিমীয়া নৱন্যাসিক কামনাপুষ্ট হৈ এক শক্তিশালী সাহিত্যত পৰিণত হ'ল। তাৰ স্বাক্ষৰ বহন কৰিলে মাইকেল মধুসূদন দত্ত হেমচন্দ্ৰ বন্দোপাধ্যায় আৰু নবীনচন্দ্ৰ সেনৰ কাব্যই শৰৎচন্দ্ৰ আৰু বঙ্কিমচন্দ্ৰৰ উপন্যাসে আৰু ৰবীন্দ্ৰনাথ ঠাকুৰৰ অমৰ গীতিকবিতাই। গতিকে এই সময়ৰ অসমীয়া সাহিত্যত উন্নতশীল বঙলা সাহিত্যৰ প্ৰত্যক্ষ প্ৰভাৱ লক্ষ্য কৰা যায়। অসমীয়া সাহিত্যৰ প্ৰথম আলোচনীখনি কলিকতাৰ পৰা প্ৰকাশ হোৱাৰ কথাই এই সত্যতা প্ৰতীয়মান কৰে। এই যুগৰ অসমীয়া সাহিত্যৰ ৰথী বুলি আখ্যায়িত লক্ষ্মীনাথ বেজবৰুৱাৰ প্ৰখ্যাত বঙালী ঠাকুৰ পৰিয়ালৰ লগত হোৱা বৈবাহিক সম্পৰ্ক অসমীয়া ভাষা,সাহিত্যৰ বাবেও এক উল্লেখযোগ্য ঘটনা। ড° সুনীতি কুমাৰ চট্টোপাধ্যায়ৰ তলৰ পৰ্য্যবেক্ষণ মন কৰিবলগীয়া

"More than any place in Assam, Calcutta became the real centre of a progressive literary and cultural movement for the Assamese people and the real modernisation of the mind of Assam began with Lakshminath Bezbarua and his group This group included most of the promising Assamese students who had come to Calcutta for education ১১

কোনো কোনো সমালোচকে অসমীয়া ৰোমাণ্টিক আন্দোলনক অন্ধ-সাবশূন্য বুলি আখ্যা দিয়া দেখা যায়। কিন্তু আমি যদি ওপৰত উল্লেখ কৰা অসমৰ ৰাজনৈতিক আৰু সামাজিক পটভূমিৰ বিচাৰ কৰি চাওঁ আত্ম-প্ৰতিষ্ঠাৰ বাবে সংগ্ৰামৰত জাধাটোৰ কথা মনত ৰাখোঁ—অসমীয়া ৰোমাণ্টিক আন্দোলনক সমাজ-সম্পৰ্কবৰ্জিত বুলি কেতিয়াও কব নোৱাৰে। ভাষা ৰক্ষণাবেক্ষণৰ সংগ্ৰামৰ অন্তত এই যুগৰ লিখকসকলৰ সৰ্ব্বপ্ৰথম কৰ্ত্তব্য হল অসমত বসবাস কৰা বিভিন্ন জাতি উপজাতিক এক গভীৰ জাতীয় অনুভূতিৰ ডোলেৰে বান্ধি অ মোৰ অসমী আই ধ্বনিৰে আৰু "আমি অসমীয়া নহওঁ দুখীয়া আদি জাতীয় গৌৰৱৰ মন্ত্ৰেৰে এটা জাতি হিচাবে গঢ়ি তোলা। তদুপৰি অহোপুৰুষাৰ্থ কৰা হল—এক বিমল জাতীয় চৰিত্ৰ গঠনৰ উদ্দেশে যি চৰিত্ৰ হ'ব সামাজিক তথা ধৰ্ম্মীয় অনুষ্ঠান কিছুমানৰ অন্ধবিশ্বাস আৰু কুসংস্কাৰৰ পৰা সম্পূৰ্ণভাৱে মুক্ত। এনে উদ্দেশ্যৰ সফল কামনাৰ বাবে এই যুগৰ লিখকসকলে অতীত অসমৰ গৌৰৱময় ঘটনাৱলীৰ আশ্ৰয় লয় আৰু নাটক উপন্যাস ৰচনা গল্প কাব্য আৰু কবিতাৰ মাজেদি সিবিলাকক তুলি ধৰে। প্ৰসঙ্গক্ৰমে লক্ষ্মীনাথ বেজবৰুৱাৰ জয়মতী কুঁৱৰী আৰু চক্ৰধ্বজ সিংহ আৰু পদ্মনাথ গোহাঞিবৰুৱাৰ জয়মতী—এনে কেইখন মান নাটক যত স্বদেশ প্ৰেমৰ মূৰ্ত্ত প্ৰকাশ ঘটিছে ৰজনীকান্ত বৰদলৈৰ মিৰি জীয়ৰী' মনোমতী ৰঙ্গিলী আৰু নিৰ্ম্মল ভকত—এনে শাৰীৰ উপন্যাস যত বুৰঞ্জী আৰু স্বদেশপ্ৰেমৰ উজান উঠিছে। হিতেশ্বৰ বৰবৰুৱায়ো অসম বুৰঞ্জীৰ চিৰস্মৰণীয় ঘটনা কেইটিমানৰ আলমতে ৰচনা কৰিলে মুক্তক ছন্দত এনানি সাহিত্যিক মহাকাব্য (Literary Epics)। বৰবৰুৱাৰ এনে পৰ্য্যায়ৰ কাব্য কেইখনি হল—(১) যুদ্ধক্ষেত্ৰত আহোম ৰমণী বা মূলাগাভৰু—যত বৰ্ণিত হৈছে স্বদেশ ৰক্ষাৰ্থে যুদ্ধক্ষেত্ৰত অসীম বীৰত্ব প্ৰদৰ্শন কৰি আত্ম-বলিদান দিয়া এগৰাকী আহোম ৰমণীৰ অক্ষয় কীৰ্ত্তি (২) তিৰোতাৰ আত্মদান বা জয়মতী কাব্য—যত অঙ্কিত হৈছে বীৰস্বামীৰ জীৱন ৰক্ষাৰ লগত সাজোৰ থাই থকা দেশৰ ভৱিষ্যত কল্যাণৰ কাৰণে এগৰাকী আহোম কুঁৱৰীৰ আত্মোৎসৰ্গ, আৰু (৩) কমতাপুৰ ধ্বংস সাইবা সাদৰী কাব্য—যত আছে এজন অবিবেচক ৰজাৰ লম্পটতা

(১১) ডঃ মহেশ্বৰ নেওগ সম্পাদিত Lakshminath Bezbaroa the Sahityarathi of Assam P 8

কূলহৰ ( Intrigue ) কৰুণ পৰিণতি হিচাবে নামি অহা এখন ৰাজ্যৰ পতনৰ কাব্যিক বৰ্ণনা।

কাব্যৰ বিষয় বস্তু হিচাবে অসম বুৰঞ্জীৰ উপৰোক্ত ঘটনা নিৰ্ব্বাচনৰ মূলতে আছিল বৰবৰুৱাৰ স্বদেশপ্ৰেম। এই নিৰ্ব্বাচনে অতীত প্ৰীতিৰ মাধ্যমেৰে কবিৰ এক শক্তিশালী জাতীয় চেতনাৰ ইঙ্গিত দিয়ে। বৰবৰুৱা আছিল যথাৰ্থতে এজন গৌৰৱী অসমীয়া আৰু আহোম ৰাজমন্ত্ৰী পৰিয়ালৰ বংশধৰ। সেয়ে বৰবৰুৱাৰ কাব্যৰ মূল প্ৰেৰণা উগ্ৰ জাতীয় প্ৰীতিৰ বাহিৰে অন্য কি হব পাৰে? বৰবৰুৱাই তেওঁৰ প্ৰখ্যাত কাব্য যুদ্ধ ক্ষেত্ৰত আহোম ৰমণী ত সেই সময়ৰ ইংৰাজ শাসকৰ প্ৰতিনিধি অনাৰেবল্ লেফটেনেন্ট কৰ্ণেল পি আৰ টি গৰ্ডনলৈ কৰা উৎসৰ্গৰ যি উজস্বী ভাষা—তাৰ পৰা এই কথা প্ৰতীয়মান হয়—যেন পৰাজিত স্বদেশপ্ৰেমিক এজনে স্বাধীনতাকামী বীৰ তেজোৱাপ এখনহে অন্যায় শাসকৰ সমুখত দাঙ্গি ধৰিছে। ইংৰাজীতে লিখা এই উৎসৰ্গৰ কেইশাৰীমান দিলেই কবিৰ আন্তৰিক অভিপ্ৰায় পৰিস্ফুট হব

I am glad to mention to you here and I deem it a great privilege indeed to do so that I have written a book in the vernacular which is now being printed in Calcutta It contains in verse a description of the heroic deeds of the widow (whom I have named Moola Gabhoroo in my book) of Chao Fracheng Moong Bor Gohain who went out to the battle field to revenge the death of her husband and to defend freedom of her country and died there fighting bravely with Turvak a general of the Mussalmans who treacherously put her husband to death in the battle-field —incidents that occurred during the Ahom Supremacy when the Muhammadans invaded Assam for the 6th time I need scarcely acquaint you with these facts you yourself being thoroughly acquainted with all matters both social and historical relating to the Ahoms

ওপৰত উল্লেখিত Ahom Supremacy ৰ বা আধুনিক অৰ্থত অসমীয়াৰ প্ৰাধান্যৰ কথাই কাব্যখনিত বৰ্ণিত হৈছে। গল্প নাইবা কাব্য কবিতাৰ যোগেদি বৰ্ণিত এনে বীৰত্বৰ কাহিনীয়ে মহাত্মা গান্ধীৰ ভাৰতীয় স্বদেশী আন্দোলনৰ ভেটি অসমত সুদৃঢ় কৰি তুলিলে। কেতিয়াবা কাব্যৰ সাৱলীল গতিত বাধাৰ সৃষ্টি কৰি বৰবৰুৱাই উগ্ৰ স্বদেশপ্ৰেমৰ ভাব অনুভূতি উজাৰি দিয়া দেখা যায়। নিৰপেক্ষ সাহিত্য বিচাৰত ই দোষৰ বাহিৰে অন্য একো নহয়। কিন্তু স্বাধীনতা হেৰুৱাই বিদেশীৰ পদদলিত এটা

জাতিৰ মানসিক অস্থিৰতাৰ সম্যক উপলব্ধি ঘটিলে এই কথা মনলৈ আহে—যেন কলম তৰোৱালতকৈ শক্তিশালী—এই আপ্ত বাক্য। অথগুনীয় স হ বেজবৰুৱাৰ কাব্য-ৰাজিৰ মাজেদি লুকাভাকু খেলি আছে।

বেজবৰুৱাৰ স্বদেশপ্ৰীতি কেৱল কাব্যৰাজিৰ মাজেদিয়ে প্ৰকাশ পোৱা নাই ই প্ৰকাশ পাইছে তেওঁৰ গভীৰ বুৰঞ্জী চৰ্চাৰ মাজেদিও। আহোমৰ দিন নামৰ যি প্ৰকাণ্ড বুৰঞ্জী-সংকলন বেজবৰুৱাই আমাক দি গৈছে তাৰ দ্বাৰা তেওঁৰ কাব্যিক প্ৰয়াস পৰিপুষ্ট হৈছে। মুঠ কথাত ইংৰাজবিলাকৰ আগৰ স্বাধীন অসমৰ গৌৰৱোজ্জল বুৰঞ্জীয়ে হ'ল অসমৰ নব্য নৱন্যাসৰ ভেটি।

ঠিক তেনেদৰে বঙলা সাহিত্যতো ৰঙ্গলাল বঙ্কিমচন্দ্ৰ হেমচন্দ্ৰ, নবীনচন্দ্ৰ আদি লিখক সকলে ভাৰত বুৰঞ্জীৰ অতীত কাহিনীৰ অৱলম্বনত কাব্য সাহিত্যৰ সৃষ্টি কৰিছিল। ইয়াৰে প্ৰথম তিনিজন লিখকে মোগল ৰাজত্বৰ গৌৰৱময় কাহিনীৰ আলমত পৰোক্ষে ভাৰতীয় স্বাধীনতা সংগ্ৰামৰ বীজ সিঁচিছিল তেওঁলোকৰ কাব্য উপন্যাসৰ মাজেদি। নবীনচন্দ্ৰই আৰু বঙালী বুৰঞ্জীৰ অসম্ভ ঘটনা এটাকে লৈ ৰচনা কৰিছিল এখনি প্ৰখ্যাত কাব্য—পলাশিৰ যুদ্ধ। কাব্যত বৰ্ণিত ঘটনাই কেৱল এটা দিনৰ নটা ঘণ্টাৰ সময় সাঙুৰিছে। ওপৰে ওপৰে চালে কাব্যখনত আৱশ্যকীয় কাব্যিক গাম্ভীৰ্য্য (Epic grandeur) নাই যেন লাগে। কিন্তু উপলব্ধিৰ অন্তৰ্দিশৰ পৰা চালে—পলাশিৰ যুদ্ধৰ বিষয় বস্তু সমগ্ৰ বঙ্গদেশ আৰু বঙালী জনমানস।[১৩] বিষয় বস্তুৰ গুৰুত্ব কেৱল মাথোন কাহিনীভাগৰ উপস্থাপনতে শেষ নহয় ইয়াতে কবি আৰু তেওঁ বাস কৰা সমাজ খনৰ কাব্যিক প্ৰাণস্পন্দন ঘটিছে। এই ব্যক্তি তথা জাতীয় সচেতনতা আটাইবোৰ প্ৰখ্যাত সাহিত্যিক মহাকাব্যৰে বৈশিষ্ট্য। সেয়ে মিল্টনৰ পেৰেডাইজ লষ্ট মধুসূদনৰ মেঘনাদ বধ নবীনচন্দ্ৰৰ পলাশিৰ যুদ্ধ আৰু হিতেশ্বৰ বেজবৰুৱাৰ কাব্যসমূহ ব্যক্তি তথা সমাজ সচেতন।

## ৩॥ অসমীয়া সাহিত্যত আধুনিক কাব্যৰ অভ্যুদয়ঃ বেজবৰুৱাৰ পূৰ্ববৰ্তী কবিসকল॥

আধুনিক অসমীয়া কাব্যত হিতেশ্বৰ বেজবৰুৱাৰ বৈশিষ্ট্য বিচাৰ কৰিবলৈ যাওঁতে আমি তেওঁৰ পূৰ্ববৰ্তী কবি কেইজনাৰ কাব্যিক প্ৰতিভাৰ ওপৰত ৰেখাপাত কৰিব লাগিব। সাহিত্যিক মহাকাব্যৰ যি ধাৰা বঙলা সাহিত্যৰ পোণপটীয়া প্ৰভাৱত অসমীয়া সাহিত্যত প্ৰবেশ কৰিছিল তাৰ শীৰ্ষবিন্দুতে হিতেশ্বৰ বেজবৰুৱাৰ কাব্যৰাজি উপস্থাপিত।

১৩। সুবোধৰঞ্জন ৰয় নবীনচন্দ্ৰেৰ কবিকৃতি পৃ ৮৫

বৰবৰুৱাৰ কাব্যৰ বৈশিষ্ট্য আৰু বিত আলোচনা যথাস্থানলৈ ৰাখি আমি তেওঁৰ পূৰ্ববৰ্তী কবি কেইজনাৰ কাব্যিক প্ৰতিভাৰ এটি চমু আভাস এইখিনিতে দাঙি ধৰিছোঁ।

বঙলা সাহিত্যৰ যুগস্ৰষ্টা কবি মধুসূদন দত্তৰ (১৮২৪—১৮৭৩) মেঘনাদ বধ কাব্যৰ প্ৰেৰণাতে অসমীয়া সাহিত্যত ভোলানাথ দাসৰ (১৮৫৮—১৯২৯) সীতাহৰণ কাব্য আৰু ৰমাকান্ত চৌধুৰীৰ (১৮৪৬—১৮৮৯) 'অভিমন্যু বধ কাব্যৰ জন্ম হয়। অসমৰ উদীয়মান কবিসকলে মধুসূদনক তেওঁলোকৰ কাব্যিক প্ৰেৰণাৰ উৎস হিচাবে গ্ৰহণ কৰিছিল। ভোলানাথ দাসে সীতাহৰণ কাব্যত কাব্য প্ৰেৰণাৰ প্ৰতীক বাগ্দেৱীৰ (Muse) গুণানুকীৰ্ত্তন কৰাৰ লগতে মধুসূদনলৈ বঙ্গ কবিকুল মণি আখ্যাৰে প্ৰণিপাত জনাইছে

—সেহি ৰামায়ণ গীত
গাইবে বাঞ্ছিছোঁ আমি মঢ় অকিঞ্চন
অমিত্ৰ অক্ষৰ ছন্দে হে মাত বাগ্দেবি।
যি ছন্দে গাইলা বহু মধুময় গীত
তৱ অনুগ্ৰহে অতি প্ৰিয়পুত্ৰ তব
শ্ৰীমধুসূদন বঙ্গ কবিকুল মণি। (প্ৰথম সৰ্গ)

ভোলানাথ দাসৰ দৰে ৰমাকান্ত চৌধুৰীয়ে এনেদৰে স্পষ্টভাৱে মধুসূদনৰ প্ৰভাৱ স্বীকাৰ কৰা নাই যদিও তেওঁৰ অভিমন্যুবধ ৰ কাব্যিক প্ৰেৰণা মুলত মেঘনাদবধ ৰে। মেঘনাদ বধ ত লঙ্কালৈ অপহৰণ কৰি নিয়া সীতাই সৰমাৰ আগত ৰাৱণে তেওঁক কৰা অপহৰণৰ এখনি কাব্যিক চিত্ৰ দাঙি ধৰিছে। সম্ভৱত এই চিত্ৰই ভোলানাথক সীতা হৰণৰ ওপৰত এখনি পূৰ্ণাঙ্গ কাব্য ৰচনাৰ প্ৰেৰণা যোগালে। সেইদৰে ৰমাকান্তয়ো মেঘনাদ বধ ৰ এটি কাব্যিক উপমাৰ (epic simile) প্ৰেৰণাতে অভিমন্যু বধৰ ওপৰত এখনি পূৰ্ণাঙ্গ কাব্য ৰচনা কৰা যেন অনুমান হয়। এই উপমাটি এনে ধৰণৰ

কহিলা বাসবজেতা (অভিমন্যু যথা
হেৰি সপ্ত সুৰে সুৰ তপ্ত লৌহাকৃতি
ৰোষে) " ইত্যাদি।

(মেঘনাদ বধ —ষষ্ঠ সৰ্গ)

হিতেশ্বৰ বৰবৰুৱাৰ কাব্যৰ বিষয় বস্তু মূলত অসম বুৰঞ্জীৰ হলেও কাব্যিক প্ৰেৰণা আৰু আঙ্গিকৰ ওপৰত মধুসূদনৰ প্ৰভাৱ অনস্বীকাৰ্য।

## ॥ ভোলানাথ দাস ॥

( ১৮৫৮—১৯২৯ )

ৰচনাৰ কালানুক্ৰমত ভোলানাথ দাসৰ সীতাহৰণ কাব্য ( ১৮৭১ খ্ৰী ) অসমীয়া সাহিত্যত প্ৰথম অমিত্ৰাক্ষৰ ছন্দৰ সাহিত্যিক মহাকাব্য (Literary Epic)। ১৯২২ খ্ৰীষ্টাব্দত পুথি আকাৰে প্ৰকাশ পালেও এই কাব্য প্ৰথমে ছোৱা ছোৱাকৈ ১৮৭১ খ্ৰীষ্টাব্দতে অসম বিলাসিনী কাকতত প্ৰকাশ পাইছিল। ভোলানাথে কাব্য ৰচনা কৰাৰ সময়ত অসমৰ পঢ়াশালীত বঙলা ভাষা চলি আছিল আৰু অসমীয়া ভাষাই ৰাজকীয় স্বীকৃতি পোৱা নাছিল। ওপৰত আমি এই অন্ধকাৰ যুগটোৰ কথা বহলাই আলোচনা কৰিছোঁ। অসমীয়া ভাষাৰ আত্ম প্ৰতিষ্ঠাৰ এই সন্ধিক্ষণত ভোলানাথৰ কাব্য সৃষ্টিৰ তুলনা নাই। অথচ ভোলানাথৰ কাব্যত বঙলুৱা শব্দৰ ব্যৱহাৰ লৈ অসম বিলাসিনী কাকতত এনে বিৰূপ সমালোচনা কৰা হ'ল যাৰ ফলত এজন প্ৰতিভাশালী কবিৰ কাব্য নিজৰ অকালতে চিৰকালৰ বাবে লুকাই গ'ল। ই আমাৰ সাহিত্যৰ বাবে চৰম দুৰ্ভাগ্যৰ কথা। আনকি ডিম্বেশ্বৰ নেওগৰ নিচিনা পণ্ডিত সমালোচকে ভোলানাথৰ কাব্যত আচহুৱা শব্দৰ ব্যৱহাৰৰ বাহিৰে অন্য একো দেখা নাই

Bholanath s language and style was nicknamed Anglo Benglo Assamese for the mixture of the English and Bengali words and grammar with Assamese and hence he may be left out of account [১৩]

নিৰপেক্ষ বিচাৰত এই কথা স্পষ্ট হয় যে সীতাহৰণ কাব্য আধুনিক অসমীয়া সাহিত্যৰ প্ৰথম সাহিত্যিক মহাকাব্যই নহয় তুলনামূলকভাৱে নৱন্যাসিক আদৰ্শপুষ্ট এখনি শ্ৰেষ্ঠ কাব্যও। মেঘনাদ বধত মধুসূদনৰ সমস্ত সহানুভূতি যেনেদৰে ৰাৱণমুখী হৈছে সীতাহৰণ কাব্যতো ৰাৱণক এজন যুক্তিবাদী মানৱ ৰজা হিচাবে অঙ্কিত কৰা হৈছে। এই দুই ৰাৱণ নৱন্যাসৰ মানৱ প্ৰতিনিধি। তদুপৰি সীতাহৰণ কাব্যৰ প্ৰতিটো ঘটনাতে দৈৱৰ ( Destiny ) নিৰ্বন্ধন পৰিলক্ষিত হয়। কাব্যৰ ৰাম লক্ষ্মণ সীতা ৰাৱণ শূৰ্পনখা মাৰীচ—সকলোটি যেন কাল চক্ৰৰ বলি। এই কাল চক্ৰ বা দৈৱই হ'ল সীতাহৰণ কাব্যৰ মূল নায়ক।

কাব্যখনিত ঘটনা চক্ৰ এনেদৰে ঘূৰিছে—তাত যেন মানৱৰ কোনো হাত নাই। সোণৰ হৰিণা খেদি আঁতৰি যোৱা ৰামৰ নিৰ্দ্দেশ আছিল—লক্ষ্মণ যেন কেতিয়াও সীতাৰ কাষৰ পৰা আঁতৰি নাযায়। কিন্তু নিজ কৰ্ত্তব্যত অচল অটল হৈ থাকিবলৈ সচেষ্ট লক্ষ্মণ সীতাৰ বাক্য বাণত বিচলিত হৈছে আৰু পৰিস্থিতিয়ে লক্ষ্মণক আঁতৰাই

১৩। ডিম্বেশ্বৰ নেওগ New Light on History of Asamiya Literature P 4?0

নিছে। লক্ষ্মণে সীতাক দিয়া প্ৰবোধ সীতাই বিকৃত ব্যাখ্যাৰে ওফৰাই দিছে। কাব্যৰ এই পৰিস্থিতিচিত্ৰণ কাব্যৰ ভাষাৰে উপলব্ধি কৰিবলৈ সহজ

কহিলা সুমিত্ৰা সুত দেখি জানকীৰ
অস্থিৰতা অকাৰণ ভাবা অমঙ্গল।
যাত্ৰাকালে ৰঘুমণি কহিলা আমাক
নাযাইবে গৃহ ত্যজি, যাইবো কিমতে।
প্ৰভুৰ আদেশ লঙ্ঘি তব বাক্যে সতি?
নোশোভে তোমাৰ হেন চিত্ত ব্যাকুলতা
বীৰপত্নী তুমি। কিয় শঙ্কা অকাৰণে?
যেহি জন ভাঙ্গিয়াছে শিব ধনুৰাসন
ভয়ঙ্কৰ ভৃগুৰাম যাৰ পৰাক্ৰমে
লজ্জিত পতিত যাৰ ঘোৰ অস্ত্ৰ বলে
মুহূৰ্ত্তে ৰাক্ষস সেনা দেখিলা প্ৰত্যক্ষে
সিদিনা হৈ হেন বীৰ বীৰদৰ্প গুৰু
ৰাঘৱ কৰে কি ভয় সামান্য ৰাক্ষসে?
কি চিন্তা তোমাৰ সতি পতিৰ কাৰণে?
হৈলা কুপিতা সীতা সৌমিত্ৰি বচনে
ধাঙ্গ অক্ষ। কৰ্কবাণী নিঃসৰিল মুখে
ধনীৰ কি চিন্তা মম পতিৰ কাৰণে?
পতিৰ অভাৱ নাহি কহিছ সক্ষেতে
দুমুখ দুৰ্মুখ লৈ। প্ৰভুৰ অভাৱে
পৰাবি কি স্বামী স্থল? কহিছ সিহেতু
কি চিন্তা তোমাৰ সতি পতিৰ কাৰণে।

ইত্যাদি (সপ্তম সৰ্গ)

ফলত লক্ষ্মণে অগ্ৰজৰ বাক্য লঙ্ঘন কৰিব লগা হৈছে। কিন্তু যাবৰ পৰত পৰ্ণ কুটীৰৰ চাৰিওফালে শৰাগ্ৰে ৰেখা অঙ্কন কৰি তাৰ বাহিৰ নহবৰ বাবে সীতাক নিৰ্দ্দেশ দি ৰামৰ অনুধাৱন কৰিছে। লগে লগেই তপস্বীবেশে ৰাৱণ আহি সীতাৰ সমুখত উপস্থিত হৈছে। আৰু সীতাক উদ্দেশি তপস্বীয় কৈছে

"আসিলোঁ ভিক্ষাৰ হেতু যদি আছে কিবা
গৃহে দেৱ দিলে হয় উদৰ উপায়।

জানকীয়ে ৰাম লক্ষ্মণ ঘূৰি নহা পৰ্য্যন্ত কিছু সময় তপস্বীক অপেক্ষা কৰিবলৈ বিনীত জনালে। কিন্তু তপস্বীৰ ৰবৰ সময়ত ক ত? তপস্বীয়ে পুনৰ কলে

পূজাৰ সময় মোৰ অপেক্ষা কৰিব
গোৱাবো ৰামৰ হেতু। প্ৰস্থানিলো আমি।

নিৰুপায় হৈ সীতাই তপস্বীক দুটি ফল যাচিলে কুটীৰৰ ভিতৰৰ পৰা। তপস্বীয়ে কিন্তু ভিতৰৰ পৰা দিয়া ভিক্ষা গ্ৰহণ নকৰে কাৰণ এয়ে ভিক্ষা গ্ৰহণীয় নহয়। এফালে লক্ষ্মণৰ বাধা আনফালে তপস্বীৰ ভিক্ষা বৰ্জন—এই পৰিস্থিতিত সীতাৰ সিদ্ধান্ত হল এনে ধৰণৰ

ভাবিতা হইলা সীতা কহিছে ৰাৱণ
গৃহ হস্তে বাহিৰিবে সুমিত্ৰা কুমাৰ।
বাহিৰ নহলে বিপ্ৰ ভিক্ষা নাহি লয়
তপস্বী ব্ৰাহ্মণ যায় মধ্যাহ্ন সময়ে
বিনা দানে। শুনি ইটো অতীব অধৰ্ম্ম
বুলিব যে মন্দ মোক নিশ্চয় ৰাঘবে।
হুইয়া বাহিৰ সতী ডাকিলা ব্ৰাহ্মণে
লহও তপস্বী। ভিক্ষা বাহিৰিছো আমি
গৃহ থাকি। (সপ্তম সৰ্গ)

এনে পৰিস্থিতিত সীতাহৰণ অৱশ্যম্ভাবী। সীতাক হৰণ কৰা ৰাৱণ যুক্তিবিহীন উন্মত্ত ৰাক্ষস নহয়। ৰাৱণ এজন প্ৰতাপী আৰু বংশগৌৰৱী ৰজা আৰু সেয়ে তেওঁৰ কাৰ্য্যও ৰাজোচিত। ৰাজসন্মান ৰক্ষাৰ্থে তেওঁ সীতাহৰণ কৰিব লগা হৈছে। বনবাসী ৰাম লক্ষ্মণে তেওঁৰ ভগ্নী শূৰ্পণখাক নিৰ্দ্দয়ভাৱে অপদস্থ কৰিছে। অকল সেয়ে নহয় ৰাম লক্ষ্মণে তেওঁৰ ৰজাৰ বিজাৰ বীৰ সৈন্যৰ বিনাশ ঘটাইছে। মিল্টনৰ পেৰেডাইজ লষ্টৰ চাটানে (Satan) ভগবানৰ বিপক্ষে বিপ্লৱ কৰি পতিত হলেও যেনেকৈ নিজ অধিকাৰ সৰ্ব্বস্বৰে উদ্ভাসিত সীতাহৰণ কাব্যৰ ৰাৱণেও নিজ অধিকাৰ যুক্তিৰে প্ৰতিপন্ন কৰিছে এনেদৰে

— চিৰ দাস আমি
তোমাৰ নাজানো আনে— মোৰ খ্যাত কুলে
হহেন লাঞ্ছনা ঘটে? যায় নাক কাণ
ৰবহাতে সোদৰীৰ? হাসয় জগতে?
থাকিলে কি কৃপা তব এই ভৃত্য প্ৰতি
পশুপতি। বনপতি বীৰ ভ্ৰাতৃদ্বয়
দ্বিৰদ সদৃশ বন ৰক্ষোবল সহ
হয় ক্ষয়? শুনো পুন গালি নাৰী মুখে?
যদি নোহে কৃপা তব এই দাস হেতু

বৃথা ভক্তি আৰাধনা পদাম্বুজে তব
নিয়ত ভৃত্যৰ ভবে, বৃথা তেন্তে প্ৰভু
ভোলানাথ দাস মোক বোলে সৰ্ব্বজনে।" ( সপ্তম সৰ্গ )

এই অধিকাৰ সম্পূৰ্ণ মানৱীয়। কাব্যখনিৰ সামৰণিত ৰাৱণৰ এনে উক্তিয়ে কবিৰ উদ্দেশ্য সদৰী কৰি দিয়ে।

উদ্ধৃত কাব্যাংশত থকা ভোলানাথ দাস এটি সুন্দৰ যমকৰ ( Pun ) উদাহৰণ। এহাতে ৰাৱণক আৰু আনহাতে কাব্যকাৰ ভোলানাথ দাসক বুজাইছে। গোটে কাব্যখনতে এনেকুৱা অলেখ অনুপ্ৰাস ৰূপক আৰু উপমা ঠাঁই থাই আছে। চৰিত্ৰ চিত্ৰণত কবিয়ে মনোনিবেশ নকৰিলেও ঘটনা চক্ৰই ৰাৱাক আকৰ্ষণীয় কৰি তুলিছে। তদুপৰি ওপৰত উদ্ধৃত ৰাৱণৰ শিৱ স্তুতিয়ে ৰাৱণৰ ঐকান্তিক সৰল প্ৰচেষ্টাৰ ইঙ্গিত দিয়ে আৰু ৰাৱণে যি কোনো আত্ম সন্মানবোধ থকা অধিকাৰ সচেতন মানৱৰ প্ৰতিনিধিত্ব কৰে। চিৰাচৰিত ভাৱে ঘৃণাৰ উদ্ৰেক কৰা ৰাৱণৰ চৰিত্ৰ এনে উজ্জ্বল ৰঙেৰে অঙ্কিত কৰাতেই ৱিন্যাসৰ কবিৰ সাৰ্থকতা।

আঙ্গিকৰ ফালৰ পৰাও সীতাহৰণ কাব্য সাহিত্যিক কাব্যৰ লক্ষণসমৃদ্ধ। বাগেদৱীৰ বন্দনা প্ৰভাত বৰ্ণনা সূৰ্য্যোদয়ৰ বৰ্ণনা সন্ধ্যা আৰু ৰজনীৰ বৰ্ণনা পঞ্চবটীৰ বৰ্ণনা সমৰ সজ্জা তথা সমৰৰ বৰ্ণনা দেৱ মন্ত্ৰণা সভা বিভাজন আদিৰে কাব্যখনিয়ে নিতোল ৰূপ লৈছে। ইয়াত আদিৰস বীভৎস ৰস বীৰ ৰস আৰু করুণ ৰসৰ সুন্দৰ সমাবেশ ঘটিছে। দুই এটি উদ্ধৃতিৰে কাব্যৰসৰ সোৱাদ লব পাৰি।

শূৰ্পনখাই ৰাঘৱৰ আগত কৰা প্ৰেম নিবেদনৰ দৃশ্যত আদি ৰসৰ প্ৰাচুৰ্য্য দেখা যায়

কৰিও তৰুণী মন মোহন পূৰণ
তৰুণীৰ মনবাঞ্ছা। লইয়া তোমাক
যাবো। যৈত ইচ্ছা তব—সুমেৰু পৰ্ব্বতে
কৈলাসে সমুদ্ৰপাৰে নন্দন কাননে
লঙ্কাৰ অশোকবনে কিম্বা মধুবনে
যথা অভিৰুচি— মোৰ অবাধিত গতি।
তব সঙ্গে অতি ৰঙ্গে প্ৰেমৰ তৰঙ্গে
ভাসিবো। কৌতুকে যেন কাম কামকলা
বিহৰিবো। বিজনত ফুলশয্যা ৰচি
অহৰহ। কৰা তব সাৰ্থক জীৱন
সাৰ্থকা যৌবনো মোৰ, ৰমণী-ৰমণ।" ( প্ৰথম সৰ্গ )

সীতাৰ ভৎৰ্সনাত বিকত মূৰ্ত্তি ধাৰণ কৰা শূৰ্পনখাৰ ৰূপত বীভৎস ৰস প্ৰকাশ পাইছে

"এত কহি নিশাচৰী সলাইলা ৰূপ,
ধৰিলা ভীষণ মূৰ্ত্তি। মোহিনী মুৰতি
লুকাল লুকাল আৰু কুসুমৰ মালা
হৰিল সুহাসি মুখে মৃদু দৰশন।
শূৰ্পনখা শূৰ্প নখ দন্ত কোৰ সম
কৰী কৰ্ণ তুল কৰ্ণ ধৰিলা নিমিষে
বিশাল নাসিকা ৰন্ধ্রে বহিল নিশ্বাস
ভাতী মুখে বায়ু যেন। টকালি ৰসনা
নিকটি বিকটি দন্ত চক্ষু পকাইয়া
চলিলা গ্রাসিবে সীতা ভীমা মায়াবিনী।" (প্রথম সৰ্গ)

ৰামৰ লগত খৰ দূষণৰ যুদ্ধ বৰ্ণনাত বীৰ ৰসৰ অপূৰ্ব্ব সমাবেশ ঘটিছে। ৰামে থলৰ পৰা আৰু খৰে আকাশৰ পৰা যুদ্ধত প্রবৃত্ত হৈছে। তমোময় যুদ্ধত মেদিনী কঁপি উঠিছে

এত কহি সুবিক্রমে বীৰ ধুৰন্ধৰ
ধৰিলা ধনুক ক্রোধে পুঞ্জ পুঞ্জ শৰ
কৰিলা বৰ্ষণ ক্ষণে ঢাকিয়া গগণ।
শীঘ্র হস্তে তীক্ষ্ণ তেজী শৰগণ যুৰি
মাৰিলা ৰাঘৱ যেন কুৰাঙ্কুকলাপ
উড়িল আকাশ পথে। ৰক্ষোনৰ শৰে
আলোকিলে শূন্য স্থল অগনি উগাৰি।
মৃগেন্দ্র মৃগেন্দ্র সঙ্গে ৰণৰঙ্গে অতি
কিম্বা কৰীপতি মত্ত কৰীপতি সহ
যুজে যথা ৰামাজে ভূতলে শ্রীৰাম
বীৰেন্দ্র কেশৰী ৰথে ৰক্ষোৰথী খৰ
বীৰকুল অগ্নিশিখা যুজিলা সিমতে।
কেহোঁ নহে ন্যূণ ৰণে। লৰিলা ধৰণী
ডৰিলা দেৱতা শূন্যে নাগ নাগলোকে
কঁপিলা আতঙ্ক পাই সুদূৰে জলধি। (দ্বিতীয় সৰ্গ)

ৰাৱণে হৰণ কৰি নিয়া সীতাৰ বিলাপ করুণ ৰসাসিক্ত

ৰথ চলিলেক ৰথচক্র ঘূৰি
ঘড় ঘড়ি বায়ুবেগে এৰি পঞ্চবটী।
ছট ফট কৰে সতী ৰথৰ ওপৰে
হইলা বাউলী প্রায়, কৰি কৰাঘাত
আপোন ললাটে বক্ষে কান্দে হৰি হৰি,

হা প্ৰভু ৰহিলা কৈত? শ্ৰীচৰণ দাসী
নিয়ে বক্ষে বলে ধৰি আসিও সত্বৰে।
হা দেৱ হৃদয়েশ্বৰ সীতা চিন্তামণি
কৈত এই বিপদকালে? তব অভাগিনী
তপস্বীৰ বেশে নাথ ছলিলে ৰাৱণে;
হৰিলে ৰাৱণে ছলে ভিখাৰীৰ বেশে
উদ্ধাৰা তুৰন্তে কান্ত। আসিও লক্ষ্মণ
স্নেহৰ দেৱৰ মোৰ কৰিয়া করুণা
কাতৰে বিনয় কৰো। উৰ্ম্মিলা ৰমণ
কৰিয়া করুণা মোক নিস্তাৰা বিপদে। ( সপ্তম সৰ্গ )

## ৰমাকান্ত চৌধুৰী

( ১৮৪৬—১৮৮৯ )

ৰমাকান্ত চৌধুৰীৰ অভিমন্যুবধ কাব্য ১৮৭৫ খ্ৰীষ্টাব্দত প্ৰকাশিত হয়। পূৰ্ণাঙ্গ পুথি হিচাবে প্ৰকাশ হোৱাৰ দিশৰ পৰা এই কাব্যখনি অসমীয়া কাব্য সাহিত্যৰ প্ৰথম পুথি। কিন্তু আলোচনীৰ পাতত প্ৰথমে প্ৰকাশিত হোৱা সীতাহৰণ কাব্যৰ (১৮৭১ খ্ৰী) তুলনাত ই দ্বিতীয় পুথি। অমিত্ৰাক্ষৰ ছন্দৰ নিতোল ব্যৱহাৰ নিভাজ অসমীয়া শব্দৰ প্ৰয়োগ আৰু আঙ্গিকৰ ফালৰ পৰা অভিমন্যু বধ যে কিছু পিছৰ ৰচনা এই কথাত সন্দেহ নাই। সেয়ে ৰমাকান্তৰ ভাষা আৰু ৰচনাশৈলীৰ ওপৰত ডিম্বেশ্বৰ নেওগে কৰা মন্তব্য যথাৰ্থ Rama Kanta s language and style were dignified Assamese and naturally contained a little high percentage of Sanskrit words [১৫]

অভিমন্যুবধ আধুনিক অসমীয়া কাব্যত এক বলিষ্ঠ পদক্ষেপ হলেও দুৰ্ভাগ্যৰ কথা যে কাব্যখনিৰ পূৰ্ণাৱয়ৱ আজি আমাৰ হাতত নাই। আমাৰ হাতত বৰ্ত্তমানে থকা প্ৰথম দ্বিতীয় আৰু তৃতীয় সৰ্গ কেইটিৰ আলমতে কাব্যখনিৰ ওপৰত পূৰ্ণ দৃষ্টি দিয়া সম্ভৱ নহয়। তথাপি সৰ্গ কেইটিৰ অধ্যয়নে মনত এনে সাঁচ পেলায় যে সাধনাসিদ্ধ হোৱা হলে ৰমাকান্ত অসমৰ মধুসূদন বুলি খ্যাত হলহেঁতেন। অভিমন্যু বধ ৰ জোৰণিত অধ্যাপক অতুল চন্দ্ৰ হাজৰিকাই কৰা মন্তব্য প্ৰণিধানযোগ্য

"অসমীয়া সাহিত্য সংস্কৃতিৰ ইতিবৃত্ত লিখকসকলে চৌধুৰীদেৱক শ্ৰদ্ধাৰে সুঁৱৰিব নোৱাৰে। প্ৰাক্ শংকৰী যুগত কবি হেম সৰস্বতীৰ যি স্থান প্ৰাক্ জোনাকী যুগৰ কবি ৰমাকান্তৰো একেই স্থান। দুইজন কবি দুটা যুগৰ পূৰ্ণিমাৰ অগ্ৰদূত সন্ধিয়াৰ ভোটাতৰা।

১৫ Ibid P 430

অভিমন্যুবধৰ আৰম্ভণি পৰিস্থিতি অঙ্কন, ঘটনা-প্ৰৱাহ আৰু চৰিত্ৰ চিত্ৰণত কবি মধুসূদনৰ প্ৰভাৱ অনস্বীকাৰ্য্য। বীৰবাহুৰ পতনেৰে মেঘনাদ বধ আৰম্ভ হোৱাৰ দৰে ভীষ্মৰ পতনেৰে অভিমন্যুবধ আৰম্ভ হৈছে

দশদিন যুদ্ধ কৰি ভীষ্ম মহাবলী
যেতিয়া শুইলা বীৰে শৰ আসনত
মহাৰথী পাণ্ডৱেও আনন্দমনেৰে
বজাইলা ঢাক ঢোল শিঙ্গা কৰতাল
জগঝম্প ভেৰী দৰা। আপুনি শ্ৰীহৰি
নিজ বাদ্য শঙ্খ লই ফুৰায় বিজয়
ঘোৰ নাদে বুকৰায় সকল শবদ
হৰষিলা পাণ্ডৱক। সাগৰ সমান
অপাৰ কৌৰবী সৈন্য পূৰিলা শবদে
হাহাকাৰ বণ ঠাই স্বামী নিধনত। (প্ৰথম সৰ্গ)

অভিমন্যুৰ প্ৰতিজ্ঞা পতি অনুৰক্তা পত্নী হিচাবে উত্তৰাৰ দৃঢ়তা উত্তৰাৰ স্বামীৰ সৈতে মিলনাকাঙ্খাৰ তীব্ৰতা শত্ৰু সৈন্যৰ প্ৰবল বাধা সত্বেও উত্তৰাই স্বামীক উদ্দেশি কৰা যাত্ৰা উত্তৰাৰ স্বামীৰ ছাউনিত আগমন আৰু মধুৰ মিলন আৰু উত্তৰাৰ স্বামীৰ পৰা পুন বিচ্ছেদ মুহূৰ্ত্ত এই পৰিস্থিতিসমূহ (Situations) অসমীয়া কাব্যখনিত সাৱলীল অমিত্ৰাক্ষৰ ছন্দত যথোপযুক্ত উপমাৰে বৰ্ণিত হৈছে। এনে পৰিস্থিতি মেঘনাদ বধতো বিদ্যমান। নিকুম্ভিলা যজ্ঞৰ আগমুহূৰ্ত্তত প্ৰমীলাৰ স্বামী মেঘনাদৰ সৈতে মিলনাকাঙ্খাৰ তীব্ৰতা শত্ৰু-সৈন্যৰ ছাউনি ভেদি স্বামীৰ লগত হোৱা তেওঁৰ মিলন আৰু অৱশেষত প্ৰমীলা মেঘনাদৰ বিচ্ছেদ আদি একে ধৰাৰ কাব্যিক পৰিস্থিতি। কাব্য দুখনত পৰিস্থিতিৰ এনে সাদৃশ্য থকা সত্বেও অভিমন্যু বধৰ কবিয়ে নিজস্ব প্ৰতিভাৰ সম্যক পৰিচয় দিবলৈ সক্ষম হৈছে। কাব্যৰ দুই এটি চিত্ৰ দাঙ্গি ধৰিলে কবি প্ৰতিভাৰ সম্যক উপলব্ধি ঘটিব।

শৰশয্যাশায়ী ভীষ্মৰ ওচৰত কৰা প্ৰতিজ্ঞাত অভিমন্যুৰ বীৰত্ব প্ৰকাশ পাইছে

ইতি শুনি পাচে কলা অৰ্জ্জুন কোঁৱৰ
তোমাৰ প্ৰসাদে মই নডৰাও কাকো।
দুৰ্য্যোধন এৰি যদি আহে দেৱৰাজ
ঐৰাৱত আৰোহিয়া ধৰি বজ্ৰ কৰে
কিবা দেৱ মৃত্যুঞ্জয় শূলপাণি হই,
পিনাকী ৰূপেৰে কিবা দিয়ে আহি ৰণ
তেও তৰ পৰিনাতি নকৰোঁহো ভয়।

কি বস্তু কৌৰব ইটো আমাৰ আগত
কিন্তু হয় ভয় মোৰ অন্যায় সমৰ। (প্ৰথম সৰ্গ)

উত্তৰাৰ স্বামীৰ সৈতে মিলনাকাংক্ষাৰ তীব্ৰতা তেওঁৰ সখীৰ আগত কৰা এটি উক্তিত সুন্দৰভাৱে প্ৰকাশ পাইছে

অশোকৰ বনে যেন ৰামৰ ঘৰিনী
ভোগিলা বিষম শোক আজি নিজ ঘৰে
স্বামীধন মগনীয়া আৰ্জ্জুনীৰ প্ৰিয়া
নেপাইলা সুখ শান্তি। কৰি চাটিফুটি
সুঁৱৰিয়া প্ৰাণনাথ পাটী উপৰত
দুখেৰে বহিলা উঠি। ক্ষণেক স্তম্ভিয়া
মাতিলা সখীক তেওঁ। ত্বৰিতে তৈখানে
আছিলেক দেখি তাক সম্বোধিয়া কলা
যি তাপে পুৰিছে আজি সখি! হ বেলাত
কোমল হৃদয় মোৰ বিকলিছে প্ৰা।
কেনেকৈ জানিবা তুমি কিৰূপে কৰিম
প্ৰকাশ তোমাৰ আগে।
ভাবি মনে অনুক্ষণ
কৰিছোঁ উপায় এক নুমাব অগনি
জুৰাব তাপিত প্ৰাণ। (তৃতীয় সগ)

সৈন্য ছাউনিত উত্তৰা অভিমন্যুৰ মিলন ৰজনীৰ অন্ত পৰিল। প্ৰতিজ্ঞাবদ্ধ বীৰ অভিমন্যু যুদ্ধলৈ যাবলৈ সাজু হল উত্তৰাৰ পত্নী হৃদয় হাঁহাকাৰ কৰি উঠিল

কলা উত্তৰাই

কি বুলিলা প্ৰাণনাথ হিয়াবিদাৰক
হ হেন বজ্ৰৰ বাণী। ধৰিলো। তোমাৰ
তৎখনি ভৰিত মই। আৰু যেন তুমি
মৰমিয়া অভাগীক এনেকুৱা কথা
শুনোৱা মোক নাথ! মাগোঁ এই ভিক্ষা
তোমাৰ চৰণযুগে। কৃপা কৰি প্ৰভো
নেযাবা সমৰে আজি ৰাখিয়ো মিনতি। (তৃতীয় সৰ্গ)

মহাকাব্যৰ অটল গাম্ভীৰ্য্য (high seriousness) ৰক্ষাৰ কাৰণে মেঘনাদবধ ৰ কবিয়ে যেনেকৈ মৰ্ত্ত্যৰ পৰা স্বৰ্গলৈ নাইবা নৰকলৈ যোৱা অহা কৰিছে তেনেদৰে অভিমন্যুবধ ৰ কবিয়েও পাঠকক কৈলাসপুৰত বিশ্ৰামৰত মহেশ মাহেশ্বীৰ কাষলৈ লৈ

গৈছে। কাব্যখনিত বীৰ কৰুণ আৰু আদি ৰসৰ অপূৰ্ব্ব সমাবেশ ঘটিছে। পৰিপক্কতাৰ সমস্ত স্বাক্ষৰ বহন কৰা এই সাহিত্যিক মহাকাব্যখনি পূৰ্ণাঙ্গৰূপত আজি আমাৰ হাতত নাই। সেয়ে কাব্যখনিৰ ওপৰত এটি পূৰ্ণাঙ্গ আলোচনাও সম্ভৱপৰ নহয়।

## পদ্মনাথ গোহাঞিবৰুৱা

( ১৮৭১—১৯৪৬ )

হিতেশ্বৰ বৰবৰুৱাৰ প্ৰায় সমবয়স্কৰ প্ৰতিভাদীপ্ত কবি পদ্মনাথ গোহাঞিবৰুৱাৰ লীলা কাব্য প্ৰকাশ হয় ১৮৯৯ খ্ৰীষ্টাব্দত। সীতাহৰণ কাব্য আৰু অভিমন্যু বধৰ আৰ্হিৰ অমিত্ৰাক্ষৰ ছন্দত কাব্যখনি ৰচনা কৰা হয়। কিন্তু লীলাত অমিত্ৰাক্ষৰ ছন্দই আগৰ দুই কাব্যৰ তুলনাত এক উচ্চতৰ সাৱলীল গতি লাভ কৰে—বিভাজ তথা সদ্য প্ৰচলিত শব্দ সম্ভাৰৰ মাজেদি। উল্লেখযোগ্য যে এই কাব্যত উৎকৰ্ষ লাভ কৰা অমিত্ৰাক্ষৰ ছন্দই হিতেশ্বৰ বৰবৰুৱাৰ কাব্যত শীৰ্ষ বিন্দুলৈ উঠে।

পঁচিশটা সৰ্গত বিভক্ত লীলা কাব্যৰ আৰম্ভণিতে কাব্য ৰচনাৰ চিৰাচৰিত প্ৰথাৰে কবিয়ে বাগ্‌দেৱীৰ বন্দনা গাইছে। এই মনোৰম বন্দনাৰ ভাষা আৰু অমিত্ৰাক্ষৰ ছন্দৰ প্ৰৱাহ মন কৰিবলগীয়া

নেজানো পূজাৰ বিধি বন্দনাৰ ৰীতি
বীণাপাণি বাগ্‌দেৱী। চৰণ তোমাৰ
কিৰূপে পজিম হায় বন্দিম কিমতে।
বজোৱা অনন্তকাল সঞ্জীৱনী বীণা
গহীন জোকাৰে তাৰ কঁপাই বননি
সৰায় কতনা ফুল কবি ফুলনিত।
সুৰ বুজা আদি গুৰু স্বৰ্গী কবিগণে
সুৰ সুতা বাছি লই ৰচিলে কতনা
সঞ্জীৱনী মালা জ্বলন্ত জেউতি তাৰ
জিলিকে চৌপাশে অহ কাব্য কাননত।

নুবুজো বীণাৰ সুৰ—মৰ্ম্মৰ সন্ধান—
নৰ্ৰূপে ফুলৰ ঠাৰি নসৰে এপাহি
বাজী ফুল অভাগাৰ কল্পনা বনত।

তথাপি হৃদয় তন্ত্ৰী বাজি উঠে ঘনে,
মৰ্ম্মাহত চেপা খাই প্ৰিয়া বিৰহত।

ইত্যাদি।

কাব্যখনিত কবিয়ে তেওঁৰ প্ৰিয়তমা পত্নী লীলাৱতীৰ সৈতে সংসাৰ পাতনিৰ এটি মনোমোহা বৰ্ণনা দিছে (অষ্টম সৰ্গ)। "বিবাহ বান্ধোনেৰে বান্ধ খাই (নৱম সৰ্গ) কবিয়ে পত্নী সহ নগা পৰ্ব্বতৰ কৰ্ম্ম ক্ষেত্ৰলৈ যাত্ৰা কৰিছে (একাদশ সৰ্গ)। পত্নীসহ কৰা এই যাত্ৰাত বাটত পোৱা গৰম পানী (দ্বাদশ সৰ্গ) আৰু নামবৰ হাবিৰ (ত্ৰয়োদশ সৰ্গ) মনোৰম বৰ্ণনা দাঙি ধৰিছে। তদুপৰি লীলাৱতীৰ সান্নিধ্যত সৃষ্টি হোৱা তেওঁৰ সাহিত্যিক সংসাৰৰ (সপ্তদশ সৰ্গ) আৰু পত্নীৰ পৰা সাময়িকভাৱে আঁতৰি থকাৰ বিৰহ সোৱাদৰ (বিংশ সৰ্গ) বৰ্ণনাও মৰ্ম্মস্পৰ্শী। পঞ্চবিংশ সৰ্গত লীলাৱতীৰ সংসাৰ লীলাৰ করুণ সামৰণিৰে কাব্যৰো সামৰণি ঘটিছে

স্নেহেৰে আসন পচে মাউৰ কোলাত
প্ৰকাশ্যে বিদায় মাগি স্বামী চৰণত।
সাতদিন সাত ৰাতি সপ্তশিশ্যে বেঢ়ি
ৰাখিলোঁ সাৱটি। মানৱ বান্ধনি হায়
থাকিব বান্ধতে। —কৃষ্ণপক্ষ দ্বিতীয়াৰ
ভৰ দুপৰত সামৰি সংসাৰ লীলা
স্বৰ্গত জিলিকে গৈ পূণ্যা লীলাৱতী।

লীলা কাব্যত সাবিশেষে নৈসৰ্গিক বৰ্ণনাই কাব্যখনি সুখপাঠ্য কৰি তুলিছে। ষষ্ঠ সৰ্গৰ প্ৰকৃতি বিভৱত অঙ্কিত নগা পৰ্ব্বতৰ দৃশ্য মনোৰম

গভীৰ গহ্বৰ ভেদি অত্যুচ্চ বিৰিখে
সমথল সমানত হই একাকাৰ
ধৰে শোভা বিতোপন। আবেলি বেলিকা
হেমৰশ্মি ৰহণে যেবে তিৰবিৰ কৰি
শোভে শীতল পাটীটি চেঁচনি বুকুৰে—
ইচ্ছা হয় লওঁ শান্তি খন্তেক বাগৰি
অতৃপ্ত সুখৰ ভোগ ভোগো প্ৰাণভৰি।
আলাসত ভ্ৰমি ফুৰা মেঘদূতগণ
উলাহত উৰি ফুৰে বাতৰি বিলাই
অযাচিতে কাৰোবাৰ আপোন পাহৰা
কৰে কাৰোবাৰ হাঁয় আপোন পাহৰি।

চাপিলে ওচৰ দেহি সুকোমল হিয়া
যায় পমি আবেগত। —ৰহস্য* অপাৰ।

নৱপত্নী সহ নায়কৰ হাবিৰ মাজেদি গৰুৰ গাড়ীৰে কৰা যাত্ৰাৰ বৰ্ণনা অতি নিখুঁত। নায়কৰ হাবিৰ প্ৰাকৃতিক দৃশ্য শোভাৰ মাজেদি কবিয়ে সৃষ্টিৰ মহিমা বিধিৰ বিধান আৰু ক্ষুদ্ৰ মানৱৰ অজ্ঞানতাৰ কথা উপলব্ধি কৰিছে

ধীৰে ধীৰে নিশাকৰে নায়কৰ শিৰে
বাওলী নিচান তুলি পূব শিতানত
জোনাক জাননী দিলে আক্ৰমি আন্ধাৰ।
আঁতৰিল অন্ধকাৰ ঘাটিল খুঁজত,
বিস্তাৰিলে নিজ প্ৰভা জোনাকি জগত।
উদঙালে প্ৰকৃতিৰ বাচলি বুকুৰ।
নিজম সৌন্দৰ্য্য প্ৰভা হ'ল প্ৰতিভাত
উদ হিয়াত মোৰ। উদাস পৰাণ
পূৰ্ণ হ'ল কি যে ভাবে সৃষ্টি মহিমাৰ
কোটি গ্ৰহ উপগ্ৰহ নিশাকৰ সতে
পৰিল যেতিয়া অহ নীৰলা চকুত।
আৰু বা কতনা সৃষ্টি নেদেখা ভাগত
বিৰাজিছে আলাসে ব্ৰহ্মাণ্ড বিয়পি।
এজনা নিয়ন্তা তাৰ চাওঁতা এজন
একেজনা বিশ্বেশ্বৰ ৰক্ষক সবাৰ।
ক্ষুদ্ৰাদপি ক্ষুদ্ৰ আমি মনুষ্য জীৱন
ততোধিক অকলই তুলনা যেতিয়া
অসীম ব্ৰহ্মাণ্ড সতে। অজ্ঞান মানৱ
লীলাৰ ঢাকনী তলে। নিন্দে সি সততে
বিধিৰ বিধান নেদেখি প্ৰকৃত জ্যোতি
সৃষ্টি মহিমাৰ।

মন কৰিব লগা কথা হ'ল—কাব্যৰ বহিঃলক্ষণ—বাগেশ্বৰী বৰ্ণনা সৰ্গ বিভাজন নিতোল নৈসৰ্গিক বৰ্ণনা আদি থকা সত্ত্বেও বিষয় বস্তু নিতান্ত ব্যক্তিগত হোৱা হেতু লীলা কাব্য সাহিত্যিক মহাকাব্যৰ পৰ্য্যায়লৈ উন্নীত নহ'ল। এই সন্দৰ্ভত আমি সমালোচক পণ্ডিত ই এম ডব্লিও টীলয়াৰ্ডে সাহিত্যিক মহাকাব্যৰ লক্ষণ সম্পৰ্কে কৰা ত্ৰুটিমান মন্তব্য উল্লেখ কৰিছোঁ। তেওঁৰ এটি মন্তব্য এনে ধৰণৰ

'I want to insist that the true epic creates a heroic' impression Heroic poetry often concerns actions in which men

know exactly what they are doing and rise through deliberate valour to a great height of resolution And it is natural enough to attribute the heroic impression to a poem s heroic subject matter But in fact that impression depends also indeed ultimately on the temper of treatment A heroic theme may encourage a writer to treat it in a sustained heroic way to exercise will to the utmost but this does not prevent the treatment s being the decisive element If this is the case with heroic poetry it follows that literature lacking a heroic subject is not debarred from making heroic impression [১৬]

এই মন্তব্যত টিলয়াৰ্ডে বিষয় বস্তুতকৈ বিষয় বস্তুৰ উপস্থাপনত বীৰভাৱৰ প্ৰেৰণা (heroic impression) সৃষ্টিত হে গুৰুত্ব দিছে। বিষয় বস্তুৰ উপস্থাপনৰ উদ্দেশ্যৰ (treatment) ওপৰতে বীৰভাৱৰ প্ৰেৰণা বহু পৰিমাণে নিৰ্ভৰ কৰে। এই উপস্থাপনৰ কেন্দ্ৰত আছে জাতীয় ভাব সচেতনতা নাইবা মানৱতাবোধৰ আবেদন। এনে সামগ্ৰিক প্ৰভাৱ অবিহনে কোনো দীৰ্ঘায়তনী কবিতা মহাকাব্যৰ শাৰীলৈ উঠে। এই মাপ কাঠীৰে (Temper of treatment) চালে মধুসূদনৰ মেঘনাদ বধ নবীন চন্দ্ৰৰ পলাশিৰ যুদ্ধ ভোলানাথৰ সীতা হৰণ কাব্য নাইবা ৰমাকান্তৰ অভিমন্যু বধ বীৰভাৱৰ প্ৰেৰণাদায়ক কাব্য। এনে প্ৰেৰণা গোহাঞিবৰুৱাৰ লীলাত পাবলৈ নাই।

টিলয়াৰ্ডৰ আন এটি মন্তব্য এই সন্দৰ্ভত উল্লেখযোগ্য

We can simplify even further and say no more than that the epic must communicate the feeling of what it was like to be alive at that time But that feeling must include the condition that behind the epic author is a big multitude of men whose most serious convictions and dear habits he is the month piece [১৭] অৰ্থাৎ সাহিত্যিক মহাকাব্যই কবিৰ জীৱন কালৰ জনমানসৰ প্ৰতিনিধিত্ব কৰে। অৰ্থাৎ ইয়াৰ যোগেদি মানৱৰ ধ্যান ধাৰণা আশা আকাংক্ষাৰ সম্যক প্ৰতিফলন হয়। পেৰেডাইজ লষ্ট মেঘনাদ বধ আদি আগশাৰীৰ সাহিত্যিক মহাকাব্যই পৰোক্ষভাৱে কবিৰ যুগৰ জনমানসৰ প্ৰতিনিধিত্ব কৰে। বিষয় বস্তুৰ প্ৰত্যক্ষ-চিত্ৰণতে আৱদ্ধ নাথাকি ইয়াৰ আবেদি প্ৰতিভাদীপ্ত কবিয়ে জন চেতনাৰ স্পষ্ট ইংগিত দিবলৈ সক্ষম হয়। হিতেশ্বৰ বৰবৰুৱাৰ সাহিত্যিক মহাকাব্য কেইখনিত টিলয়াৰ্ডৰ

---

১৬ E M W Tillyard The English Epic and Its Background
১৭ Ibid p 12

মন্তব্যৰ যথাৰ্থতা উপলব্ধি কৰা যায়। কিন্তু গোহাঞিবৰুৱাৰ 'লীলা'ই জনমানসৰ কোনো প্ৰতিনিধিত্ব কৰা নাই। ই নিতান্ত ব্যক্তিগত সুখ দুখৰ কাহিনী চিত্ৰণৰ এক কাব্যিক প্ৰয়াস মাথোন। ব্যক্তিগত শোকৰ আঘাতত ৰচিত হলেও কাব্যখনি শোকব্যঞ্জক নহয়। তদুপৰি ইংৰাজ কবি টেনিছনৰ শোকব্যঞ্জক কাব্য (elegy) 'ইন্ মেমৰিয়াম (In Memoriam) ৰ দৰে 'লীলা'ই কোনো মানৱ দৰ্শন নাইবা বিশ্বজনীন সুৰ এটি দাঙি ধৰিব পৰা নাই। গতিকে 'লীলা'ক সাহিত্যিক মহাকাব্য বুলি নকৈ কব লাগিব ই সাহিত্যিক মহাকাব্যৰ সাঁচত ঢালি তৈয়াৰ কৰা গোহাঞিবৰুৱাৰ আত্মজীৱনীমূলক এটি দীৰ্ঘায়ৱৰী কবিতা।

ওপৰৰ আলোচনাৰ পৰা এই কথা পৰিষ্কাৰ হয় যে আধুনিক অসমীয়া কবিতাত ভোলানাথ আৰু ৰমাকান্তৰ প্ৰথম প্ৰয়াসত অমিত্ৰাক্ষৰ ছন্দই আৱশ্যকীয় স্বাবলীল গতিবেগ লাভ কৰা নাই। ভাষাত আধুনিক অসমীয়া শব্দৰ ব্যৱহাৰ হলেও সি কাব্যোচিত সৰসতা লাভ কৰা নাই। মধুসূদনৰ অসীম প্ৰভাৱৰ পৰা মুক্ত হব নোৱাৰি কবি দুজনাই বিষয় বস্তু নিৰ্বাচনত স্বাধীন মনৰ পৰিচয় দিব পৰা নাই। নৱন্যাস পুষ্ট জাতীয় চেতনা বা বীৰসুলভ প্ৰেৰণা পৰোক্ষে প্ৰকাশ হলেও তাত প্ৰতিভাৰ গভীৰতাৰ স্বাক্ষৰ নাই। আৰু সবাতোকৈ ডাঙৰ কথা—ভোলানাথ ৰমাকান্তৰ কাব্য সৃষ্টি সাহিত্যিক পৰীক্ষাহে মাত্ৰ—সাধনা সমৃদ্ধ আৰু আত্মসচেতন সাহিত্যিক প্ৰয়াস নহয়। পদ্মনাথ গোহাঞিবৰুৱাই মহাকাব্যৰ মৰ্ম সম্যকৰূপে উপলব্ধি কৰিব নোৱাৰি ব্যৰ্থ প্ৰয়াস কৰা দেখা যায়। কিন্তু হিতেশ্বৰ বৰবৰুৱাৰ তেওঁৰ সমস্ত কাব্য সৃষ্টিৰ মাজেদি জাতীয় চেতনা তথা বীৰসুলভ প্ৰেৰণা প্ৰদান কৰিবলৈ সমৰ্থ হৈছে। কাব্যকলাত মধুসূদনৰ প্ৰভাৱ অনস্বীকাৰ্য হলেও বিষয়বস্তু নিৰ্ব্বাচনত বৰবৰুৱাই পূৰ্ণ স্বাধীনতা ঘোষণা কৰিছে। অসম বুৰঞ্জীৰ গৌৰৱময় অতীত কাহিনীৰ আধাৰত কাব্য ৰচনা কৰি তাৰ মাজেদি জনমানসৰ সাৰ্থক প্ৰতিফলন কৰিবলৈ তেওঁ সক্ষম হৈছে। বুৰঞ্জীক কাব্যৰ আধাৰ হিচাবে লোৱা কাব্য কেইখনিত কবিৰ স্বদেশ প্ৰীতি উদ্ভাসিত হৈছে। সবাতোকৈ ডাঙৰ কথা—বৰবৰুৱাৰ কাব্য প্ৰচেষ্টাৰ মাজেদি এক বিশ্ব মানৱীয় জীৱন দৰ্শন পৰিস্ফুট হৈছে। মানৱ জীৱনত দৈৱৰ খেলা (Role of Destiny) আৰু জীৱনৰ কৰুণ পৰিণতিক (Tragedy) মনত স্বীকাৰ কৰি তৈ তাৰ মাজেদি মানৱৰ ভাগ্য কৰ্ম স্বদেশ প্ৰেম ত্যাগ বীৰত্ব আৰু আকাঙ্খা—এই সকলোৰে কাব্যিক চিত্ৰৰূপ দাঙি ধৰাত কবি কৃতকাৰ্য হৈছে। শেক্সপীয়েৰ নাইবা মধুসূদনৰ দৰে জীৱনৰ চৰম ব্যৰ্থতাক যথাসৰ্ব্বস্ব বুলি নৈলে বৰবৰুৱা গীতাৰ কৰ্মবাদ স্বীকাৰ কৰি লৈছে। সেয়ে বৰবৰুৱাৰ কাব্য অধ্যয়নৰ অন্তত এক বিয়োগান্ত উদাস সুৰৰ সলনি নৱন্যাসৰ এটি আশাবাদী সুৰ বিৰাজ কৰা আমি দেখিবলৈ পাওঁ। বৰবৰুৱাৰ হাততে অমিত্ৰাক্ষৰ ছন্দই এক অপূৰ্ব্ব সাৱলীল গতি লাভ কৰি শীৰ্ষবিন্দু লাভ কৰে। তদুপৰি

বৰবৰুৱাৰ কাব্য চৰ্চ্চা আছিল অধ্যয়ন-পুষ্ট আৰু সাধনাসিদ্ধ। ইংৰাজী আৰু বঙলা সাহিত্যৰ গভীৰ অধ্যয়নে কাব্য ৰচনাত বৰবৰুৱাক সিদ্ধহস্ত কৰি তুলিছিল। কাব্য বিশেষে আঙ্গিকৰ দোষ-ত্ৰুটি থকা সত্বেও কাব্যৰ সামগ্ৰিক প্ৰেৰণা (Total impression) আৰু বিশ্বজনীন সুৰে (Universality) বৰবৰুৱাৰ কাব্যৰাজিক উচ্চ পৰ্য্যায়লৈ তুলি ধৰিছে। সেয়ে আধুনিক অসমীয়া কাব্য সাহিত্যত তেওঁৰ স্থান অদ্বিতীয় হৈ ৰল। বৰবৰুৱাৰ কাব্যৰাজিৰ বহল আলোচনা প্ৰসঙ্গত যথাস্থানত আকৌ এইবোৰ দিশৰ বিচাৰ কৰি চোৱা হ'ব।

## ৪॥ অসমীয়া সাহিত্যত ছনেট ॥

কেৱল কাব্যতে নহয় ছনেট বা চতুৰ্দশপদী কবিতাৰ ক্ষেত্ৰতো হিতেশ্বৰ বৰ বৰুৱাৰ স্থান অন্যতম। পণ্ডিত হেমচন্দ্ৰ গোস্বামীয়ে পোন প্ৰথম পেট্ৰাৰ্কৰ আৰ্হিৰ ছনেটৰ নিদৰ্শন অসমীয়া সাহিত্যত দাঙি ধৰে। গোস্বামীৰ এনে ধৰণৰ তিনিটা ছনেটৰ ভিতৰত 'প্ৰিয়তমাৰ চিঠি' নামৰ ছনেটটোৱে ইতিমধ্যে জনপ্ৰিয়তা অৰ্জ্জন কৰি সাহিত্যৰ বুৰঞ্জীত স্থান দখল কৰিছে। কিন্তু গোস্বামীয়ে ছনেটৰ এটি সুন্দৰ আৰ্হিহে আমাক দিলে ছনেটৰ কোনো পুথি আমাক নিদিলে বা এই কলাৰ সাধনাত মনো নিবেশ কৰাও তেওঁক দেখা নগ'ল। তদুপৰি গোস্বামীৰ পেট্ৰাৰ্কীয় আৰ্হিৰ ছনেটতকৈ শেক্সপীয়েৰীয় আৰ্হিৰ ছনেটহে সৰহ সংখ্যক অসমীয়া ভাষাত ৰচিত হ'ল। শেক্সপীয়েৰৰ আৰ্হিৰ উপৰিও ৰবীন্দ্ৰ নাথ ঠাকুৰৰ আৰ্হিৰ ছনেট অসমীয়া সাহিত্যত দেখা যায়। হিতেশ্বৰ বৰবৰুৱাৰ পূৰ্ববৰ্তী কবিসকলৰ ভিতৰত পদ্মনাথ গোহাঞিবৰুৱাৰ ছনেট ৰচনাত আশা শুধীয়া প্ৰচেষ্টা পৰিলক্ষিত হয়। কিন্তু কোনো এজন কবিকে বৰবৰুৱাৰ দৰে ঐকান্তিকভাৱে এই কলা সাধনাত ব্ৰতী হোৱা দেখা নাযায়। হিতেশ্বৰ বৰবৰুৱাই মধুসূদনৰ চতুৰ্দশপদী কবিতাৱলীৰ আৰ্হিত ছনেট পুথি মালচ (চতুৰ্দশপদী কবিতা পুথি) ৰচনা কৰে। ছনেট ৰচনাত মধুসূদনৰ প্ৰেৰণা লাভ কৰিলেও বিষয় বস্তু নিৰ্ব্বাচন আঙ্গিকাৰ অভিনৱত্ব আৰু এক মানবীয় জীৱন দৰ্শনৰ প্ৰতিফলনত বৰ বৰুৱাই নিজৰ কাব্যিক প্ৰতিভাৰ পৰিচয় দি স্বকীয় গৌৰৱৰ অধিকাৰী হৈ আছে।

সংকলন পুথি মালচৰ উপৰিও বৰবৰুৱাই ছনেটৰ বহু পৰীক্ষা নিৰীক্ষা চলাই চকুলো নামৰ এখনি ছনেট গুচ্ছ (Sonnet Sequence) পুথি ৰচনা কৰে। তদুপৰি ভেচদিমনা নামৰ এখনি ছনেট গুচ্ছৰ কাব্য ৰচনা কৰি বৰবৰুৱাই ছনেট ৰচনাত অভিনৱত্ব প্ৰদান কৰি গৈছে। কাব্যৰাজিৰ মাজেদি যি মানৱতাবোধ আৰু জীৱন দৰ্শন প্ৰতিভাত হৈছে সিয়ে ছনেট সংকলন আৰু ছনেট গুচ্ছৰ মাজেদি চৰম উৎকৰ্ষতাৰ ফালে আগবাঢ়িছে। বৰবৰুৱাৰ ছনেটখিনিৰ নিৰপেক্ষ বিচাৰ হলে, তেওঁৰ স্থান সমগ্ৰ ভাৰতীয় সাহিত্যতে সুনিৰ্দ্দিষ্ট হৈ পৰিব।

যথাস্থানত বৰবৰুৱাৰ ছনেটৰ ওপৰত আলোচনা কৰিবলৈ যাওঁতে আমি ছনেটৰ চমু ইতিহাস আৰু অসমীয়া সাহিত্যত ইয়াৰ ক্ৰমবিকাশৰ ওপৰত যথাসাধ্য আলোচনা আগ বঢ়াইছো ।

হিতেশ্বৰ বৰবৰুৱাৰ কবি-মানসৰ মূল্যাঙ্কনত আমি তেওঁৰ সৃষ্টিমূলক সাহিত্যিক মহাকাব্যবাজি ( Litarary epics ) দীৰ্ঘায়তনী কাব্যবাজি ( Longer Narrative Poems ) গীতি কবিতাসমূহ ( Lyrics ) ছনেট-সংকলন আৰু ছনেট গুচ্ছৰ ( Sonnet sequence ) ওপৰত বিশদ আলোচনা কৰাৰ উপৰিও কবি মানসৰ স্বাক্ষৰ বহন কৰা তেওঁৰ গদ্য ৰচনাখিনিৰ ওপৰতো চমুৱাই বেখাপাত কৰিছোঁ । কাব্য আলোচনাৰ সঁচাৰকাঠী স্বৰূপ কবি জীৱনীৰ ওপৰতো আমি চমু আলোচনা আগ বঢ়াইছো । কাব্য আলোচনাত আমাৰ চকুত পৰা ভুল-ত্ৰুটীবোৰলৈ যথাসম্ভৱ আঙুলিয়াই দিয়া হৈছে । আলোচনাৰ সামৰণিত আমাৰ নিজৰ মতামতৰ এটি চমু আভাসো দাঙি ধৰা হৈছে ।

৮৭৬ খ্ৰীষ্টাব্দত জন্ম লাভ কৰা কবি হিতেশ্বৰ বৰবৰুৱাৰ ১৯৭৬ খ্ৰীষ্টাব্দত এশ বছৰ সম্পূৰ্ণ হ'ল । অসম সাহিত্য সভাৰ সৌজন্যত অসমবাসীয়ে ১৯৭৬ খ্ৰীষ্টাব্দৰ ১৩ জানুৱাৰীত বৰবৰুৱাৰ জন্ম শতবাৰ্ষিকীৰ প্ৰণিপাত জনালে । আমিও শতবাৰ্ষিকীৰ শ্ৰদ্ধাঞ্জলি হিচাবে আমাৰ ইংৰাজী গ্ৰন্থখনি ১৯৭৬ খ্ৰীষ্টাব্দতে সম্পূৰ্ণ কৰি গুৱাহাটী বিশ্ববিদ্যালয় কৰ্তৃপক্ষৰ ওচৰত নিবেদন কৰিবলৈ সক্ষম হৈ এক আন্তৰিক তৃপ্তি লাভ কৰিছো । আমাৰ এই প্ৰচেষ্টাৰ যোগেদি অসমীয়া কাব্য ছনেটৰ শ্ৰেষ্ঠ কবিজনাৰ প্ৰতিভাৰ সম্যক বিচাৰ আৰু উপলব্ধি হোৱাটোকে কামনা কৰিলো ।

## দ্বিতীয় অধ্যায়

# হিতেশ্বৰ বৰবৰুৱাৰ জীৱনালেখ্য

### ১॥ জন্ম আৰু বংশানুক্রম॥

১৭৯৭ শকৰ (ই ১৮৭৬ খৃষ্টাব্দ) ২৮ পুহ তাৰিখে যোৰহাটৰ প্ৰখ্যাত বৰবৰুৱা পৰিয়ালত অসমীয়া কাব্য ছনেটৰ সৰ্ব্বশ্ৰেষ্ঠ কবি হিতেশ্বৰ বৰবৰুৱাৰ জন্ম হয়। কবিয়ে নিজ ব।পৰিচয় লেফটেনেণ্ট বংোল গৰ্ভনৰলৈ লিখা চিঠি এখনত গৌৰৱেৰে দাঙি ধৰিছে

I am a member of the Ahom Community I belong to the very respectable Bor Boruah family (a ministrial family to the late Ahom Rajhas) being a grand son of late Bhodoree Bor Boruah who held the office of the Rajmontree or Prime Minister during the reign of the Assam Rajhas and a son of late Chikou Gogoi Bor Boruah who was a mouzadar [১]

বৰবৰুৱা৴ তেওঁৰ আহোমৰ দিন নামৰ আহোম যুগৰ বিস্তৃত বুৰঞ্জীখনৰ বংশানু ক্রমিক তালিকাত তেওঁৰ পৰিযালৰ প্ৰথম পিতৃৰ নাম ঠাওৰুংতাও (Thaorungtao) বুলি উল্লেখ কৰিছে। এই বংশানুক্রমৰ একাদশ পুৰুষত জন্ম লাভ কৰা ভদৰি বৰবৰুৱা আহোম স্বৰ্গদেউ (ৰজা) কমলেশ্বৰ সিংহৰ দিনত প্ৰধান মন্ত্ৰীৰ পদত অধিষ্ঠিত হৈছিল। বৰবৰুৱা পৰিয়া টিক সাতঘৰীয়া আহোমৰ প্ৰখ্যাত সন্দিকৈ পৰিয়াল নামে জনা যায়। প্ৰধান মন্ত্ৰী ভদৰিৰ পুত্ৰ দেউৰাম আৰু দেউৰামৰ পুত্ৰৰ নাম পদ্মনাথ ডুৱৰা বৰ গগৈ। পদ্মনাথৰ পুত্ৰ চিকৌ গগৈ মৌজাদাৰ বাহাদুৰেই হ'ল কবি হিতেশ্বৰ বৰবৰুৱাৰ পিতৃ। বৰবৰুৱাৰ মাতৃ উষা আইদেউ আছিল স্বৰ্গদেউ যোগেশ্বৰ সিংহৰ পুত্ৰ ভগবধৰৰ প্ৰথমা কন্যা। চিকৌ গগৈয়ে যোল্ল বছৰ বয়সত উষা আইদেউৰ পাণি গ্ৰহণ কৰে। কবি বৰবৰুৱাৰ ধমনীত প্ৰবাহিত তেজৰ কণিকাৰ সম্যক জ্ঞান লভিবলৈ হ'লে তেওঁৰ পিতৃমাতৃৰ এই বংশানুক্রম বিশেষভাৱে মন কৰিবলগীয়া। ৰজা আৰু ৰাজমন্ত্ৰী পৰিয়ালৰ তেজৰ সংমিশ্ৰণে হিতেশ্বৰক কেৱল যে এজন আত্ম সচেতন স্বদেশ প্ৰেমিক আৰু স্বদেশ বুৰঞ্জী লেখক হিচাবে গঢ়ি তুলিছিল এনে নহয় ই তেওঁক এজন

---

১। ১৯১৫ খ্ৰীষ্টাব্দৰ ২৯ মাৰ্চ্চ তাৰিখে কবি বৰবৰুৱাই পি আৰ টি গৰ্ডনলৈ লিখা চিঠিৰ একাংশ।

প্ৰখ্যাত কবি হিচাবেও গঢ়ি তুলিছিল যিজনে অসম বুৰঞ্জীৰ গৌৰৱময় অতীত কাহিনীৰ আধাৰত এনানি কাব্য ৰচনা কৰি অমৰ খ্যাতি অৰ্জন কৰিবলৈ সক্ষম হ'ল।

## ২ ॥ বাল্যকাল আৰু ছাত্ৰ-জীৱন ॥

ধমনীত ৰাজবংশৰ তেজ বৈ থাকিলেও, বাল্যকালত হিতেশ্বৰ দুৰ্ভাগ্যৰ মুখামুখি হ'ল। তেওঁৰ ককাদেউতাক পদ্মনাথৰ জীৱনকালত বৰবৰুৱা পৰিয়ালৰ অৱস্থা অতি স্বচ্ছল আছিল। সেইটো আছিল ইংৰাজে আহোমৰ হাতৰ পৰা অসমৰ শাসন ভাৰ কাঢ়ি লোৱাৰ সময়। সেই সময়ৰ প্ৰখ্যাত আহোম পৰিয়াল কেইটাৰ ভিতৰত বৰবৰুৱা পৰিয়ালটো আছিল সবাতোকৈ প্ৰতিপত্তিশালী। আহোম প্ৰধান মন্ত্ৰী হিচাবে ভদৰি বৰবৰুৱা অজস্ৰ সম্পত্তিৰ অধিকাৰী হৈছিল। সেয়ে ইংৰাজ চৰকাৰে প্ৰদান কৰা পেঞ্চন প্ৰত্যাখ্যান কৰি পদ্মনাথে এনেদৰে কব পাৰিছিল "মোক ইংৰাজে দিয়া একো বৃত্তি নালাগে। বিশেষত মই এবাৰ ৰজাক সেৱা কৰিছো সেইটো মুখেৰে আৰু এতিয়া মই ইংৰাজৰ সেৱা (বা চালাম) কৰিবলৈ নেযাওঁ —এই বুলি কৈ তেওঁ ইংৰাজে দিব খোজা নিষ্কৰ মাটি আৰু পেঞ্চন আদি একো বৃত্তি নললে।[২]

এনে বংশমৰ্য্যাদাসচেতন প্ৰতিপত্তিশালী পদ্মনাথৰ অতুল ঐশ্বৰ্য্য তেওঁৰ পুত্ৰ বিপথগামী চিকৌ গগৈয়ে জুৱাখেলত নিঃশেষ কৰি পেলালে। ফলস্বৰূপে বৰবৰুৱা পৰিয়াল দৰিদ্ৰতাৰ কৰাল গ্ৰাসত পৰিব লগা হ'ল। পৰিয়ালৰ চৰম দুৰ্দ্দিনত জন্ম লাভ কৰা হিতেশ্বৰে নিজৰ ভাগ্যক দোষাৰোপ কৰি এনেদৰে লিখিছে "কবলৈ গ'লে মই অতি কুলক্ষণীয়া মৰত ভুইৰ চক লৈ মই দুৰ্কপলীয়াই সংসাৰত জন্ম ধৰিবলৈ আহিছিলো।"[৩]

প্ৰকৃততে বৰবৰুৱাৰ জন্মৰ সময়ত চিকৌ গগৈৰ পানীত হাঁহে নচৰা অৱস্থা। আৰ্থিক দুৰৱস্থাৰ কিছু সলনি কৰিবৰ বাবে চিকৌৱে স্বৰ্গদেউ কন্দৰ্পেশ্বৰ সিংহৰ পৰা এখন চিঠি লৈ সেই সময়ৰ চীফ কমিছনাৰৰ কাষ চাপিল। চীফ কমিছনাৰৰ অনুগ্ৰহত চিকৌ গগৈ গোটাদিয়েক মৌজাৰ মৌজাদাৰ হ'ল যদিও ভাগ্যৰ পৰিবৰ্ত্তন সাধন নহ'ল। মৌজাৰ সমস্ত উপাৰ্জ্জন জুৱাখেলত উপান্ত হ'ল আৰু অৱশেষত মৌজাও বাজেয়াপ্ত হ'ল। হিতেশ্বৰ সেই সময়ত দহ বছৰীয়া ল'ৰা। মৌজা বাজেয়াপ্তিৰ কেই বছৰমানৰ পাছতে বিনা মেঘে বজ্ৰপাতৰ দৰে হিতেশ্বৰৰ পিতৃ বিয়োগ ঘটিল। পাঁচোটি কন্যা আৰু তিনিটি পুত্ৰৰ এটি বৃহৎ পৰিয়াল অনাথ হৈ পৰিল। হিতেশ্বৰ আছিল পৰিয়ালৰ পঞ্চম সন্তান। তেওঁৰ অগ্ৰজসকলৰ প্ৰথম তিনি গৰাকী কন্যা—মুক্তেশ্বৰী ৰত্নেশ্বৰী আৰু ভুৱনেশ্বৰী আৰু চতুৰ্থজন

২। হিতেশ্বৰ বৰবৰুৱাৰ মোৰ ক্ষুদ্ৰ জীৱনৰ আত্ম গৌৰৱণীৰ পৰা। সদৌ অসম আহোম ছাত্ৰ ফেডাৰেশ্যনৰ দ্বাৰা প্ৰকাশিত আৰু তম্বু কোঁৱৰৰ দ্বাৰা সম্পাদিত আলোচনী সংগ্ৰাম'ৰ প্ৰথম বছৰ তৃতীয় সংখ্যাৰ (১৯৬৯ চন) ২৫ পৃষ্ঠাত আছে।

৩। Ibid পৃ ২৫।

হৰেশ্বৰ বৰবৰুৱা। তেওঁৰ পিছৰ কেইজন হ'ল—অন্নদা (ভগিনী), ভুবনেশ্বৰ (ভ্ৰাতৃ) আৰু বৰদা (ভগিনী)। এনে এটি বৃহৎ পৰিয়ালৰ আৰ্থিক দুৰৱস্থাৰ কথা কবিয়ে আত্ম-গৌৰৱপত্ৰ এনেদৰে বৰ্ণাইছে "মুঠতে ঘৰত খাওঁতা ১৫টা প্ৰাণী হ'লো। আমাৰ দুখ দুলাই-পাছিয়ে নথবা হ'ল। খাওঁতা ১৫টা, ঘৰত এমুঠি ধান নাই। আইতা কি আইদেউতাৰ হাতত কৰ্দ্দকো নাই। মাটি বাৰী সম্পত্তিও নাই বুলিলেই হয়। যিবোৰ মাটি-বাৰী আছিল তাৰো ৩/৪ বছৰ খাজনা দিব পৰা নাই। তাৰ উপৰিও দেউতাই অনেক ধাৰ লৈ খায়। যিবিলাক মানুহে দেউতাক ধাৰ দিছিল, সেই বিলাকে মোকৰ্দ্দমা কৰিবলৈ ধৰিলে আৰু মৌজাদাৰেও বাকী খাজনাৰ নিমিত্তে মোকৰ্দ্দমা কৰি মাটি বাৰী সকলোখিনি নীলাম কৰালে। সকলোখিনি শেষ হ'ল—মাত্ৰ থাকিলগৈ বাৰীখন ঘৰ থকা ভেটিটো মাথোন।"[৪] এনে আৰ্থিক দুৰৱস্থাৰ হেতুকে হিতেশ্বৰক বাল্যকালৰ আদি ছোৱাত কোনো পঢ়াশালিলৈ পঠাব পৰা নহ'ল। মাতৃদেৱীৰ যত্নত মাতৃভাষাৰ শিক্ষা তেওঁ ঘৰতে আৰম্ভ কৰিলে আৰু অচিৰে মহাভাৰত আৰু ৰামায়ণ পঢ়িব পৰা হৈ উঠিল। ভাৰতীয় মহাকাব্য দুখনৰ আদি টীকা আৰু চন্দ্ৰাই বৰিব বাৰ মনত যি সাঁচ বহুৱাইছিল সিয়ে কালক্ৰমত তেওঁক কাব্য ৰচনাত অশেষ প্ৰেৰণা যোগাইছিল।

মাতৃভাষাৰ প্ৰাথমিক জ্ঞান এনেদৰে ঘৰতে আহৰণ কৰি হিতেশ্বৰে দুই এবছৰৰ

বাবে দুই এখন প্ৰাথমিক বিদ্যালয়ত অধ্যয়ন কৰিছিল আৰু এই বিদ্যালয়ৰ শেষ পৰীক্ষাত সুখ্যাতিৰে উত্তীৰ্ণ হৈ মাহে তিনি টকা হিচাবে বৃত্তি লাভ কৰিছিল। এই বৃত্তিকে প্ৰধান সম্বল হিচাবে লৈ হিতেশ্বৰে ইংৰাজী বিদ্যালয়ত ভৰ্তি হৈছিল। এই বিদ্যালয়ৰ বছেৰেকীয়া পৰীক্ষাত তেওঁ কেতিয়াবা 'ডবল প্ৰমোচন' লৈছিল আৰু প্ৰায়ে দ্বিতীয় পুৰস্কাৰ পাইছিল। প্ৰতিভাবান ছাত্ৰ হিতেশ্বৰে আজন্ম দৰিদ্ৰতা সত্ত্বেও সুখ্যাতিৰে পঢ়া-শুনাত আগবাঢ়িছিল। ছাত্ৰ অৱস্থাৰ এখনি করুণ ছবি কবিয়ে এনেদৰে দাঙি ধৰিছে "মোৰ জোতা মোজা জেপ ঘৰী যে নাছিলেই পিন্ধিবলৈ ভাল চুৰিয়া এডোখৰো নাছিল। ঘৰত বনোৱা খনিয়া বা চেলেং কাপোৰ এখন মাৰিকাৰ চুৰিয়া আৰু বজাৰৰ সাধাৰণ কামিজ চোলা এটাই মোৰ স্কুললৈ যোৱা পোছাক আছিল। সুগন্ধি তেলৰ লগত মোৰ সম্বন্ধ নাছিল। অধিক কি সৰিয়হৰ তেল একণো মোৰ মূৰত সদায় উঠিছিল বুলি মই কব নোৱাৰো। তাৰ উপৰিও মই সদায় ভাত খাই স্কুললৈ যাবলৈ নাপাওঁ। আই দেউতাই ভাত বান্ধোতে কোনো দিন পলম হয় মই নোখোৱাকৈয়ে গুচি যাওঁ। আৰু ৰাজে মাজে ঘৰত ধান চাউল নথকাত কিনি-কুটি আনিবলৈও আইতাৰ হাতত পাই পইচা নথকাত তিনি চাৰি সাজকৈও লঘোন হয়। মই কিন্তু স্কুল খতি নকৰো।

৪। ভদ্ৰ কোঁৱৰ সম্পাদিত সংগ্ৰাম প্ৰথম বছৰ ৪ৰ্থ সংখ্যা পৃ: ৩৩।

একেৰাহে তিনি চাৰি সাজীয়া লঘোনেৰেও বই ভুলালে অহা যোৱা কৰাতো আইতাই মনত যেজোৰ পাম আৰু চকুলো টোকে— কিন্তু সেযোনে ভুলালৈ আজি মাৰ সাদাৰে ভুলি হলে নকয়।"[৫]

বৰবৰুৱাৰ মাতৃৰ মাজ এগৰাকী আদর্শ গৃহিণীৰ সকলো গুণৰ সমাবেশ [illegible] ভীষণ আর্থিক সংকটৰ সন্মুখীন হৈও তেওঁ পৰিয়ালটোৰ ভৰণ-পোষণৰ [illegible] কৰিছিল। নানা আলৈ আহকালৰ মাজতো তেওঁ হিতেশ্বৰক ইংৰাজী স্কুলৰ [illegible] শ্রেণী পর্য্যন্ত পঢ়ুৱাইছিল। কিন্তু কিবা অসুবিধাবশত হিতেশ্বৰে কলিকতা বিশ্ববিদ্যালয়ৰ প্রবেশিকা পৰীক্ষাত নবহিল আৰু লগে লগে এজন প্রতিভাবান ছাত্ৰৰ শিক্ষা জীৱনৰ ইমানতে ওৰ পৰিল।

## ৩॥ সাহিত্যিক জীৱনৰ প্রস্তুতি আৰু প্রসাৰ॥

শিক্ষা জীৱনৰ অকাল সমাপ্তি হলেও হিতেশ্বৰে ভাৰতী আইৰ চেনেহৰ জীয়াৰী'— 'কল্পনা সুন্দৰী'ৰ আশ্রয় ললে। আজীৱন চাহ বাগিচাৰ কেৰাণীৰ কামত লগাই ৰখা কলমৰ পৰাই নিগৰি ওলাল হিতেশ্বৰৰ কাব্য কবিতাৰ অব্যাহত নিজৰা। প্রথম অৱস্থাত টিফুক আৰু মহ বন্ধা বাগিচাত কেৰাণীৰ কাম কৰি পিছলৈ চকলাটিঙ বাগিচাৰ 'হেজ্জাৰ্ক'ৰ চাকৰীত জীৱনৰ পয়ত্রিশ বছৰৰো অধিক কাল তেওঁ অতিবাহিত কৰিছিল। চাকৰী কালত বাগিচাৰ মেনেজাৰৰ পৰা সাধাৰণ বনুৱালৈকে সকলো শ্রেণীৰ মানুহৰ মাজত প্রিয়ভাজন বৰবৰুৱাই নিজ কর্তব্য নিয়াৰিকৈ সম্পাদন কৰাত দক্ষতাৰ পৰিচয় দিছিল। নীৰস চাকৰী জীৱনে সৰস কাব্যিক জীৱনহে সৃষ্টি কৰিছিল। বৰবৰুৱা আছিল স্বভাৱ কবি, তেওঁৰ অধ্যয়নপিপাসা আৰু নীৰৱ সাধনাই তেওঁৰ কবিত্ব প্রতিভাক তুলি ধৰিছিল। ঘৰে বাহিৰে সম্পদে বিপদে জীৱনৰ কোনো পৰিস্থিতিতে কবি-লেখনি ব্যাহত নহৈছিল। বৰবৰুৱাৰ অভিৱ ভঙ্গীৰ পোণ আৰু গুটি গুটি হাতৰ আখৰখিনি তেওঁৰ বীৰসুলভ ব্যক্তিত্বৰ পৰিচায়ক। ইংৰাজী আৰু বঙলা সাহিত্যৰ বাছকবনীয়া প্রায়বোৰ গ্রন্থকে তেওঁ অধ্যয়ন কৰিছিল আৰু অসমীয়া ভাষাৰ কোনো গ্রন্থই তেওঁৰ অধ্যয়নৰ বাহিৰত নাছিল। এইবোৰ সাহিত্যৰ প্রখ্যাত গ্রন্থ আৰু আলোচনীৰে সুসজ্জিত তেওঁৰ এটি নিজা পুথি-ভঁৰাল আছিল। চাকৰী জীৱনৰ প্রথম চাৰিমাহৰ আৰ্জিত ধনেৰে নিজৰ সাজ পোছাক উন্নত নকৰি বৰবৰুৱাই কিনি আনিছিল—মিল্টন, কাউপাৰ আৰু ছাদেৰ কাব্য গ্রন্থৰাজি। ইংৰাজী তথা ভাৰতীয় সাহিত্যৰ ওপৰত থকা তেওঁৰ গভীৰ জ্ঞানৰ স্বাক্ষৰ বহন কৰিছে তেওঁৰ কাব্যৰাজিৰ সর্গে সর্গে জিলিকি থকা কাব্যাংশৰ উদ্ধৃতিবোৰে—যাৰ লগত কবিৰ নিজা কাব্যৰ বিষয় বস্তুৰ অন্তর্নিহিত ভাৱৰ

৫। Ibid পৃ ৩৫।

এটি নিবিড় যোগসূত্ৰ স্থাপন হৈ আছে। বৰবৰুৱাই সাধাৰণতে উদ্ধৃতি দিছিল— কালিদাস শেক্সপীয়েৰ মাৰ্লো মিল্টন ভল্টেয়াৰ ড্ৰাইডেন্, পোপ্, মুৰে গল্ডস্মিথ, কাউপাৰ ওৱৰ্ডচৱৰ্থ শ্বেলী বায়ৰণ টেনীছন্ লংফেলো জৰ্জ এলিয়ট্ আদি বৰেণ্য কবি সাহিত্যিকসকলৰ লেখনিৰ পৰা। উল্লেখিত লেখকসকলৰ গ্ৰন্থৰ উপৰিও, বৰবৰুৱাই ইংলণ্ড গ্ৰীচ ৰোম ভাৰত তথা অসমৰ বুৰঞ্জীৰ গভীৰ জ্ঞান আহৰে। কবিছিল আৰু তাৰ ফলস্বৰূপে তেওঁৰ সমস্ত সাহিত্যিক প্ৰচেষ্টাতে এটি বুৰঞ্জীমূলক পটভূমি আৰু বুৰঞ্জীমূলক সচেতনতা আমি লক্ষ্য কৰো।। কবিৰ ব্যক্তিগত জীৱনৰ লগত ঘনিষ্ঠ সম্বন্ধ থকা উমাকান্ত গোহাঁয়ে সেয়ে লিখিছে He (Hiteswar) was immensely fond of historical matters and anything historical he had once read he did not forget Even while on his sick bed some of the Assamese present day historians some of whom have since died —used to often visit him and took down notes from what he told them on historical matters and the notes taken by them used to be copious and those information as fathered from him they utilised in their historical writings ৬

বুৰঞ্জীৰ ওপৰত থকা এনে গভীৰ জ্ঞানৰ যথাৰ্থ স্বীকৃতি হিচাবে বৰবৰুৱাক ১৯২৫ খ্ৰীষ্টাব্দত নগাওঁত অনুষ্ঠিত অসম সাহিত্য সভাৰ বুৰঞ্জী শাখাৰ অধিবেশনৰ পৌৰোহিত্য কৰিবৰ বাবে আমন্ত্ৰণ জনোৱা হৈছিল। অসম সাহিত্য সভাৰ এই শাখা অধিবেশনৰ তেৰেঁ আছিল প্ৰথম সভাপতি।

কবি বৰবৰুৱাৰ অধ্যয়নৰ ওপৰত উমাকান্ত গোহাঁয়ে কৰা এটি মন্তব্য প্ৰণিধানযোগ্য

Of the English writers I found him to be very fond of Shakespeare Byron Milton Shelley and Wordsworth and he could even cite the lines of each of these authors dealing in important and significant matters He was likewise apt in quoting from memory lines from Bankim and other Bengali writers like Michael Madhusudan Datta He had a store of writings of the Assamese writers from Sankardeva and Madhabdeva down to the writers of his age ৭

---

৬। কবি বৰবৰুৱাৰ বৰজোঁৱাই অৱসৰপ্ৰাপ্ত জিলা ন্যায়াধীশ উমাকান্ত গোহাঁইৰ A Brief Account of Late Hiteswar Bor Boruah s Life নামৰ প্ৰবন্ধৰ পৰা লোৱা হৈছে।

৭। Ibid

বৰবৰুৱাৰ অধ্যয়নৰ সম্যক পৰিচয়ৰ অবিহনে আমি তেওঁৰ কাব্য আৰু ছনেটৰ স্বৰূপ আৰু তাৰ ওপৰত অন্য সাহিত্যৰ প্ৰভাৱ বিচাৰ কৰাত অসুবিধাৰ সন্মুখীন হ'ব লগা হয়।

বৰবৰুৱাৰ অধ্যয়নৰ অভ্যাসো এক বিশেষ ধৰণৰ আছিল। তেওঁ সাধাৰণতে ৰাতিৰ আহাৰৰ আগে পাছে অধ্যয়ন কৰিছিল। প্ৰায়ে ন মান বজাত আহাৰ গ্ৰহণ কৰি মাজৰাতিলৈ তেওঁ লিখা পঢ়া কৰিছিল। দিনৰ ভাগতো আনকি অফিচৰ ফাইলৰ মাজতো অকণমান আজৰি পালেই তেওঁ লিখা পঢ়াত মনোনিবেশ কৰিছিল। বৰবৰুৱাৰ পুত্ৰ নলিনী বৰবৰুৱাই আমাক কোৱা মতে— পঢ়াৰ মেজত একেলগে তেওঁ বহুত কিতাপ মেলি থৈছিল আৰু তাৰ মাজে মাজে তেওঁক ঘূৰি ফুৰা দেখা গৈছিল— সম্ভৱত তেওঁৰ কাব্য সৃষ্টিৰ লগত থাপ খোৱা উদ্ধৃতিবোৰৰ অনুসন্ধানত। কেতিয়াবা আকৌ এনে ব্যস্ততাৰ মাজতে তেওঁ পঢ়া কোঠাৰ বাহিৰলৈ গৈ গৃহ কৰ্মতো চকু দিছিল।

বিশেষভাৱে লক্ষ্য কৰিবলগীয়া কথা হিচেপে বৰবৰুৱাই তেওঁৰ জীৱনকালতে জনপ্ৰিয় কবি হিচাবে সুখ্যাতি অৰ্জ্জন কৰিছিল। তেওঁৰ পূৰ্ব্বকবিসকলৰ মাজৰ ভোলানাথ দাসক কটু সমালোচনাৰে নিঃশেষ কৰি দিয়া হৈছিল। কিন্তু বৰবৰুৱাই সমালোচক পণ্ডিত সকলৰ পৰা ভূয়সী প্ৰশংসা লাভ কৰিছিল। হেমচন্দ্ৰ গোস্বামীৰ নিচিনা পণ্ডিতে বৰবৰুৱাৰ কাব্য আৰু ছনেটৰ পৰীক্ষামূলক প্ৰচেষ্টাৰ প্ৰতি সমাদৰ জনাই আনন্দ প্ৰকাশ কৰিছিল আৰু আশা কৰিছিল যে বৰবৰুৱাই অসমীয়া সাহিত্যৰ এটি ডাঙৰ অভাৱ পূৰণ কৰিব।

বৰবৰুৱাৰ চৰিত্ৰৰ আন এটি বৈশিষ্ট্য হ'ল—তেওঁৰ দানশীলতা। পৰিয়ালৰ ভিতৰে বাহিৰে তেওঁ সকলোৰে প্ৰতি অতি সদয় আৰু মৰমিয়াল আছিল। বিশেষকৈ ভৃত্যৰ প্ৰতি তেওঁ অতি স্নেহশীল আছিল। আতিথ্যৰ বাবে তেওঁ আছিল সৰ্ব্বজনবিদিত। আলহী অতিথিবিহীন এটা দিন বা নিশা অতিবাহিত কৰাটো তেওঁৰ বাবে একপ্ৰকাৰ অপৰাধৰ কথা যেন আছিল। উদাৰ স্বভাৱৰ দানশীল বৰবৰুৱাই বিপদত পৰা মুনিহ-তিৰোতাক বহু সময়ত উপযাচি সহায় কৰি পৰম তৃপ্তি লাভ কৰিছিল। দাৰ্শনিক ভাৱাপন্ন কবিয়ে গোটেই মানৱ জীৱনটোকে এক বিশেষ দাৰ্শনিক দৃষ্টিকোণেৰে চাইছিল। আনকি নিজ পৰিয়ালত ঘটা সকলো বিয়োগ বেদনাকে কবিয়ে ভগবানৰ দান বুলি গ্ৰহণ কৰিছিল আৰু তেনেদৰে সান্ত্বনাও লভিছিল। বৰবৰুৱাৰ এই উদাৰতা বদান্যতা আৰু জীৱন দৰ্শন তেওঁৰ কাব্য কবিতাৰ আঁহে আঁহে সোমাই আছে।

## ৪ ॥ কবিৰ ব্যক্তিগত জীৱনৰ বিয়োগ-বেদনা : সাহিত্য-সৃষ্টিৰ ওপৰত ইয়াৰ প্ৰভাৱ ॥

কবি হিতেশ্বৰ বৰবৰুৱা আৰু তেওঁৰ পত্নী খেতেকেশ্বৰীয়ে যুগ্ম জীৱনৰ ফলস্বৰূপে তিনিটি পুত্ৰ আৰু দুটি কন্যাৰ মুখ দেখিবলৈ পায়। পাঁচোটি পুত্ৰ কন্যাৰ প্ৰথম তিনিটি আছিল পুত্ৰ—নলিনী জিতেন আৰু বিপিন আৰু বাকী দুটি আছিল কন্যা—হিৰণ্ময়ী আৰু কিৰণময়ী। কিন্তু দৈব কোপানলত দগ্ধ পৰিয়ালটোত এটাৰ পাছত এটাকৈ মৃত্যুৰ গৰক পৰিবলৈ ধৰিলে। ১৯৩৪ খ্ৰীষ্টাব্দত কবি বৰবৰুৱাই তেওঁৰ অভিশপ্ত জীৱনৰ কথা বৰ্ণনা কৰি পণ্ডিত সমালোচক ডিম্বেশ্বৰ নেওগলৈ এখন চিঠিত এনেদৰে লিখিছিল

মোৰ পত্নী ঢুকায় ২ ১৯২২ চনৰ ৩০ মেহ তাৰিখে পুত্ৰ ছোৱালীৰ ভিতৰত বৰ্ত্তমান শ্ৰীমান নলিনী বৰবৰুৱা। ⁄জিতেন ১৯১০ চনত আৰু ⁄বিপিন ১৯২১ চনত ঢুকায়। দুটি কন্যা আছে—নাতিৰৰ শ্ৰীমান উমাকান্ত গোহাঞি B L আৰু শ্ৰীমান ঈশান চন্দ্ৰ গোহাঞিলৈ বিয়া দিয়া হৈছে। বিপিন মাক মৰাৰ পাছতহে ঢুকায়। পত্নীৰ জীৱিতাৱস্থাতে জিতেন ঢুকায়। সিহঁতৰ অকাল মৃত্যুত মই একেবাৰে অসহায় হৈ পৰিলো। কুইনাইনৰ পিল গচিছা আনি ৰাখিছিলো তাৰে কেইটামান নেনেবাকৈ পাই জিতেনে খালে তাক আৰু কোনো ৰকমেহ জীয়াই ৰাখিব নোৱাৰিলোঁ। বিপিন মৰে কালাজ্বৰত নগাওঁত পঢ়িবলৈ থাকোতে তাতে কালাজ্বৰ হৈ আহে। তাৰ মৃত্যুতে চকুলোৰ জন্ম আৰু চেনিয়াৰ পৰা মই সাহিত্য চৰ্চ্চা এৰি দিলো। বিপিন গল—মোৰ সাহিত্যিক জীৱনবো অন্ত পৰিল আৰু মোৰ জীৱনৰ আশা ভাৰসা সকলোটি লোপ পালে। সম্প্ৰতি মই জীৱিত সাজেৰে মৰা মানুহ।

একেখনি চিঠিতে বৰবৰুৱাই পৰিয়ালৰ আন দুটি বিয়োগ ঘটনাৰ কথাও উল্লেখ কৰিছে ১৯০৩ খ্ৰীষ্টাব্দৰ এপ্ৰিলত কবিৰ অতি মৰমৰ কনিষ্ঠা ভগিনী ৰত্নদাৰ আৰু ১৯০৬ খ্ৰীষ্টাব্দৰ ডিচেম্বৰত কনিষ্ঠ ভ্ৰাতৃ সুৰেশ্বৰৰ মৃত্যু। এনেদৰে ১৯০৩ খ্ৰীষ্টাব্দৰ পৰা ১৯২১ খ্ৰীষ্টাব্দৰ ভিতৰত বৰবৰুৱা এটা এটাকৈ পাচোটা বিয়োগ আঘাতত জৰ্জ্জৰিত হৈ পৰে। প্ৰিয়তমা পত্নীৰ অকাল বিয়োগ ঘটনাক মুখ্য কৰি সংঘটিত এই বিয়োগ বেদনাসমূহে কবিক ঠেলি দিয়ে কাব্য নিজৰাৰ পাৰলৈ—য'ত তেওঁ নিজস্ব দৰ্শনেৰে সমস্ত মানৱ জীৱনক উপলব্ধি কৰি এক বিমল শান্তি লভিবলৈ সক্ষম হয়। ডিম্বেশ্বৰ নেওগৰ এটি মন্তব্য এই সন্দৰ্ভত উল্লেখযোগ্য

Besides a genuine poetic temperament with which he was certainly gifted Hiteswar had a poetic situation created by his very family misfortunes He lost his second son in 1910 his

wife in 1912 and his third son in 1921 These occurrences which deeply affected his poetic mind also coloured all his poetical works and he produced some sweetest songs in Assamese language tnat tell of saddest thoughts ৮

গতিকে দেখা যায় হিতেশ্বৰ বৰবৰুৱাৰ কাব্যিক জীৱনৰ আৰম্ভণিত ১৯০৩ চনৰ বন্ধুদাৰ বিয়োগ-বেদনাৰ যি প্ৰভাৱ ১৯১০ চনত জিতেনৰ বিয়োগত সি প্ৰকট হৈ উঠি ১৯১২ চনত পত্নী বিয়োগ ঘটনাৰ লগে লগে শীৰ্ষ বিন্দুৰ ফালে আগ বাঢ়ে আৰু ১৯২১ চনত বিপিনৰ বিযোগত ইয়াৰ স্বাভাৱিক পৰিসমাপ্তি হয়। মন কৰিব লগীয়া কথা যে বৰবৰুৱাৰ শ্ৰেষ্ঠ কাব্য গ্ৰন্থসমূহ ৰচিত হয় ১৯১০ আৰু ১৯১৭ চনৰ ভিতৰত।

দৰিদ্ৰতাৰ ত্যক্ততাৰ মাজত জীৱন আৰম্ভ কৰি পথিয়ালত ঘটা পাঁচটাকৈ বিযোগ ঘটনাৰ আঘাতত জৰ্জ্জৰিত হৈ হিতেশ্বৰে মানৱ জীৱন তথা ব্যক্তিগত জীৱনৰ ছবি তেওঁৰ কাব্য ছনেট আৰু গীতিকবিতাৰ মাধ্যমেৰে অঙ্কিত কৰিবলৈ ধৰিলে। কবিৰ ব্যক্তিগত বিয়োগ বেদনাৰ ৰিজবা তেওঁৰ কাব্য নিজৰাৰ তলে তলে বৈ থাকে আৰু কেতিয়াবা ই ওপৰলৈ উঠি আহি কাব্য সৃষ্টিত খেলিমেলিৰ সৃষ্টি কৰে। ব্যক্তিগত জীবনৰ বিয়োগ বেদনাক কাব্যত বৰ্ণিত বিযোগ ঘটনাৰ লগত সান মিহলি কৰি কবিযে পাঠকৰ ৰসভঙ্গ কৰাও দেখা যায়। উদাহৰণ স্বৰূপে তিৰোতাৰ আত্মদান' কাব্যত গদাপাণিয়ে জয়মতীৰ মৃতদেহ শ্মশানত সমাধিস্থ কৰিবলৈ নিয়াৰ দৃশ্য অঙ্কন কৰোতে কবিয়ে তেওঁৰ প্ৰিয়তমা পত্নীৰ মৃতদেহ সমাধিস্থ কৰাৰ করুণ দৃশ্যৰ কথা উল্লেখ কৰিছে আৰু পত্নীহাৰা গদাপাণিৰ অৱস্থাৰ লগত নিজৰ অৱস্থাৰ তুলনা কৰিছে। কাব্যত ব্যক্তিগত শোক বিষাদৰ কথা কবলৈ সুবিধা নাপাই কবিয়ে গীতিকবিতা আৰু ছনেটৰ আশ্ৰয় লৈছে। পুত্ৰ জিতেনৰ মৃত্যুত ৰচিত প্ৰাণৰ জিতেন নামৰ কবিতাটি শোক কবিতা হিচাবে অসমীয়া সাহিত্যৰ এটি অমূল্য সম্পদ। পুত্ৰ বিপিনৰ মৃত্যুত ৰচিত চকুলো নামৰ ছোট গুচ্ছধৰ্মী কাব্যখনি যে কবিৰ ব্যক্তিগত শোক আৰু জীৱনবোধক বিশ্বজনীন স্তৰলৈ লৈ গৈছে।

তদুপৰি ব্যক্তিগত জীৱনৰ ত্ৰগৰাকী নাৰীৰ—কনিষ্ঠা ভগিনী আৰু প্ৰিয়তমা পত্নীৰ—বিয়োগ বেদনাৰ প্ৰভাৱো বৰবৰুৱাৰ কাব্য সৃষ্টিত পৰিলক্ষিত হয়। বৰবৰুৱাই তেওঁৰ কাব্যৰাজিত নাৰী চৰিত্ৰত প্ৰাধান্য দিছে আৰু কাব্যৰ নাৰীবোৰক বীৰাঙ্গনা হিচাবে তুলি ধৰিছে। ঈশ্বৰ প্ৰেম স্বদেশ প্ৰেম পতি-প্ৰেম বীৰত্ব আত্মোৎসৰ্গ আৰু ত্যাগৰ প্ৰতীক হিচাবে সাজি কাচি বৰবৰুৱাৰ নাৰীবোৰ পাঠকৰ সমুখত থিয় দিছে।

৮। ডিম্বেশ্বৰ নেওগ A New Light On History of Asamiya Literature P 430

সমস্ত সৎগুণৰ অধিকাৰিণী হৈও এই নাৰীবোৰে অশেষ নিৰ্য্যাতন ভুগি অৱশেষত দৈবৰ ওচৰত আত্ম সমৰ্পণ কৰিছে।

## ৫ ॥ বৰবৰুৱাৰ স্বদেশ-প্ৰীতি ॥

হিতেশ্বৰ বৰবৰুৱা হাড়ে হিমজুৱে আছিল এজন উগ্ৰ স্বদেশপ্ৰেমিক। এই স্বদেশ প্ৰেম তেওঁৰ কাব্যৰাজিৰ মূল প্ৰেৰণা তেওঁৰ জীৱনৰ ব্ৰত। উমাকান্ত গোহাঁয়ে আমাক জনোৱা মতে বৰবৰুৱাই অসম তথা অসমীয়াৰ বিৰুদ্ধে কোনো কথা নাইবা মন্তব্যকে সহ্য কৰিব নোৱাৰিছিল। ১৯১২ চনৰ জানুৱাৰী মাহৰ প্ৰথম সপ্তাহত ঘটা এটা ঘটনা। সম্ৰাট পঞ্চম জৰ্জ্জ সম্ৰাজ্ঞীসহ কলিকতালৈ আহিছিল আৰু তেওঁলোকৰ দৰ্শনাৰ্থে অসমৰ আন মানুহৰ লগত বৰবৰুৱাও কলিকতালৈ গৈছিল। কলিকতা চহৰত জাকতজিলিকা বৰবৰুৱাক দেখি এজন বঙালী ভদ্ৰলোকে বৰবৰুৱাক সুধিছিল— আপুনি ক'ৰ পৰা আহিছে? বৰবৰুৱাই বিনম্ৰভাৱে উত্তৰ দিলে—তেওঁ এজন অসমীয়া আৰু অসমৰ পৰা আহিছে। বঙালী ভদ্ৰলোকজনে পুনৰ সুধিলে— অসম? অসম ক'ত? এনে অবাঞ্ছিত প্ৰশ্নত বৰবৰুৱা খঙত অধীৰ হৈ অসমক নজনা এই বঙালী ভদ্ৰলোক জনক এশিকনি দিবলৈ তেওঁৰ যালে খেদি গ'ল। ভাগ্যে সেই সময়ত কেইবাজনো অসমীয়া ছাত্ৰ বৰবৰুৱাৰ লগত আছিল। এই ছাত্ৰ কেইজনে বাধা নিদিয়া হলে বৰবৰুৱাৰ হাতত বঙালী ভদ্ৰলোকজনৰ কি অৱস্থা হলহেঁতেন সহজে অনুমান কৰিব পাৰি। কলিকতা চহৰত সিহঁতিক্ৰমেৰে গুজৰি বৰবৰুৱাই হেনো কৈছিল See how that fellow belittles Assam in our presence Could such an insult to our Assam be tolerated ? [১]

ব্যক্তিগত জীৱনৰ এই উগ্ৰ স্বদেশ প্ৰীতিয়ে বৰবৰুৱাৰ কাব্য ছনেটৰ মাজে মাজে লুকা ভাকু খেলি আছে।

## ৬ ॥ জীৱনৰ অন্তিম দিনকেইটা ॥

কবি বৰবৰুৱাৰ জীৱনৰ অন্তিম দিনবোৰ বৰ দুখময় আছিল। পাৰিবাৰিক বিয়োগ বেদনাত কবি জীৱন্ততে মৰা যেন হৈছিল। বাগিচাৰ চাকৰীৰ পৰা অৱসৰ লবলৈ নোপাওঁতেই হঠাতে nerve failure হৈ বৰবৰুৱা অসুস্থ হৈ পৰে। স্বাস্থ্যৰ পৰিবৰ্ত্তন কামনা কৰি চাকৰীৰ পৰা কিছুদিনৰ বাবে ছুটী লৈ তেওঁ জাহাজেৰে ধুবুৰীলৈ যোৱাৰ পথত নগাওঁলৈ আহে। নগাওঁত বৰজোৱাই উমাকান্ত গোহাঁইৰ ঘৰতে বৰবৰুৱাৰ অসুখ ক্ৰমান্বয়ে বেছি হৈ আহে আৰু ১৯৩৯ চনৰ ৪ জানুৱাৰী তাৰিখে অসমীয়া সাহিত্যৰ কাব্য ছনেটৰ সৰ্ব্বশ্ৰেষ্ঠ কবিজনাই শেষ নিশ্বাস ত্যাগ কৰে।

---

১। উমাকান্ত গোহাঁইৰ A Brief Account on Hiteswar Bor Boruah's life নামৰ প্ৰবন্ধৰ পৰা।

## ৭ ॥ বৰবৰুৱাৰ গ্ৰন্থৰাজিৰ সময়-তালিকা ॥

কবি বৰবৰুৱাই তেওঁৰ গ্ৰন্থৰাজিৰ যি সময় তালিকা নিজে প্ৰস্তুত কৰি আমাক দি গৈছে তাক তলত দাখিল ধৰা হল

| ক্ৰমিক নং | গ্ৰন্থৰ নাম | ৰচনাৰ কাল | প্ৰকাশৰ কাল |
|---|---|---|---|
| | | খ্ৰীষ্টাব্দ | খ্ৰীষ্টাব্দ |
| ১ | ঢোপাকলি | ১৮৯৯ | ১৯০২ |
| ২ | বিৰহিণী বিলাপ কাব্য | ১৮৯৬—১৯১২ | ১৯১৩ |
| ৩ | তিৰোতাৰ আত্মদান বা জয়মতী কাব্য | ১৯০২—১৯১২ | ১৯১৩ |
| ৪ | কমতাপুৰ ধ্বংস কাব্য | ১৯০৩ | ১৯১২ |
| ৫ | আভাস কাব্য | ১৯১৯—১৪ | ১৯১৪ |
| ৬ | মালিতা ( বুৰঞ্জীমূলক উপন্যাস) | ১৯০৩ | ১৯১৪ |
| ৭ | ডেচ দিমোনা কাব্য | ১৯১৩—১৯১৪ | ১৯১৭ |
| ৮ | অঞ্জলা ( ক্ষুদ্ৰ কাব্য ) | ১৯১৪ | ১৯১৭ |
| ৯ | যুদ্ধ ক্ষেত্ৰত আহোম ৰমণী বা মু ।গাভক কাব্য | ১৯১৪ | ১৯১৫ |
| ১ | মালচ ( চতুৰ্দ্দশপদী কবিতা ) | ১৯০২—১৯১৭ | ১৯১৮ |
| ১১ | চকুপো ( ছনেট গুচ্ছ ) | ১৯২১ | ১৯২২ |
| ১২ | তলসৰা ফুলৰ তিনি আঁজলি (কবিতা) | ১৮৯৯—১৯১৭ | অপ্ৰকাশিত । |
| ১৩ | আহোমৰ দিন ( আহোম যুগৰ বিস্তৃত বুৰঞ্জী ) | ১৯১৩ চনৰ পৰা | |

ওপৰৰ তালিকাত অন্তভুক্ত নোহোৱা তলৰ পুথি কেইখনিও ৰবৰুৱাৰ ৰচনা বুলি আমি প্ৰমাণ পাওঁ কিন্তু কিতাপ কেইখনি এতিয়াও আমাৰ হাতত পৰাহি নাই

১) ময়না ( উপন্যাস )

২) বৈদেহীৰ নিৰ্ব্বাসন ( কাব্য )

৩) ধনদা কমল ( নাট )

তদুপৰি তলৰ বিশেষ গদ্য ৰচনাখিনি আমি ৰবৰুৱাৰ পৰা পাইছোঁ

(১) 'মোৰ ক্ষুদ্ৰ জীৱনৰ আত্ম সোঁৱৰণ' ( অসম্পূৰ্ণ আত্ম জীৱনী )

২) ১৯২৫ খ্ৰীষ্টাব্দত নগাওঁত অনুষ্ঠিত অসম সাহিত্য সভাৰ বুৰঞ্জী অধিবেশনৰ সভাপতিৰ অভিভাষণ ।

## তৃতীয় অধ্যায়

# অসম বুৰঞ্জীৰ আধাৰত ৰচিত হিতেশ্বৰ বৰবৰুৱাৰ সাহিত্যিক মহাকাব্য (Literary Epics)

## কমতাপুৰ ধ্বংস কাব্য তিৰোতাৰ আত্মদান কাব্য যুদ্ধক্ষেত্ৰত আহোম ৰমণী

সাহিত্যিক মহাকাব্যৰ (Secondary or Literary Epic) ঐতিহ্য ৰক্ষা কৰি হিতেশ্বৰ বৰবৰুৱাই অসমীয়া সাহিত্যত এলানি কাব্য ৰচনা কৰে। ইটালীয় মহাকবি ভাৰ্জিলৰ ইনীডৰ (Aeneid) পৰাই সাহিত্যিক মহাকাব্যৰ ধাৰাটিৰ বিকাশ সাধন হোৱা বুলি কৰ পাৰি। ইংৰাজী সাহিত্যত ই মিল্টনৰ প্ৰতিভাৰে উদ্দীপ্ত হৈ উঠে। মিল্টনৰ সাহিত্যিক মহাকাব্য পেৰেডাইজ লষ্টৰ (Paradise Lost) অসীম প্ৰভাৱৰ ফলতে আধুনিক ভাৰতীয় সাহিত্যত সাহিত্যিক মহাকাব্যৰ জন্ম হয়। বঙ্গ কবি মধুসূদন দত্তৰ মেঘনাধ বধ কাব্যক এই ঐতিহ্যৰ ভাৰতীয় সন্তান বুলি আখ্যা দিব পাৰি। মেঘনাদ বধ কাব্যৰ অনুকৰণত প্ৰথমে বঙলা সাহিত্যত পিছলৈ অসমীয়া সাহিত্যত ভালেখিনি সাহিত্যিক মহাকাব্যৰ সৃষ্টি হ'ল। সাহিত্যিক মহাকাব্যৰ জন্ম আৰু ক্ৰমবিকাশৰ ওপৰত প্ৰখ্যাত সমালোচক চি এচ লিউইচে (C S Lewis) এ কথা এটি মন্তব্য প্ৰণিধানযোগ্য

The real question is whether any epic development beyond Virgil is possible But one thing is certain If we are to have another epic it must go from Virgil Any return to the merely heroic any lay however good that tells merely of braver men fighting to save their lives or to get home or to avenge their kinsmen will now be an anachronism You cannot be young twice The explicitly religious subject for any future epic has been dictated by Virgil it is the only further development left [১]

গতিকে ধৰ্ম্মমূলক বিষয়ৰ আধাৰত (explicitly religious subject) ইংৰাজী সাহিত্যত মিল্টনৰ পেৰেডাইজ লষ্ট, বঙলা সহিত্যত মধুসূদন দত্তৰ মেঘনাদ

বধ' হেমচন্দ্র বন্দোপাধ্যায়ৰ বৃত্রস হাৰ' আৰু নবীন চন্দ্র সেনৰ কুৰুক্ষেত্র আদি কাব্য ৰচিত হয়। এই ঐতিহ্যৰ ধ্বজা বহন কৰি ধৰ্মমূলক বিষয়ক আঁতৰাই থৈ এক নব পৰীক্ষাৰে নবীনচন্দ্ৰই পলাশিৰ যুদ্ধ কাব্য ৰচনা কৰে। প্রকৃতপক্ষে ৰঙ্গলালৰ পদ্মিনী কাব্যতে এই পৰীক্ষাৰ সূত্রপাত হলেও নবীন চন্দ্রৰ 'পলাশিৰ যুদ্ধৰ অভিনৱত্ব মন কৰিবলগীয়া। আগৰখন কাব্যৰ বিষয়বস্তু লোৱা হৈছিল ভাৰত বুৰঞ্জীৰ মোগল যুগৰ পৰা কিন্তু পিছৰখনৰ বিষয়বস্তু হ'ল বঙ্গৰ সদ্যজাত বুৰঞ্জীৰ—যাৰ লগত বঙালী মানুহৰ ভাগ্য নিবিড়ভাৱে জড়িত। পলাশিৰ যুদ্ধৰ বিষয়বস্তু আৰু আঙ্গিকৰ দিশৰ পৰা নবীন চন্দ্ৰক কঠোৰ সমালোচনা কৰা হৈছিল। কিন্তু ১৮৭৫ খ্রীষ্টাব্দত প্রকাশিত এই কাব্যৰ জনপ্রিয়তাই অসমীয়া সাহিত্যকো স্পৰ্শ কৰি যায়।

সাহিত্যিক মহাকাব্যৰ পৰম্পৰা ৰক্ষা কৰি মেঘনাদ বধ কাব্যৰ আৰ্হি হিচাবে লৈ নব্য নৱন্যাসৰ অসমীয়া কৰিসকলে কেইটিমান সাহসী প্রচেষ্টা চলোৱা দেখা যায়। ভোলানাথ দাসে সীতাহৰণ কাব্য আৰু ৰমাকান্ত চৌধুৰীয়ে অভিমন্যুবধ' কাব্য ধৰ্মীয় আধাৰতে ৰচনা কৰে। কিন্তু হিতেশ্বৰ বৰবৰুৱাই নবীনচন্দ্র সেনৰ আৰ্হি লৈ স্বদেশ প্রেমেৰে উদ্বুদ্ধ হৈ অসম বুৰঞ্জীৰ ঘটনাৰ আলমত সাহিত্যিক মহাকাব্য ৰচনা কৰে। নবীনচন্দ্ৰই বিষয়বস্তু নিৰ্ব্বাচনত আংশিকভাৱে ধৰ্ম আৰু আৰু আংশিকভাৱে বুৰঞ্জীৰ প্রশ্রয় লয়। কিন্তু হিতেশ্বৰ বৰবৰুৱাই সম্পূৰ্ণভাৱে বুৰঞ্জীৰহে আশ্রয় লয়। বুৰঞ্জী মূলক ঘটনাৰ নীৰস জকাত কল্পনাৰ ৰক্ত মাংস সংযোগ কৰি বৰবৰুৱাই ৰচনা কৰা সাহিত্যিক মহাকাব্য কেইখনি হ'ল — (১) কমতাপুৰ ধ্বংস কাব্য (১৮৯৯) (২) তিৰোতাৰ আত্মদান কাব্য (১৯১৩) আৰু (৩) যুদ্ধক্ষেত্ৰত আহোম ৰমণী বা মূলা গাভৰু কাব্য (১৯১৫)। নবীনচন্দ্ৰই তেওঁৰ পলাশিৰ যুদ্ধৰ দ্বাৰা বঙালীৰ প্ৰাণত জাতীয় জীৱনৰ ভাব অনুভূতিৰ উদ্রেক কৰিছিল। তেনেদৰে হিতেশ্বৰ বৰবৰুৱাই অসমৰ অতীত বুৰঞ্জীৰ কাব্য কাহিনীৰে অসমীয়াৰ প্ৰাণত জাতীয় ভাৱ অনুভূতি জাগ্ৰত কৰিবলৈ প্রচেষ্টা চলাইছিল। পলাশিৰ যুদ্ধৰ আদৰ্শৰ দ্বাৰা অনুপ্ৰাণিত হলেও কাব্যৰ আঙ্গিকৰ ফালৰ পৰা পলাশিৰ যুদ্ধৰ যি ব্যৰ্থতা তাৰ পৰা তেওঁ মুক্ত হব পাৰিছিল। বৰবৰুৱাই তেওঁৰ কাব্যত সাহিত্যিক মহাকাব্যৰ আঙ্গিক সযত্নে ৰক্ষা কৰিবলৈ চেষ্টা কৰা দেখা যায় আৰু এই দিশত তেওঁৰ ওপৰত মধুসূদনৰ প্ৰভাৱ অনস্বীকাৰ্য। বৰবৰুৱাই তেওঁৰ কাব্যৰাজিৰ মাজেদি ভাৰতীয় দৰ্শন চিন্তা আদৰ্শ আৰু বিশ্বাস সমুজ্জল কৰি তুলিছে আৰু তেওঁৰ নায়ক নায়িকাবোৰে এই ঐতিহ্যৰ মাজেদিয়ে বিশ্ব মানৱৰ ভাৱ চিন্তাৰ লগত যোগসূত্র স্থাপন কৰিবলৈ সক্ষম হৈছে। তদুপৰি এক উগ্ৰ স্বদেশ-প্ৰীতিৰ ভাৱো বৰবৰুৱাৰ কাব্যৰাজিৰ মাজেদি পৰিস্ফুট হৈছে।

## ১। 'কমতাপুৰ ধ্বংস কাব্য

'কমতাপুৰ ধ্বংস কাব্যৰ ৰচনাৰ কাল ১৮৯৯ খ্ৰীষ্টাব্দ হলেও ই বিৰহিনী বিলাপ কাব্য'ৰ

লগত তৃতীয়াভাবে ১৯১২ খ্রীষ্টাব্দতহে প্রকাশিত হয়। হিতেশ্বৰ বৰবৰুৱাৰ প্রথম কাব্যিক প্রয়াস—এই কাব্যখনি অসমীয়া সাহিত্যত প্রথম বুৰঞ্জীমূলক সাহিত্যিক মহাকাব্য। ৰচনাৰ বহু বছৰ পাছত কাব্যখনি প্রকাশ হোৱাৰ কাৰণ দর্শাই বৰবৰুৱাই লিখিছে

'বিৰহিনী বিলাপ কাব্য'ৰ 'উপবন্ধ' আৰু 'সমর্পণ অংশটি বাদ দিলে তলসৰা ফুলৰ সমুদায়খিনি লিখোতাৰ চেঙেৰা কালৰ লিখা বিৰহিনী বিলাপ কাব্য ইং ১৮৯৬ চনত আৰু কমতাপুৰ ধ্বংস কাব্য ইং ১৮৯৯ চনত।

অসমীয়া সাহিত্যত এনেকুৱা পুথিৰ কিবা বিশেষ আৱশ্যক আছেনে নাই সেইটো লিখোতাই এতিয়ালৈকে থিৰাং কৰিব পৰা নাই। সেইবুলি তেওঁ ইমানদিনে তেওঁৰ তলসৰা ফুল প্রকাশ কৰিবলৈ আগবঢ়া নাছিল। সম্প্রতি তেওঁৰ কেইজনমান পঢ়াশলীয়া বন্ধুৰ বিশেষ আগ্রহ দেখি তলসৰা ফুলৰ দুটি প্রকাশ কৰিলে।

কাব্যখনি অধ্যয়নৰ বাবে লওঁতে আমি মনত ৰাখিব লাগিব— কমতাপুৰ ধ্বংস হিতেশ্বৰ বৰবৰুৱাৰ চেঙেৰা কালৰ লিখাহে নহয় ই অসমীয়া কাব্য সাহিত্যতে এক নতুন প্রয়াস। আলোচনা প্রসঙ্গত ইয়াৰ ভুল ত্রুটিবোৰৰ কথা কবলৈ যোৱাৰ আগতে কবিৰ নিজা বক্তব্য চাৰি জাৰি চাব লাগিব। কাব্যৰ পাতনিত কবিয়ে লিখিছে

"বর্তমান সময়ত লিখোঁতা পৰাধীন সময়ৰ বৰ নাটনি পুথিখনি ঘূৰাই এবাৰ চাবলৈ নেপালে এই বিষয়ে তেও অশেষ দুখিত।

লিখোতা সাহিত্য সমাজত একেবাৰেই নতুন আৰু এই ধৰণৰ কাব্যও সম্ভৱতঃ বর্ত্তমান যুগৰ অসমীয়া সাহিত্যত এয়ে প্রথম। তাতে বিদেশত ছাপা হওঁতে তেওঁ নিজে আঁহি কাকত চাব নোৱাৰাত ও ছাপা হৈ থকা অৱস্থাতে লেখকৰ পত্নী বিয়োগ ঘটি মনোশক্তিৰ ব্যাঘাত জন্মি বিশেষ মনোযোগ দিব নোৱাৰাত পুথি দুখনিত অনেক খুঁত থাকি গল। এই বিষয়ে মৰমিয়াল পাঠক পাঠিকাসকলে যেন দাই দোষ ক্ষমা কৰে ইয়াকেহে খাটিলো।

মাতৃৰ নামত কাব্যখনি সমর্পণ কৰি কবিয়ে গাইছে

> সকলো কৰিব পাৰে—শুনা নাই কতো
> ঋণমুক্ত হয় পুত্র শুজি মাতৃ-ঋণ।
> নহয় কমতা মোৰ নহয় সুজনি
> মাতৃ ভকতিৰ মাথো আভা মাত্র চিন॥

কাব্যখনিয়ে কবিৰ গভীৰ অধ্যয়নৰ স্বাক্ষৰ বহন কৰিছে। হোমাৰ শেক্সপীয়েৰ ড্ৰাইডেন পোপ কাউপাৰ গল্ডস্মিথ মণ্টগোমাৰি আৰু লর্ড বায়ৰণৰ গ্রন্থৰ উদ্ধৃতি এই কাব্যখনিত দিয়া হৈছে। কাব্য কাহিনীৰ আঁহে আঁহে এই প্রখ্যাত কবিসকলৰ— বিশেষকৈ শেক্সপীয়েৰ আৰু মধুসূদনৰ—কাব্যিক চিন্তাৰ ধ্বনি প্রতিধ্বনিয়ে আমাৰ কাণত খুন্দিয়াই যায়। চেঙেৰা কালৰ সৃষ্টি হলেও কমতাপুৰ ধ্বংসৰ আঙ্গিক বিষয় বস্তুৰ

উপস্থাপন অমিত্ৰাক্ষৰ ছন্দৰ সাৱলীলতা গভীৰ জীৱন-বোধ আৰু ঐকান্তিক স্বদেশ-প্ৰীতিয়ে হিতেশ্বৰ বৰবৰুৱাৰ প্ৰচুৰ কাব্যিক সম্ভাৱনাৰ পৰিচয় দিয়ে।

কাব্যখনি প্ৰকাশ হোৱাৰ লগে লগে সুধী সমাজৰ সমাদৰ লাভ কৰে। সেই সময়ৰ আৰ্ল ল কলেজৰ অধ্যক্ষ জে বৰুৱাই কৰা এটি মন্তব্য প্ৰণিধানযোগ্য :

'It (Kamatapur Dhvansa Kavya) is an excellent book ... I have not the slightest doubt that this beautiful production ... your literary efforts will enrich our literature I have read some of the poems and I find them very very sweet indeed ... May I hope that you will bring out some more books so that our language may be indebted to you all the more?"

এনে বহুজন বিজ্ঞ ব্যক্তিৰ মন্তব্যৰ উপৰিও সেই সময়ৰ বাতৰি কাকততো কাব্য-খনিৰ উচ্চ প্ৰশংসা কৰা হৈছিল। ১৯৩৩ খ্ৰীষ্টাব্দৰ ২৯ মাৰ্চৰ টাইমছ অৱ আসামত কৰা মন্তব্য এনে ধৰণৰ

Every Chapter is prepared by appropriate quotations from English poets We greatly appreciate the book from its language, which is decided'y Assamese its metrical construction and beautiful style Such publications are no doubt an invaluable addition to the literature of the country

## কাব্য-কাহিনীৰ মূল (Source)

কমতাপুৰ ধ্বংস'ৰ মূল কাহিনী অসম বুৰঞ্জীৰ পৰা লোৱা হৈছে। কাব্যৰ প্ৰস্তাৱনাত কবিয়ে ইয়াক এনেদৰে দাঙি ধৰিছে

এইজনা ৰজাই পূৰ্ব্বৰ প্ৰতিভা অনুসাৰে সেই বামুণজনকে মন্ত্ৰী পাতিলে আৰু নিজে নীলধ্বজ নাম লই কমতাপুৰ নামে নগৰ স্থাপন কৰিলে। কামৰূপৰ পশ্চিম অঞ্চলত ১২৫—৬ শকত এই নগৰ স্থাপন হোৱাৰ অনুমান হয়। নগৰৰ নাম অনুসাৰে নিজে কমতেশ্বৰ উপাধি লই সেই ৰজাই আপোনাৰ কুলীয়া 'কেন'বিলাক 'সচ্ছুদ্ৰ' বা ভাল শূদ্ৰ বুলি প্ৰকাশ কৰি দিলে। নীলধ্বজৰ পাছত ক্ৰমান্বয়ে চক্ৰধ্বজ আৰু নীলাম্বৰ ৰজা হয়। নীলাম্বৰ ৰজাৰ মন্ত্ৰীজন এজন বামুণ। এই নীলাম্বৰেই আমাৰ বৰ্ত্তমান কাব্যৰ প্ৰধান নায়ক। এওঁকেই 'নিলাম্বৰ' আৰু কোঁচৰাজা

---

২ বৰবৰুৱাৰ 'আভাস কাব্য'ৰ পৰিশিষ্টত সন্নিবিষ্ট।

নীলাম্বৰ'ও বোলে আৰু এওঁৰ কুঁৱৰীয়ে আমাৰ কাব্যৰ প্ৰধান নায়িকা। সম্ভৱতঃ ১৩৮৮—৯ শকত নীলাম্বৰ ৰজাই ৰাজত্ব কৰে। এওঁ আহোমৰ 'চুচেন্‌ফা' ৰজাৰে সমসাময়িক ৰজা। এই সময়ত আহোম ৰজাই উজনি খণ্ডত ৰাজত্ব কৰে।

নীলাম্বৰ ৰজাই তেওঁৰ ৰাণীৰে সতে মন্ত্ৰীৰ পুতেকৰ আসক্তি আছিল বুলি সন্দেহ হোৱাত এদিন মন্ত্ৰীৰ পুতেকক ধৰাই বধ কৰালে আৰু তাৰ মাংস পহুৰ মঙহ বুলি মন্ত্ৰীক খাবলৈ দিলে। তাৰ পাছত ৰজাই মন্ত্ৰীক মতাই আনি পুতেকৰ মূৰটো উলিয়াই দেখুৱালে আৰু মন্ত্ৰীয়ে কি খালে আৰু পুতেকৰ অপৰাধৰ কথা ভাঙি পাতি কই দিলে। পাছে মন্ত্ৰীয়ে শোকে বেজাৰে প্ৰায়শ্চিত হই সেই পাপ মোচনৰ অৰ্থে গঙ্গাতীৰলৈ গ'ল।

এই তীৰ্থযাত্ৰা কেৱল ছল মাত্ৰ আছিল। মন্ত্ৰীয়ে গৌৰ নগৰৰ নবাব হুচেৰ ছাৰ তালৈ গই মিছামিছিকৈ ৰাজ্যৰ দুৰ্ব্বলতা জনাই পুত্ৰহন্তা নীলাম্বক প্ৰতিফল দিবৰ নিমিত্তে ভালেমান মুছলমান সেনা লৈ আহিলগৈ। সেই সৈন্যৰে সতে নীলাম্বৰ ৰজাৰ ঘোৰ যুদ্ধ হ'ল। বাৰ বছৰ এনে যুদ্ধ থাকে, তথাপি মুছলমানবিলাকে কমতাপুৰ পৰাস্ত কৰিব নোৱাৰিলে।

পাছে মুছলমানবিলাকে কেতবিলাক দোলাৰ ভিতৰত অস্ত্ৰে সইতে বহুত চিপাহী সুমাই থই নীলাম্বৰ ৰজাৰ ওচৰলৈ এই বুলি কই পঠালে বোলে এতিয়া আমি ৰণ এৰি ভাটীলৈ যাওঁগৈ কিন্তু যোৱাৰ আগতে আমাৰ তিৰোতাবিলাকে ৰাণীৰ সইতে চিনা পৰিচয় হ'ব খোজে।

নীলাম্বৰ এই কথাত মান্তি হোৱাত পাছদিনা নগৰৰ ভিতৰলৈ দোলাবোৰ আহিবলৈ আজ্ঞা দিয়া হ'ল। পাছে যেতিয়া সকলোবিলাক দোলা আহিল তাৰ পৰা অস্ত্ৰধাৰী সৈন্যবিলাক ওলাই একেবাৰে গড় অধিকাৰ কৰি ৰজাক বন্দী কৰি পেলালে। ৰজাৰ লগে লগে কমতাপুৰ ধ্বংস পালে। ১৪২০ শকত কমতাপুৰত মুছলমানৰ জয় পতাকা উঠিল। বিভীষণৰ দোষত লঙ্কা আৰু ৰাক্ষস বংশ ধ্বংস পোৱাদি মন্ত্ৰীৰ দোষত কমতাপুৰ আৰু খেন বা কমতেশ্বৰ বংশ ধ্বংস পালে। ঠিক এইদৰেই বদনচন্দ্ৰ বৰফুকনৰ দোষত আহোম ৰাজ্য ধ্বংস পালে।

এই ঐতিহাসিক প্ৰকৃত ঘটনাটিকে অবলম্বন কৰি কমতাপুৰ ধ্বংস বা সাদৰী কাব্য' ৰচনা কৰা হ'ল। নীলাম্বৰ ৰজাৰ ৰাণীৰ নাম সাদৰী। সময়ত বহুত কথা নতুনকৈ সৃজন কৰা হৈছে।

কাব্যৰ প্ৰস্তাৱনাত দাঙি ধৰা এই ঐতিহাসিক ঘটনাটি অসম বুৰঞ্জীত কেনেদৰে বৰ্ণিত হৈছে—তাকো পৰীক্ষা কৰি চোৱাৰ এটি প্ৰয়োজন আছে। তাৰ দ্বাৰা কাব্য কাহিনী মূলৰ পৰা কেনেদৰে আঁতৰি আহিছে তাৰ এটি পৰিষ্কাৰ আভাস পাব পাৰি। ৰায়বাহাদুৰ কনকলাল বৰুৱাৰ মতে

'According to Buchanan Hamilton a young Brahmin, the son of a councillor named Sachi Patra had intrigues with Nilambar's wife He was caught and secretly put to death Nilambar then had a part of the body cooked and invited Sachi Patra to dinner. The Brahmin came on invitation and unwittingly ate of his son's flesh After the repast the king related the whole story The Brahmin said that his son no doubt deserved punishment for his sin but he had been made to eat human flesh he must retire from the world and become a religious mendicant in order to expiate his sin The king allowed him to depart from his kingdom Sachi Patra went straight to Hussein Shah the Sultan of Gaur, and invited him to attack Nilambar in 1498 A D and invested Kamatapur which was strongly fortified Nilambar held out for a long time and at length Hussein Shah reduced the capital by resorting to a stratagem Nilambar escaped and fled towards the hills [৩]

ছাৰ এডৱাৰ্ড গেইটে এই ঘটনাৰ উল্লেখ কৰিছে এনেদৰে

The only Kamata dynasty of which we have any connected account is that of the Khyan or khen kings whose last representative Nilambar was overthrown by Hussein Shah in 1498 A D [৪]

অসম বুৰঞ্জীৰ এই মূল ঐতিহাসিক ঘটনাটিত আৱশ্যকীয় সালসলনি ঘটাই বৰবৰুৱাই কাব্যোপযোগী কৰি তুলিছে। মূল ঘটনাটি সৰলৰেখা সদৃশ আৰু তাত নাটকীয় জটিলতাৰ সুবিধা নাই। মূলৰ মতে নীলাম্বৰৰ ৰাণীৰ লগত মন্ত্ৰীৰ পুত্ৰৰ অবৈধ প্ৰণয় আছিল। কিন্তু কাব্যত ৰাণীৰ সখী গোলাপীৰ লগত মন্ত্ৰীৰ পুত্ৰ নন্দৰ এটি প্ৰণয় কাহিনী অঙ্কিত কৰা হৈছে। ৰাণী সাদৰীয়ে গোলাপীৰ হৈ নন্দলৈ বুলি এখনি প্ৰেম পত্ৰ লিখে। ৰজা নীলাম্বৰে গোপনে এই প্ৰেম পত্ৰ পঢ়ে আৰু তেওঁৰ ৰাণীৰ লগত মন্ত্ৰীৰ পুত্ৰ নন্দৰ অবৈধ প্ৰণয় আছে বুলি সন্দেহ কৰে। তাতেই জটিলতাৰ সৃষ্টি হৈ কাব্য কাহিনী আগবাঢ়ি যায়। মূলত ৰজা নীলাম্বৰৰ মন্ত্ৰীৰ নাম

৩। Rai K L Barua Bahadur Early History of Kamarupa (Second Edition) P 174

৪। Sir Edward Gait A History of Assam' (Second edition revised—1926) P 43

শচীপাত্ৰ বুলি জনা যায় আৰু তাত ৰাণীৰ ন'ম ৰাণীৰ কোনো সখী আদিৰ নাম নাইবা মন্ত্ৰীৰ পুত্ৰৰ নাম পোৱা নাযায়। কাব্যত ৰাণীৰ নাম সাদৰী আৰু মন্ত্ৰীৰ পুত্ৰৰ নাম নন্দ ৰখা হৈছে। ৰাণীৰ সখী গোলাপী সম্পূৰ্ণভাৱে বৰবৰুৱাৰ কাব্যিক সৃষ্টি। কাব্যৰ অন্যান্য কেইটিমান চৰিত্ৰ—বুঢ়ী দাসী পমিলী গৌড়ীয় সেনাপতি জামাল আৰু তেওঁৰ সহকাৰী চুজা কবিৰ কাল্পনিক সৃষ্টি। আনহাতে উল্লেখযোগ্য কথা হ'ল—কাব্যত মন্ত্ৰীজনৰ নাম শচীপাত্ৰ বুলি ৰখা হোৱা নাই। কাব্য কাহিনীত জটিলতা সৃষ্টি আৰু নতুন চৰিত্ৰৰ অৱতাৰণাৰ উপৰিও মূল ঐতিহাসিক কাহিনীত অন্য ভালে কেইটি পৰিবৰ্ত্তন সাধন কৰা হৈছে। কাব্যত মন্ত্ৰীপুত্ৰৰ হত্যা সংঘটিত হৈছে কিন্তু মন্ত্ৰীক পুত্ৰৰ মঙহ খুওৱা দৃশ্য অঙ্কিত নকৰি মাথোন উল্লেখ কৰি যোৱা হৈছে। ব্ৰাহ্মণ মন্ত্ৰীয়ে পুত্ৰ নন্দক সুন্দৰী গোলাপীৰ প্ৰেমপাশৰ পৰা মুক্ত কৰিবৰ অভিপ্ৰায়ে দেশৰ বাহিৰলৈ তীৰ্থ কৰিবলৈ পঠাইছে। মন্ত্ৰীৰ আশা—তীৰ্থ দৰ্শনে পুত্ৰৰ মানসিক পৰিবৰ্ত্তন সাধন কৰিব। মন্ত্ৰীৰ পুত্ৰৰ এই তীৰ্থদৰ্শনৰ কথা মূলত নাই। তদুপৰি ৰাণী সাদৰীৰ নিৰ্ব্বাসন গোলাপীৰ আগত ৰজা নীলাম্বৰৰ দ্বাৰা নন্দৰ ছিন্ন শিৰ প্ৰদৰ্শন আদি দৃশ্য কবিৰ কাব্যিক সৃষ্টি। মূলত ৰজা নীলাম্বৰ যুদ্ধত হাৰি কৰবালৈ পলাই যোৱা বুলি উল্লেখ আছে আৰু তেওঁৰ ৰাণীৰ সেই যুদ্ধত কোনো ভূমিকাৰ কথা উল্লেখ নাই। কিন্তু কাব্যত ৰজা নীলাম্বৰক অন্যায়ভাৱে বন্দী কৰি বধ কৰা দেখুৱা হৈছে। তেওঁৰ ৰাণী সাদৰীযে বীৰাঙ্গনা ৰূপে সৈন্যবাহিনী পৰিচালনা কৰি যুদ্ধত যৱন সোক পৰাস্ত কৰিছে আৰু অৱশেষত মৃত স্বামীৰ লগত একে চিতাতে সহমৰণ সাৱটি লৈছে। কাব্যত আদিৰ পৰা অন্তলৈ সাদৰীৰ চৰিত্ৰৰ যোগেদি নাৰীৰ সমস্ত সৌন্দৰ্য্য আৰু সৎগুণ—পৰ্ণ প্ৰেম সতীত্ব পবিত্ৰতা ত্যাগ বীৰত্ব দেশপ্ৰেম আদি অঙ্কিত কৰা হৈছে। সেয়ে কবিয়ে কাব্যখনিক কমতাপুৰ ধ্বংস বা সাদৰী নামেৰে নামাকৰণ কৰিছে। মূল ঐতিহাসিক ঘটনাত এনে প্ৰাতঃস্মৰণীয়া বীৰাঙ্গনাৰ কোনো উল্লেখেই নাই। আনকি মূলৰ পলৰীয়া কাপুৰুষ আৰু অবিবেচক ৰজা নীলাম্বৰকো কাব্যত বীৰ স্বদেশপ্ৰেমিক আৰু প্ৰজাৰঞ্জক হিচাবে অঙ্কিত কৰা হৈছে। সন্দেহশীল স্বভাৱৰ বাবে বীৰ ৰঘুদেৱৰ পতন ঘটাৰ দৰে বীৰ ৰজা নীলাম্বৰেও পত্নীক অযথা সন্দেহ কৰি মন্ত্ৰীৰ পুত্ৰক বধ কৰা ঘটনাই কমতাপুৰৰ ধ্বংস মাতি আনিছে। মুঠ কথাত ঐতিহাসিক ঘটনাৰ জকাটোত কল্পনাৰ ৰক্ত মাংস সংযোগ কৰি কবি বৰবৰুৱাই এই বুৰঞ্জীমূলক সাহিত্যিক মহাকাব্যখনিৰ সৃষ্টি কৰিলে।

## ॥ কাব্যৰ কাহিনী ॥

পোন্ধৰটা সৰ্গত বিভক্ত কমতাপুৰ ধ্বংস কাব্যৰ প্ৰথম সৰ্গত আছে বাগ্দেৱী বন্দনা। দ্বিতীয় সৰ্গৰ পৰাহে কাব্য কাহিনী আৰম্ভ হৈছে। কমতাপুৰৰ ৰাজ উদ্যানত

ৰাণী সাদৰী সখী গোলাপীৰ লগত কৈশোৰৰ খেমালি আৰু আনন্দত মগন। সাদৰীয়ে গোলাপীৰ মুখত হাঁহি নেদেখি তেওঁৰ অন্তৰৰ গোপন কথাৰ সন্ধেদ লয়। গোলাপীয়ে সখীৰ আগত মন্ত্ৰী পুত্ৰ নন্দৰ লগত গঢ়ি উঠা তেওঁৰ প্ৰণয়ৰ কথা ভাঙি পাতি কয়। সাদৰীয়ে কিন্তু গোলাপীক এ প্ৰণয়ৰ বিপক্ষে সকীয়াই দিয়ে আৰু কয় যে প্ৰেমিক প্ৰেমিকাৰ জাত কুল একে নহলে—প্ৰেম বিহত পৰিণত হয়

> পাহৰা তেওঁক তুমি আৰু নাভাবিবা।
> নন্দ যে বামুণ, সখি! মন্ত্ৰীৰ পুতেক
> অতুল ঐশ্বৰ্য্যেভৰা তুমি শুদিৰণী
> বিশেষত ধনহীনা পাবা কেনেকই
> তাক তুমি? কিয় সখি! এনুৱা ভাবনা?
> তুমি যে বাওনা সখি! কিয় আশা কৰা
> ধৰিব আকাশী জোন? লেঙেৰা যে ভৰি
> পৰ্ব্বত লঙ্ঘিব তুমি খোজা কেনেকই?
> মিছাতে দুৰাশা এনে কিয় থাকা কৰি?
> প্ৰণয় পৰম ধন স্বজাতিয়ে সতে
> যদি হয়—নতু সখি! বিহ হলাহল। (২য় সৰ্গ)

কিন্তু নন্দ গোলাপীৰ প্ৰণয়ে জাত কুলৰ তথা ঐশ্বৰ্য্য—সম্পদৰ প্ৰাচীৰ মানি নলয়। গোলাপীৰ কাষৰ পৰা সাময়িকভাৱে আঁতৰি থকা নন্দক পাবৰ কাৰণে গোলাপীৰ অন্তৰে হাঁহাকাৰ কৰি উঠে। গোলাপীয়ে সখী সাদৰীক তেওঁৰ অন্তৰৰ ভাৱ অনুভূতি বিৰবি এখনি প্ৰেম পত্ৰ লিখি দিবৰ বাবে খাটনি ধৰে। গভীৰ নিশা। ৰজা নীলাম্বৰ নিদ্ৰা মগ্ন। ৰাণী সাদৰী ৰজাৰ কাষৰ পৰা উঠি আহি গোলাপীৰ হৈ নন্দলৈ বুলি প্ৰেম পত্ৰ এখনি লিখি পেলালে। সখীৰ কিবা অমঙ্গল হয় বুলি আশঙ্কা কৰি গোলাপীৰ নাম প্ৰেম পত্ৰৰ সামৰণি সাদৰীয়ে নিলিখিলে। লিখাৰ অন্তত পত্ৰখনি সংগোপনে ৰীহাৰ আঁচলত বান্ধি পুনৰ ৰজাৰ কাষত সাদৰী শুই পৰিল। সাদৰীৰ নিদ্ৰামগ্ন অৱস্থাত ৰজা নীলাম্বৰ হঠাতে সাৰ পাই উঠে আৰু মৰমসনা দৃষ্টিৰে ৰাণীৰ অপৰূপ ৰূপ শোভা উপভোগ কৰে। ৰজাৰ দৃষ্টি ৰীহাৰ আঁচলৰ গাঁঠিটিত বৈ যায় আৰু কৌতুহলবশত ইয়াক খুলি পেলায়। লগে লগে ৰাণীয়ে লিখা প্ৰেম পত্ৰ ৰজাৰ চকুৰ আগত জিলিকি উঠে। নীলাম্বৰৰ বুজিবলৈ বাকী নাথাকিল যে তেওঁৰ অতি মৰমৰ ৰাণী মন্ত্ৰী পুত্ৰ নন্দৰ লগত প্ৰেম পাশত আবদ্ধ। ওথেলোৰ দৰে ৰজা নীলাম্বৰ প্ৰতিহিংসাৰ জুইত জলি পুৰি মৰিবলৈ ধৰিলে। ওথেলোৱে যেতিয়া নিজ চকুৰে দেখিলে যে ডেজ্‌ডেমোনাক প্ৰেমৰ প্ৰতীক হিচাবে দিয়া ৰুমালখনি তেওঁৰে বিশ্বস্ত লেফটেনেণ্ট কেচিওৰ জেপত ওথেলোৰ এই কথা বিচাৰ কৰি চাবলৈ সময় নহল—কেনেকৈনো

কমলখনি কেচিওৱৰ জেপ পাবগৈ পাৰে। ঠিক তেনকৈয়ে নীলাম্বৰে সাদৰীয়ে লিখা প্ৰেম পত্ৰকে অবৈধ প্ৰণয়ৰ প্ৰথম আৰু শেষ প্ৰমাণ হিচাবে লৈ থৰতকীয়া সিদ্ধান্তলৈ আহিল। প্ৰথমে তেওঁ পাপী নন্দক নিঃশেষ কৰিবৰ বাবে কটোৱালক নিৰ্দ্দেশ দিলে

"মন্ত্ৰীৰ পুতেক নন্দ বিশ্বাসঘাতক
নৰাধম পাপমতি গইছে তীৰ্থত।
উলটিছে জানো যাচোঁ বিচাৰি তইঁতে
যতে পাৱ কাটি তাক পেলাবি বাটত॥
দেখিবি নোৱাৰে যাতে সোমাব ৰাজ্যত
জীয়াই থাকোতে দুষ্ট। পাপ মুখ তাৰ
নেদেখোঁ চকুৰে যেন যেনে তেনে কৰি
বধিবই লাগে তাক বুলৰ এজাৰ॥ (পঞ্চম সৰ্গ)

নন্দক বধ কৰিবলৈ কটোৱাল প্ৰেৰণ কৰাৰ পাছত নীলাম্বৰ সাদৰীৰ ওপৰত প্ৰতিশোধ লবলৈ দৃঢ়-প্ৰতিজ্ঞ হ'ল। প্ৰেম পত্ৰ নাইবা অবৈধ প্ৰণয়ৰ কোনো উল্লেখ নকৰাকৈ নীলাম্বৰে সাদৰীক কলঙ্কিনী পিশাচিনী আদি আখ্যা দি ভৎৰ্সনা কৰিবলৈ ধৰিলে

"বিশ্বাসঘাতিনী তই কলঙ্কিনী তিৰী
আনিলি কলঙ্ক তই পবিত্ৰ কুলত।
পিশাচিনী তই দুষ্টা। তিৰোতা জাতিৰ
নোৱাৰ থাকিব আৰু ইৰাজ পুৰত॥
ডাকিনী সাপিনী তই মিছাতেই হায়
গাখীৰ খুৱাই তোক পালিলোঁ যত্নত।
এৰিব নোৱাৰি কিন্তু জাতীয় স্বভাৱ
বিৰলে দংশিলি মোক হিয়াৰ মাজত॥
কলঙ্কিনী তই হায়। নকৰিবি আৰু
কলঙ্কিত ৰাজ পুৰী পবিত্ৰ নিৰ্ম্মল।
আৰু নাপানিবি মলি ইৰাজ বংশত
(চিৰ গৌৰৱেৰে ভৰা উজ্জ্বল বিমল)॥ (পঞ্চম সৰ্গ)

নীলাম্বৰে সাদৰীক প্ৰেম পত্ৰ আৱিষ্কাৰৰ মুহূৰ্ত্তত সেই ৰাতিতে কোনো বিচাৰ বিবেচনা নকৰাকৈয়ে নিৰ্ব্বাসন দণ্ড বিহিছে আৰু কমতাপুৰৰ বাহিৰ কৰি থৈ আহিবলৈ কটোৱালক নিৰ্দ্দেশ দিছে

"লই যা মানুহ আৰু এই পাপিনীক
ৰাজ্যৰ বাহিৰ কৰি থই আহগই॥

মাটিয়ে মাটিয়ে নিবি খোজ কাঢ়ি যাব,
পাপিনীৰ মুখ আৰু নাচাওঁ চকুত।
এই মুহূৰ্ত্ততে যক এই বাতিয়েই।
দাৰুণ ক্ৰোধৰ জুই জ্বলিছে বুকুত॥" (পঞ্চম সৰ্গ)

ৰজা নীলাম্বৰৰ এনে পৈশাচিক (devilish) কাৰ্য্যত সাদৰী হতভম্ব হ'ল। জ্বালত পৰা পছুৰ দৰে নিৰুপায় হৈ সাদৰীয়ে মাথোন ব্যৰ্থ প্ৰশ্ন কৰিবলৈ ধৰিলে

"এনেকুৱা ভাবান্তৰ কিয় হ'ল নাথ?
কি দোষত দোষী মই? কিয় অকস্মাতে
পিশাচী সাপিনী বুলি গালি পাৰা মোক?
কলঙ্কিনী বুলি শেল মাৰিলা হিয়াত।
অতদিন হ'ল হায়! কোনো দিনে মোক
নাইকোৱা এনে কথা তুমি প্ৰাণনাথ।
কেনে কলঙ্কত মই আজি কলঙ্কিনী?
কেনুৱা দোষত মোক ত্যজিছা হঠাত?
জ্ঞান বিশ্বাসত নাথ নাই কৰা দোষ
নাই কৰা কোনো পাপ কলঙ্কিত কাম।
এহুৱা নিৰ্দ্দয় তুমি কিয় হ'লা আজি?
কোৱা প্ৰাণনাথ! মোৰ জ্বলিছে পৰাণ॥ (পঞ্চম সৰ্গ)

গোলাপীৰ প্ৰেম পত্ৰই যে সৰ্ব্বনাশৰ মূল—এই কথা সাদৰীৰ মনলৈ নাহিল। ৰাজপুৰীৰ বৃদ্ধা দাসী পদ্মিনীয়ে ৰাণীক বঢ়াই বুজাই ৰাজ্যৰ বাহিৰ নহবলৈ কলে। কিন্তু পতিপ্ৰাণা সাদৰীয়ে হিন্দু নাৰীৰ আদৰ্শেৰে অনুপ্ৰাণিত হৈ স্বামী আজ্ঞা অনুসৰি কমতাপুৰ এৰি যাবলৈ ওলাল। সাদৰীৰ জীৱনত স্বামীয়েই দেৱতা সৰ্ব্বস্ব। পদ্মিনীক উদ্দেশ্য কৰি সাদৰীয়ে নিজ আদৰ্শৰ কথা এনেদৰে কৈছে

স্বামী মোৰ গুৰু বাই! স্বোৱামী দেৱতা
তিৰোতাৰ স্বামী ধন স্বামী অলঙ্কাৰ
জানো মই সকলোটি স্বামীৰ কাৰণে
তিয়াগিম আজি মই স্বাৰ্থ আপোনাৰ
যদি মই থাকোঁ হায়! তেওঁ পাব দুখ
দুখদি তেওঁক মই নাথাকো স্বৰ্গত।
আঁতৰিলে মই যদি তেওঁ সুখ পায়
থাকি কি কৰিম আৰু ইৰাজ পুৰত?
তিয়াগিলো সাজপাৰ মণি অলঙ্কাৰ,

ইটো তুচ্ছ কথা বাই পাৰো তিয়াগিব
পৰাণকো আপোনাৰ যদি পায় সুখ
স্বোৱামীয়ে মোৰ—পাৰো আত্মবলি দিব ॥
সংসাৰৰ সুখ ভোগ নিচেই অসাৰ।
তেনেকুৱা সুখত লাগি দিম স্বোৱামীৰ
মনত কেলেশ, বাই! নোহোঁ তেনে মই
নোহে ধৰ্ম্ম তেনেকুৱা আদৰ্শ তিৰীৰ ॥
তপস্বিনী বেশে যাম তিয়াগি নগৰ
সেহ বুলি মোৰ একো দুখ নাই বাই। (পঞ্চম সৰ্গ)

পদ্মিনীক লগ লৈ ৰাজপুৰী ত্যাগ কৰি ৰাণী সাদৰী বনলৈ ওলাল। বাটত সখী গোলাপীক লগ পাই সাদৰীয়ে নিজ অদৃষ্টৰ কথা বিৱৰি কলে। যেনে নিৰ্ম্মম কাৰ্য্যৰ বাবে গোলাপীয়ে ৰজাৰ ওপৰত দোষাৰোপ কৰিলে। সাদৰীয়ে কিন্তু সকলো দৈৱৰ লীলা (Role of Destiny) বুলি সখীক বুজালে। সাদৰীৰ নিৰ্বাসন যাত্ৰাত গোলাপীয়েও যোগ দিলে। ঘটনাৰ ৰহস্যৰ অাঁত কোনেও ধৰিব নোৱাৰিলে।

ইফালে ৰজাৰ আদেশত কটোৱাল নন্দৰ অনুসন্ধানত বাহিৰ হল। পিতৃৰ আদেশত তীৰ্থ পৰ্য্যটন কৰি এবছৰ কাল নন্দ দেশৰ বাহিৰত থাকিল যদিও তেওঁৰ কোনো মানসিক পৰিবৰ্ত্তন নহল। নন্দই প্ৰেয়সী গোলাপীৰ মুখৰ ছবি মনৰ পদ্দাৰ পৰা আঁতৰ কৰিব নোৱাৰিলে। তীৰ্থৰ পৰা উলটি আহি এটা পুখুৰীৰ পাৰত বহি নন্দই পবিত্ৰ প্ৰেমৰ জয়গান গাবলৈ ধৰিলে। জাত কুল ধন ঐশ্বৰ্য্য মান মৰ্য্যাদাৰ সকলো প্ৰাচীৰ চূৰমাৰ কৰি গোলাপীৰ সৈতে কোনোবা অজান দেশৰ অজান বনত প্ৰেম সৌধ নিৰ্ম্মাণৰ কল্পনাত নন্দ নিমগ্ন হল

গুচি যাম গই দূৰ দেশলই
(জনম ভূমিৰ বহুত আতৰ!
নিৰ্জ্জন বনত কটাম জীৱন
হিয়াৰ মাজত ভৰাই পৰাণ!
কোনেও নাজানে কোনেও নুশুনে
আমাৰ দুয়োটিৰ প্ৰেম ভৰা গান! (সপ্তম সৰ্গ)

ইতিমধ্যে ৰজাৰ কটোৱাল আহি প্ৰেমিক নন্দক বন্দী কৰি পেলালে। ব্ৰাহ্মণৰ বংশজাত হৈ শূদ্ৰাণীৰ প্ৰেমত নিমজ্জিত হোৱা বুলি কটোৱালে নন্দক তিৰস্কাৰ কৰি বধ কৰিলে। নন্দৰ কটা মূৰ আৰু মাংসৰ টোপোলা এটা কটোৱালে আনি ৰজা নীলাম্বৰৰ ওচৰত হাজিৰ কৰিলে। এই হত্যাকাণ্ডৰ লগে লগে কাব্য কাহিনী শীৰ্ষ বিন্দুলৈ উঠিছে। কবিয়ে এই হত্যাকাণ্ডক বজ্ৰ কঠোৰ ভাষাৰে বৰ্ণনা কৰিছে

আৰু বজাক কোটালে
দেখুৱালে উলিয়াই মুৰটি নন্দৰ
মা সৰ টোপোলা থলে ৰজাৰ আগত।
মাংস দিলে খাবলই মন্ত্ৰীৰ ঘৰত
হৰিণাৰ মাংস বুলি।
মুৰটি সোমাই পলে লুকাই ৰজাই।
আহাহা। আকাশ॥
বজ্ৰহীন আজি তই। নতুন বা বজ্ৰত
নাই সেই তেজ আজি যি তেজেৰে সতে
ত্ৰিলোক কপাইছিল ভাহানি কালত। (সপ্তম সৰ্গ)

তীৰ্থ কৰি উভতি অহা নন্দৰ বাতৰি আনবৰ কাৰণে পমিলীক পঠোৱা হল। তাই ঘূৰি অহাত পলম হোৱাত দুই সখী—সাদৰী আৰু গোলাপী চিন্তিত হল। গোলাপীৰ বাবে সূৰ্য্য দেৱতাৰ ৰথৰ চকৰী যেন লাহে লাহে ঘূৰিল। অৱশেষত পমিলীয়ে লৈ আহিল নন্দ হত্যাৰ নিৰ্ম্মম বাতৰি। প্ৰিয়জনৰ বিনাশ বাতৰিত পাগলী সদৃশ গোলাপী ৰজা নীলাম্বৰৰ ওচৰ পাইগৈ আৰু এই হত্যাৰ কাৰণ সুধিলে। ৰজাই গোলাপীক জনালে—ৰাণী সাদৰীৰ লগত থকা অবৈধ প্ৰণয়েই নন্দৰ মৃত্যুৰ কাৰণ। গোলাপীয়ে এই মিছা অপবাদৰ প্ৰতিবাদ জনাই কলে—নন্দ তেওঁৰ প্ৰেম পাশতহে আবদ্ধ আছিল। তাৰ প্ৰমাণ স্বৰূপে সাদৰীয়ে তেওঁৰ বাবে নন্দলৈ বুলি লিখা দ্বিতীয় প্ৰেম পত্ৰখনি গোলাপীয়ে ৰজাৰ আগত উলিয়াই দিলে। এই প্ৰেম পত্ৰৰ বাবেই নীলাম্বৰে কি ভুল কৰিলে—বুজিবলৈ বাকী নাথাকিল। তেওঁৰ মন আকাশৰ পৰা সাদৰীৰ প্ৰতি থকা সন্দেহৰ ডাৱৰ আঁতৰি গল। ৰজাই নন্দৰ ছিন্ন শিৰ গোলাপীৰ আগত উলিয়াই দিলে। এই ছিন্ন শিৰ বুকুত সাৱটি লৈ গোলাপীয়ে এনে এখন সৰগলৈ যাবলৈ ইচ্ছা কৰিলে—য'ত প্ৰকৃত প্ৰেমৰ বাটত পৃথিবীৰ জাতি ধৰ্ম্ম ঐশ্বৰ্য্য আৰু মৰ্য্যাদাৰ হেঙ্গাৰবোৰ নাই। সেয়ে নন্দৰ ছিন্ন মৰ চকুলোৰে তিয়াই গোলাপীয়ে কৈছে

"বলা নাথ। বলা যাওঁ দুয়ো একেলগে
সুমাওঁ দুয়োৰে আজ হৃদয়ৰ জুই।
বিষময় ই সংসাৰ এৰি বলা নাথ
নিত্য ধামলৈ যাওঁ সেই স্বৰ্গপুৰ।
পৃথিবীৰ ভাল পোৱা দুদিনীয়া মাথো।
নহয় চিৰকলীয়া প্ৰেম সংসাৰৰ।
কিন্তু নাথ। আছে তাত সিপাৰে মেঘৰ
স্বৰ্গ নামে দেশ এক অনন্ত সুখৰ।

নাই ভিন সি দেশত বামুণ শূদিৰ।
নাই তাত জাতিকুল ধনী ধনহীন।
বিৰহ বিচ্ছেদ তাত নাই শোক তাপ
কি ৰজা কি প্রজা তাত নাই একো ভিন।
বলা নাথ! দুয়ো আজি যাওঁ সি দেশত
ভিন পৰ ঘিনা খিনি থকা ঠাই এৰি
তিয়াগি সংসাৰৰ ঘোৰ শোক তাপ ভৰা—
য'ত নাই শোক তাপ সন্তাপ এফেৰি।
সি ঠাইত দুয়ো আমি সোমাই এবা এৰি—
বিৰহৰ গোন্ধো নাই —নিতউ মিলন।
কাঙ্ক্ষিত বুলি নাথ! তোমাৰে নিন্দন —
প্রকৃত প্রেমত তাত সবেহ মগন। (অষ্টম সৰ্গ)

বুকুত অনন্ত মিনতিৰ আশা লৈ জুলীয়েটা দহো ক্লা প্রেম্রৰ দৰে গোলাপীয়ে আত্মহত্যা কৰিলে।

অতিশয় অনুতপ্ত হৈ ৰজা নীলাম্বৰ বিশ্বাসি ৰাণী সাধ্বীৰ ওচৰলৈ গ'ল আৰু তেওঁৰ ভুলৰ বাবে ক্ষমা বিচাৰিলে। সাধ্বী ৰাণীৰ নীলাম্বৰক ক্ষমা কৰাৰ প্রশ্ন নুঠিল—কাৰণ যি ঘটিল তাত কাৰো হাত নাই। সকলো ঈশ্বৰৰ ইচ্ছা

কিয় কান্দা প্রাণনাথ! নকৰিবা শোক
তোমাৰে বাধিব কেনে প্রভুৰ ইচ্ছাক।
ঈশ্বৰৰ ইচ্ছা নাথ! দুখ পাব লাগে
দুখ পালো দুখুনীয়ে—কি দোষ তোমাৰ। (নৱম সৰ্গ)

ৰজা ৰাণীৰ পুনৰ্মিলন ঘটিল। কিন্তু নীলাম্বৰৰ যি পাপ হ'ল তাৰ প্রায়চিত্ত অৱশ্যম্ভাৱী। পুত্রহন্তা নীলাম্বৰৰ ওপৰত প্রতিশোধ লবলৈ নন্দ পিতৃ দৃঢ় প্রতিজ্ঞ হ'ল। তীৰ্থ পৰ্য্যটনৰ ছলেৰে সেও গৌড়ৰ নবাবৰ ওচৰ পালেগৈ আৰু ৰজাৰ নানা দুষ্কাৰ্য্যৰ কথা কৈ কমতাপুৰ আক্ৰমণ কৰিবলৈ অনুৰোধ জনালে। ৰাজমন্ত্রীৰ অনুৰোধত পতিয়ন গৈ গৌৰৰ নবাবে সেনাপতি জামালৰ অধীনত কমতাপুৰ আক্ৰমণ কৰিবলৈ এটা বাহিনী পঠালে। দূতে আহি ৰজাক সংবাদ দিলেহি যে শত্ৰুসৈন্য ৰাজ্যৰ দুৱাৰদলিত। ৰাণীৰ পৰা বিদায় লৈ ৰজা যুদ্ধলৈ গ'ল। আৰু শত্ৰু সৈন্যৰ মাজত নিজ মন্ত্রীক দেখি আশ্চৰ্য্য প্রকাশ কৰিলে। মন্ত্রীয়ে ৰজাক ব্রহ্মবধী পাপী বুলি অভিহিত কৰিলে। ৰজাই নিজৰ পাপ কাৰ্য্য স্বীকাৰ কৰি লৈ মন্ত্রীক দেশদ্রোহীতাৰ বাবে ভৎসনা কৰিলে। ৰজাই মহাপাপ আচৰণ কৰিলে দেশৰ স্বাৰ্থত তেওঁক আতৰ কৰিব লাগে। তাকে নকৰি দেশৰ স্বাধীনতা মহাধন শত্ৰুৰ হাতত

অৰ্পণ কৰাৰ নিচিনা গুৰুতৰ অপৰাধ অন্য একা হ'ব নোৱাৰে। ৰজা নীলাম্বৰে মন্ত্ৰীক উদ্দেশি কোৱা কথা অতি তাৎপৰ্য্যপূৰ্ণ

নিৰ্বিচাৰি সচা মন্ত্ৰী! মাৰিলো ব্ৰাহ্মণ
সি পাপৰ প্ৰতিফল আপুনি ভুগিম।
কিন্তু কি কাৰণে তুমি আনিলা বিদেশী
কমতাপুৰত? হায়! কিৰূপে সহিম?
মই পাপী ব্ৰহ্মবধী মোক জা ভাজি
আন এজনক ৰজা কিয় নাপাতিলা?
এটাৰ দোষত লাগি কিয় জনমভূমি
শত্ৰুৰ হাতত আজি ধৰ দিব খুজিছা?
মোৰ পাপতেই কিয় যাব কমতাৰ
স্বাধীনতা মহাধন—অনন্য ৰতন? (একাদশ সৰ্গ)

এখন এখনকৈ কেইবাখনো ৰণ ৰজা নীলাম্বৰে শত্ৰু সৈন্য পৰাভূত কৰিলে। কমতাবাসীৰ পৰা কোনো সহানুভূতি নাপাই গৌড়ীয় সৈন্যই কমতা জয়ৰ আশা এৰি পেলালে। সেনাপতি জামালে কমতা মন্ত্ৰীৰ দুৰভিসন্ধিৰ কথা বুজি পাই তেওঁক ৰজা নীলাম্বৰৰ সৈতে এটা আপোচ মীমাংসাত উপনীত হবলৈ উপদেশ দিলে। মন্ত্ৰীয়ে এই প্ৰস্তাৱ অগ্ৰাহ্য কৰাত সোনাকিয়ে জামাল খণ্ডত অধীন হ'ল আৰু তেওঁৰ সহকাৰী চুজাক আদেশ দিলে—বিশ্বাসঘাতকতা আৰু দেশদ্ৰোহিতাৰ অপৰাধত মন্ত্ৰীক বধ কৰিবলৈ। এই আদেশ অনুযায়ী মন্ত্ৰীক নৃশংসভাৱে হত্যা কৰা হ'ল। এই ঘটনাৰ পাছত জামালে নীলাম্বৰৰ ওচৰলৈ চুজাক পঠাই জনালে যে তেওঁৰ সৈন্য বাহিনী কমতাপুৰৰ পৰা উভতি যাবলৈ প্ৰস্তুত হৈছে। কিন্তু যোৱাৰ পূৰ্ব্বে তেওঁ লোকৰ তিৰোতাসকলে ৰাণীক এবাৰ দেখা কৰিব খোজে। চুজাৰ প্ৰস্তাৱত ৰজাই সন্মতি জনালে। লগে লগে গৌড়ীয় বাহিনীৰ অসংখ্য দোলা কমতাপুৰৰ ভিতৰলৈ সোমাই আহিল। দোলাৰ পৰা তিৰোতাৰ সলনি শ। গৌড়ীয় সেনা জপিয়াই পৰিল। অতৰ্কিতে নগৰ অধিকাৰ কৰি ৰজাক বন্দী কৰি পেলালে।

স্বামীৰ আসন্ন বিপদ আৰু কমতাপুৰৰ আসন্ন ধ্বংসৰ সন্মুখত ৰাণী সাদৰীয়ে ৰণচণ্ডীৰ মূৰ্ত্তি ধাৰণ কৰিলে। অসীম সাহস আৰু কৌশলেৰে এটা বাহিনী নিজে পৰিচালনা কৰি শত্ৰু সৈন্যক আক্ৰমণ কৰিলে। শত্ৰুৰ হাতৰ পৰা ৰাণীয়ে ৰজাক উদ্ধাৰ কৰিলে যদিও ৰজাৰ প্ৰাণ ৰক্ষা নপৰিল। ব্ৰহ্মবধৰ প্ৰায়শ্চিত্ত হিচাবে নীলাম্বৰে মৃত্যু বৰণ কৰিলে। যুদ্ধত জয় লাভ কৰিলেও সাদৰীয়ে স্বামীহীন জীৱন যাপন কৰিবলৈ প্ৰস্তুত নহ'ল। মৃত স্বামীৰ লগতে চিতাত উঠি সতী যাবলৈ সাজু হোৱা সাদৰীয়ে ৰাজনীতিৰ ওপৰত মন্তব্য দিছিলে

'ভাললই ৰাজ মন্ত্ৰী নহয় নিৰ্বোধ।
ভাললই নেকি হায়! দেশৰ মানুহে
বিদেশীক মাতি আনে আপোন দেশত?
চোৰক দেখায় আনি আপোনাৰ ধন
শুনিছা কি এনে কথা কোনোবা ৰাজত?
বিধতাৰ ইচ্ছা হায়! আছে যে ভাগ্যত
বহুত কেলেশ জানো জনমভূমিৰ।
যৱনৰ পদানত হব জনমভূমি!
কোনে পাৰে বাধা দিব ইচ্ছাত বিধিৰ?' (চতুৰ্দ্দশ সৰ্গ)

সাদৰী সতী—গ'ল কমতাপুৰ ধ্বংস হ'ল। কাব্যৰ শেষ সৰ্গত (পঞ্চদশ) কমতাপুৰৰ ধ্বংসৰ এটি বিৱৰণ দাঙি ধৰা হৈছে। বিধিৰ ইচ্ছাত সংগঠিত ধ্বংসলীলা চাবলৈ অসমৰ্থ হৈ বৃদ্ধা পদ্মিনী বনলৈ গুচি গৈছে — স্বৰ্গীয় শান্তি—সুধাৰ অন্বেষণত।

## পৰ্য্যালোচনা

কমতাপুৰ ধ্বংস কাব্যৰ কাহিনী সৃষ্টিত শেক্সপীয়েৰ আৰু মধুসূদনৰ প্ৰভাৱ লক্ষ্য কৰা যায়। কাব্যৰ প্ৰায় কাহিনী সজাওঁতে বৰ কৰাই শেক্সপীয়েৰৰ ওথেলো হেমলেট ৰোমিও এণ্ড জুলীয়েট এজ ইউ লাইক ইট আৰু এণ্টনি এণ্ড ক্লীঅপেট্ৰা আদি নাটকৰ চৰিত্ৰ আৰু দৃশ্যাৱলীৰ সহায় লৈছে। এইবোৰ নাটকৰ নায়ক নায়িকাবোৰৰ গাৰ পৰা কিছুমান ৰং আনি বৰবৰুৱাই তেওঁৰ নায়ক নায়িকাবোৰৰ গাত সানি দিছে। উদাহৰণ স্বৰূপে কাব্যৰ নায়িকা সাদৰীক ডেচডিমোনাৰ দৰে নিষ্কলুষ আৰু পবিত্ৰ কৰি অঙ্কিত কৰা হৈছে। নায়ক নীলাম্বৰ ওথেলোৰ ওচৰ চাপিছে। সাদৰীৰ হাতৰ পৰা হেৰাই যোৱা প্ৰেম পত্ৰৰ কাহিনী ডেচডিমোনাৰ হাতৰ পৰা হেৰোৱা ৰুমালৰ কাহিনীৰ অনুৰূপ। সাদৰীৰ সখী গোলাপী ইয়াগো পত্নী এমিলীয়াৰ অন্য ৰূপ। ওথেলোৱে ডেচডিমোনাক হত্যা কৰাৰ পাছতহে যেনেকৈ ৰুমাল হৰণৰ ৰহস্য ওলাই পৰিছে তেনেদৰে কাব্যৰ নীলাম্বৰে নন্দৰ হত্যাকাণ্ড সমাপ্ত কৰাৰ পাছতহে প্ৰেম পত্ৰ হৰণৰ ৰহস্য উদ্ধাৰ হৈছে। কাব্যৰ দুই সখী সাদৰী আৰু গোলাপীয়ে কমতাপুৰৰ বাহিৰ হৈ বনত বাস কৰা দৃশ্যই শেক্সপীয়েৰৰ এজ ইউ লাইক ইট নাটকৰ ফৰেষ্ট অৱ আৰ্ডেনত প্ৰকৃত শান্তি বিচাৰি পোৱা দুই সখী ৰোজালিণ্ড আৰু চেলিয়ালৈ মনত পেলায়। নিৰ্জ্জন বনৰ মাজত ৰাজ-কাৰেঙৰ অসূয়া অপ্ৰীতিৰ পৰা আঁতৰত থাকি ৰাণী সাদৰীয়ে লাভ কৰিছে অফুৰন্ত আনন্দ, জীৱনৰ প্ৰকৃত শান্তি। ৰজা নীলাম্বৰে ৰাজ—কাৰেঙলৈ পুনৰ

মুৰাই নিবলৈ আহোতে বাণী সাদৰীয়ে তেওঁৰ আগত বন্য জীৱনৰ এই গভীৰ প্ৰশান্তিৰ কথা এনেদৰে দাঙি ধৰিছে

"এই বনখনি নাথ। সুন্দৰ নগৰ
ইয়াৰ সইতে যেন তুলনা নহয়।
সুৰলা সুৰেৰে পখী কত গান গায়,
অপেশ্বৰী গাবনেকি পাৰে তেনে গীত ?
পাৰেনেকি সেই গীতে মোহিব পৰাণ
পখীৰ গীতত কৰে যি দৰে মোহিত ?
কুউ কুউ কৰি কুলি মিঠা গীত গায়
কুউৰ সুৰত সুৰ মিলাই মিলাই

চিৰ চিৰ চিৰ কৰি বয় সৰুজান
শীতল বতাহ বলে ধিৰ ধিৰ কৰি
বগা বগা ভেটফুল কত কোৰোকাত
মনোহৰ কত ফুল দাল ভৰি ভৰি।
কত গছে কেউফালে ফেৰ মেলি মেলি
ঘৰ যেন ছাঁয়া দিছে পেলাই তলত।
তাত বহি যেনে সুখ পায়নেকি নাথ।
তেনে সুখ নগৰৰ সুন্দৰ ঘৰত ?

ভাবিলে বনৰ শোভা এনে ভাব হয়
নাযাম উলটি যেন ঘৰলই মই
সংসাৰৰ শোক তাপ নাথাকে মনত
ভালেতো যোগীয়ে নাথ! থাকে অৰণ্যত। (নৱম সৰ্গ)

সাদৰীৰ এনে উক্তিয়ে শেক্সপীয়েৰৰ এজ ইউ লাইক্ ইট নাটকৰ নিৰ্ব্বাসিত ডিউক চিনিয়ৰৰ মুখেদি প্ৰকাশ পোৱা ফৰেষ্ট অৱ আৰ্ডেনৰ শান্তিময় জীৱনৰ কথা মনলৈ আনে

Sweet are the uses of adversity
Which like the toad ugly and venomous
Wears yet a precious jewel in his head,

And this our life exempt from public haunt
Finds tongues in trees books in running brooks
Sermons in stones and good in everything
I would not change it ৫

কাব্যৰ গোলাপী চৰিত্ৰ—চিত্ৰণত শেক্সপীয়েৰৰ কেইবাটিও নায়িকাৰ—যেনে এমিলীয়া জুলীয়েট ওফেলীয়া আৰু ক্লীঅপেট্ৰাৰ—প্ৰভাৱ লক্ষ্য কৰা যায়। অথচ গোলাপী কোনো চৰিত্ৰৰে অনুকৰণ নহয়। কাব্যৰ প্ৰধান নায়িকা সাদৰী চৰিত্ৰটিত শেক্সপীয়েৰৰ ডেচ দিমোনাৰ উপৰিও মধুসূদনৰ মেঘনাদ বধ কাব্যৰ মেঘনাদ পত্নী প্ৰমীলাৰ প্ৰভাৱ লক্ষ্য কৰা যায়। সেইদৰে ৰজা নীলাম্বৰ এহাতে বীৰ ওথেলোৰ আনহাতে বীৰ মেঘনাদৰ কাষ চাপিছে। নীলাম্বৰ মেঘনাদৰ দৰে সমুখ সমৰত অপাৰেজয় বীৰ। বাৰ বছৰ কাল নীলাম্বৰে কমতাপুৰ শত্ৰু কৱলৰ পৰা ৰক্ষা কৰিছে। অৱশেষত গৌড়ীয় সেনাই অন্যায়ভাৱে অসহায় অৱস্থাত নীলাম্বৰক বধ কৰে। ঠিক এনেদৰে নিকুম্ভিলা যজ্ঞভূমিত প্ৰাৰ্থনাৰত অৱস্থাত মেঘনাদক লক্ষ্মণে বধ কৰে। মেঘনাদৰ মৃত্যুত সাধ্বী পত্নী প্ৰমীলাই স্বামীৰ লগত সহমৰণ সাৰটি লৈছে। নীলাম্বৰৰ মৃত্যুত সাদৰীয়েও তাকে কৰিছে। কাব্যৰ সূত্ৰধাৰী চৰিত্ৰ বৃদ্ধা দাসী পদ্মিনীয়ে প্ৰকাৰান্তৰে সাদৰীৰ মাতৃৰ ভূমিকা লৈছে। সেয়ে পুত্ৰ পুত্ৰবধূৰ সহমৰণৰ দৃশ্য চাই বৃদ্ধ ৰাৱণে চকুৰ পানী টোকাৰ দৰে নীলাম্বৰ সাদৰীৰ চিতাগ্নিৰ দৃশ্য চাই পদ্মিনীয়ে নীৰৱে চকুলো টুকিছে। এনে দুই এটি দৃশ্যত বৰবৰুৱাৰ ওপৰত মধুসূদনৰ প্ৰভাৱ সুস্পষ্ট। তলত সহমৰণৰ দৃশ্য দুইখনি কাব্যত কেনেদৰে বৰ্ণোৱা হৈছে তাৰ উদ্ধৃতি দিয়া হ'ল

কমতাপুৰ ধ্বংস কাব্যত বৃদ্ধা দাসী পদ্মিনীৰ উক্তি —

আছিল মনত আশা অন্তিম কালত
মুদিম দুচকু চাই তোমাক আগত।
কিন্তু নিদাৰুণ বিধি! কি কৰি বুজিম
তাৰ লীলা? সি সুখত কৰিলে বঞ্চনা।
আছিলে মনত হায়! ৰজাৰে তোমাৰে
সুখ দেখি পাহৰিম সংসাৰ যাতনা।
কিন্তু হায়! বৃথা আশা! পূৰ্ব্ব জন্মফলে

---

৫ William Shakespeare As you Like it'—Act 2 Sc (1) pp 12 '8

যিটো ভাবিছিলো সিটো গ'ল দূৰলই।
ভবা নাই যিটো হায়। স্বপ্নতো এদিন
সিটো যে আহিলে চাপি আজি কাষলই। (চতুৰ্দ্দশ সৰ্গ)

আনহাতে মেঘনাদ বধত বৃদ্ধ ৰাৱণৰ উক্তি —

ছিল আশা মেঘনাদ মুদিব অন্তিমে
এনয়ন দ্বয় আমি তুমাৰ সম্মুখে —
সপি ৰাজ্যভাৰ পুত্ৰ তোমায় কৰিব
মহাযাত্ৰা। কিন্তু বিধি—বুঝিব কেমনে
তাৰ লীলা? ভৰাইলা সে সুখ আমাৰে।
ছিল আশা ৰক্ষকুল ৰাজ সিংহাসনে
জুড়াইব আখি বৎস দেখিয়া তোমাৰে
বামে ৰক্ষকুল লক্ষ্মী ৰক্ষোৰাণীৰূপে
পুত্ৰবধ। বৃথা আশা। পূৰ্ব্ব জন্মফলে
হেৰি তোমা দোহে আজি একাল আসনে।

(নবম সৰ্গ)

তলৰ কাব্যাংশতো মেঘনাদ বধ কাব্যৰ সামৰণি পৰিছে —

কৰি স্নান সিন্ধু নীৰে ৰক্ষোদল এবে
ফিৰিলা লঙ্কাৰ পানে আৰ্দ্ৰ অশ্ৰুনীৰে
বিসৰ্জ্জি প্ৰতিমা যেন দশমী দিবসে।
সপ্ত দিবা নিশি লঙ্কা কাঁদিলা বিষাদে॥

ঠিক তেনেদৰে নীলাম্বৰ নাদৰীৰ অন্ত্যেষ্টি ক্ৰিয়াৰ অন্তত কমতাপুৰবাসী ব্যৰ্থ মনোৰথ হৈ গৃহাভিমুখী হোৱা দৃশ্য কমতাপুৰ ধ্বংসত এনেদৰে বৰ্ণোৱা হৈছে

সেই ৰূপে আজি ৰাণী ত্যজিলে পৰাণ
শোক বেজাৰত সবে হই ম্ৰীয়মান
ঘৰলই গ'ল প্ৰজা—দশমীৰ দিনা
যায় যেনে ৰূপে গৃহী উটাই প্ৰতিমা। (চতুৰ্দ্দশ সৰ্গ)

আঙ্গিক বিষয় বস্তুৰ উপস্থাপন নৈসৰ্গিক বৰ্ণনা বিধিলিপি মহৎ লোকৰ ভাগ্যৰ দ্বাৰা হাজাৰজনৰ ভাগ্য নিৰ্ণয় স্থান কালৰ বিশালতা জন বিশ্বাস যুদ্ধ আৰু তাৰ পৰিণাম নায়ক-নায়িকাৰ চাৰিত্ৰিক ক্ৰুটি (tragic flaw) পবিত্ৰ প্ৰেম আত্মত্যাগ দেশপ্ৰেম মানৱতাবোধ আৰু মানৱ জীৱনত দৈৱৰ লীলা (Role of destiny) আদিৰে কমতাপুৰ ধ্বংস কাব্যত হিতেশ্বৰ বৰবৰুৱাই সাহিত্যিক মহাকাব্যৰ গভীৰতা (high seriousness) আনিবলৈ সচেষ্ট

হৈছে ।

পোন্ধৰটা সৰ্গত বিভক্ত কাব্যখনিৰ প্ৰথম সৰ্গটি বাগ্দেৱী বন্দনাৰে আৰম্ভ হৈছে। মনোৰম দৃশ্য সজ্জাই কাব্যখনি সুখপাঠ্য কৰি তুলিছে। দ্বিতীয় সৰ্গৰ প্ৰভাত বৰ্ণনা, পঞ্চম সৰ্গৰ সন্ধ্যা বৰ্ণনা তৃতীয় সৰ্গৰ ৰজনী বৰ্ণনা আৰু নৱম সৰ্গৰ বনখনিৰ বৰ্ণনা যথাৰ্থতে মৰ্মস্পৰ্শী। তদুপৰি চতুৰ্থ সৰ্গত ৰজাৰ শয়ন কক্ষত নিদ্ৰামগ্না ৰাণী সাদৰীৰ ৰূপ শোভাৰ চকুত চমক লগোৱা এটি বৰ্ণনা আছে

সাৰ পাই চকু মেলি দেখিলে ৰজাই
এতিয়াও আছে ৰাণী ঘোৰ টোপনিত।
(নাই সাৰ নাই সুৰ নাই কাটি-কুটা)
নিমাত অচল হই কোমল তুলীত
আহা! কি মধুৰ ৰূপ! লাৱণ্য অতুল!
মৰ্ত্ত্যৰ সৌন্দৰ্য্য যেন একে ঠাই হই
পৰি আছে সুকোমল সুন্দৰ শয্যাত
লাৱণ্যে ভৰা কোঠ মনোৰঞ্জক।
ফুলৰা সুন্দৰী যেন নিয়াগি ফুলনি
শুইছে বিভোৰ হৈ শৰীৰৰ নিমাত।
আহা! কি মাধুৰী আশা! মধুৰ অতুল!
কৰিছে বিৰাজ এই যৌৱনি কোঠাত।
জোন যেন মুখখনি ৰঙ্গচৰা গা।
পৰিছে মুকলি হই খোপা মনোহৰ।
মুদা মুদা চকু দুটি যদিও টোপনি
তথাপি হাঁহিছে যেন আনন্দ অন্তৰ।
কোমল গাখৰ মূৰ বাওঁফালে হেলা
চন্দ্ৰহাৰ বাওঁকালে ওলমি পৰিছে।
সোঁ কাণত জিলিকিছে মিনাকৰা কেৰু
বাওঁফালে লিপ্তা কেৰু গালত লাগিছে।
আছিলে খোপাত বহু ফুল ঢোপাকলি
পুৱাৰ বতাহ পাই ফুলিছে উলাহি।

স্থান কালৰ ব্যৱধান দেখুৱাবৰ বাবে বাৰ বছৰ আগুৰি থকা এটি কাহিনী লৈ দুখন দূৰ দেশৰ দুটা সৈন্য বাহিনীক যুদ্ধত প্ৰবৃত্ত কৰা হৈছে। কাব্যৰ নায়ক নায়িকা কমতাপুৰৰ ৰজা ৰাণী তেওঁলোকৰ ভাগ্যই কমতাপুৰৰ ভাগ্য নিৰ্ণয় কৰিছে।

or any noble had neither ordered nor authorised the brutalities ৮৮

হৰকান্ত বৰুৱাৰ এই মতবাদৰ ওপৰত ভিত্তি কৰিলেও হিতেশ্বৰ বৰবৰুৱাৰ নিজা মতবাদ বহুখিনিত বেলেগ। বৰবৰুৱাৰ মতে গদাপাণি বনলৈ পলাই যোৱাৰ সময়ত আহোম ৰাজ্যৰ ৰজা আছিল। ৰজা হোৱাৰ মাত্ৰ সাত দিনৰ পিছতেই মন্ত্ৰীসকলৰ ষড়যন্ত্ৰত পৰি ৰাণী জয়মতীৰ সৈতে গদাপাণি অৰণ্যত পলাই যাবৰ লগা হয়। গদাপাণি পলাই গ'লত ইং ১৬৭৯ চনত চামগুৰীয়া কৈদৰ চুলিকফা বোঁৱৰ সিংহাসনত বহে। এই চুলিকফাকে ল'ৰা ৰজা বুলি কোৱা হয়। কাব্যৰ প্ৰস্তাৱনাত গদাপাণিৰ কীৰ্ত্তি কলাপৰ বিস্তৃত বিবৰণ দি বৰবৰুৱাই লিখিছে আহোম ৰজা সকলৰ ভিতৰত এনে এটি নিয়ম আছিল যে যদি কোনো ৰজাৰ কোঁৱৰৰ গাত অঙ্গক্ষত বা ঘা কোঁৱৰৰ চিন থাকে তেনেহ'লে তেওঁ আৰু ৰজা হব নোৱাৰে। সেই কাৰণে ল'ৰা ৰজাই গুপ্তচৰ ধৰি তলে তলে বহুত ৰজাৰ কোঁৱৰৰ অঙ্গক্ষত কৰোৱালে। ল'ৰা ৰজাৰ এই নিদাৰুণ কাৰ্য্যত অনেক ৰজাৰ কোঁৱৰে অকালত প্ৰাণ পৰ্য্যন্ত হেৰুৱালে।

গদাপাণি বৰ বাহুবলী আছিল। সকলোতকৈ ল'ৰা ৰজাৰ গদাপাণিলৈ বেচি ভয়। গদাপাণিক ধৰাবলৈ মিহি আৰু লঠা নামেৰে দুটা কুচুৰাচোৰা চাউদাঙৰ লগত ল'ৰা ৰজাই কেনেকুৱা ষড়যন্ত্ৰ কৰিছিল তেনেকৈ পতিপ্ৰাণা জয়মতী কুঁৱৰীক ধৰাই আনি নানান তৰহৰ অমানুষিক অত্যাচাৰ কৰাই মাৰিলে সেইবিলাক এই কাব্যখনিত বৰ্ণনা কৰিবলৈ চেষ্টা কৰা হৈছে।

হৰকান্ত বৰুৱাৰ বুৰঞ্জীৰ মতবাদৰ লগত বৰবৰুৱাৰ কাহিনীৰ পাৰ্থক্য মন কৰিব লগীয়া। হৰকান্ত বৰুৱাৰ মতে গদাপাণি পলাই যোৱা অৱস্থাত ৰাজকোঁৱৰহে, ৰজা নহয়। তদুপৰি জয়মতীৰ অত্যাচাৰৰ বাবে ৰজা বা কোনো ৰাজমন্ত্ৰী আদি জগৰীয়া নহয়। জয়মতীৰ অত্যাচাৰ চাউদাঙইতৰ নিজা কাৰ্য্য কলাপ। বৰুৱাই চাউদাঙইতৰ নাম আদি উল্লেখ কৰা নাই। অৰণ্যত পলাই থকা অৱস্থাত চাউদাঙইতৰ চিঞৰ বাখৰ প্ৰথমে জয়মতীৰ কাণত পৰে আৰু তেওঁ গদাপাণিক ছদ্মবেশেৰে পৰ্ণ কুটীৰ এৰি পলাই যাবলৈ খাটনি ধৰে। কিন্তু বৰবৰুৱাৰ কাব্যত কোৱা হৈছে— পলাই যোৱা অৱস্থাত গদাপাণি আহোম ৰাজ্যৰ ৰজা। অৰণ্যত বাস কৰা গদাপাণি আৰু জয়মতী সাধাৰণ নৰ নাৰী নহয় তেওঁলোক এখন দেশৰ ৰজা ৰাণী। আনহাতে ল'ৰা ৰজাই গদাপাণি আৰু জয়মতীক ধৰাই আনি শাস্তি বিহিবৰ বাবে আঁচনি কৰিছে আৰু চাউদাঙইতক তেনে কাৰ্য্যৰ বাবে নিৰ্দ্দেশ দিছে। চাউদাঙ দুটাৰ নাম কাব্যত মিহি আৰু লঠা বুলি উল্লেখ কৰা হৈছে। গদাপাণিক ধৰি অনা কাৰ্য্যত সফলকাম হলে ল'ৰা ৰজাই বিশেষ পুৰস্কাৰ দিয়া হব বুলিও ঘোষণা কৰিছে। গদাপাণিক ধৰিব নোৱাৰাত ৰাজ আজ্ঞানুসাৰে জয়মতীকে বনৰ পৰা ৰাজসভালৈ ধৰি অনা হৈছে। জয়মতীয়ে গদাপাণিৰ সন্ধান দিবলৈ মান্তি নোহোৱাত ল'ৰা ৰজাই মিহিক কঠোৰ শাস্তি বিহি হলেও গদাপাণিৰ বাতৰি উদ্ধাৰ

৮৮। Ibid PP 194 195

কৰিবলৈ নিৰ্দ্দেশ দিছে। ৰজাৰ এই কাৰ্য্যত মন্ত্ৰীবৰ্গৰ সমৰ্থন নাছিল বুলি কাব্যত বৰ্ণোৱা হৈছে। এনে কাৰ্য্যৰ পৰিণাম ৰজাই ভুগিব লাগিব বুলি মন্ত্ৰীবৰ্গই সতৰ্কবাণী শুনাইছে। গতিকে বৰবৰুৱাৰ মতে মন্ত্ৰীসকলৰ ষড়যন্ত্ৰৰ বাবে ৰজা হোৱাৰ মাত্ৰ সাত দিনৰ পাছতে গদাপাণি সিংহাসন এৰি পলাই যাব লগা হলেও লৰা ৰজাই চাউদাঙহঁতৰ লগত কৰা আঁচনিত মন্ত্ৰীবৰ্গৰ কোনো সমৰ্থন নাছিল।

কাব্যৰ প্ৰস্তাৱনাত কাব্য কাহিনীৰ চমু আভাস দিয়াৰ উপৰিও দ্বিতীয়বাৰ ৰজা হৈ মৃত্যু পৰ্য্যন্ত গদাপাণিয়ে কেনেদৰে ৰাজ্য শাসন কৰিলে তাৰো এটি আভাস দিয়া হৈছে।

## ॥ কাব্যৰ কাহিনী ॥

তিৰোতাৰ আত্মদান কাব্যত বাৰটি সৰ্গ আৰু এটি উপসংহাৰ আছে। করুণ ৰসে প্ৰাধান্য লাভ কৰা কাব্যখনিৰ শোকাবহ পৰিণতিৰ ইঙ্গিত কাব্যৰ আৰম্ভণিতে এনেদৰে দিয়া হৈছে

ঘূৰ আঁউসীৰ নিশা আকাশো ডাৱৰে ভৰা<br>
এটিও ওলোৱা নাই আজি তৰা আকাশত।<br>
মহা ঘোৰ অন্ধকাৰ নেদেখি কেনিও কতো<br>
ওচৰতে থকা বস্তু মহা ঘোৰ এন্ধাৰত॥

প্ৰথম সৰ্গৰ বাগ্দেৱীৰ অৰ্চনাত কবিয়ে বাল্মিকী ব্যাসদেৱ হোমাৰ কালিদাস ডাণ্টে শেক্সপীয়েৰ ভাৰ্জ্জিল মিল্টন ড্ৰাইদেন শ্বেলী টেনিছন আদি কবিসকলৰ কবিত্ব প্ৰতিভা আৰু অমৰত্বৰ কথা নীৰৱে স্মৰণ কৰিছে আৰু কল্পনা দেৱীৰ অকণি কৃপা প্ৰাৰ্থনা কৰিছে।

দ্বিতীয় সৰ্গত কাব্য কাহিনী আৰম্ভ হৈছে। অটব্য অৰণ্য এখনৰ মাজত এটি পৰ্ণকুটীৰ। এগৰাকী সুন্দৰী তিৰোতাই কিবা দুখত উচুপি আছে। এজন সুঠাম পুৰুষে তিৰোতা গৰাকীৰ ওচৰলৈ আহি শান্তনা দিছে। এওঁলোকেই হল কাব্যৰ নায়ক নায়িকা গদাপাণি আৰু জয়মতী। জয়মতীক সম্বোধন কৰি গদাপাণিয়ে কবলৈ ধৰিলে

হায়! প্ৰিয়ে! তুমি মোৰ হিয়া ফুলনিৰ ফুল<br>
ঢোপাকলি হয়েনেকি থাকিবা সদায়?<br>
সুফুলি নাইহি প্ৰিয়ে? হায়! অকালত<br>
ঢোপাকলি লেৰেলি শুকায়॥<br>
বনৰ গোলাপ প্ৰিয়ে! নিজে ফুলে নিজে সৰে<br>
আপোন গোন্ধত থাকে নিজে মোহ গই<br>
নিৰ্জ্জনে বনতে জহে—বনৰ মাজত

সি কাৰণে মমতা নহয়।।
কিন্তু তুমি প্ৰাণেশ্বৰী। মোৰ ফুলনিৰ ফুল
আদৰ সাদৰ কৰি তোলা যতনেৰে,
তোমাৰ ই কষ্ট মই কি ৰূপে সহিম?
হায়! প্ৰিয়ে! হৃদয় বিদৰে।। (দ্বিতীয় সৰ্গ)

গদাপাণিয়ে প্ৰিয়তমা পত্নী জয়মতীক অৰণ্যৰ দুখ কষ্ট সহ্য কৰি নাথাকি ঘৰলৈ উলটি যাবলৈ বুজনি দিছে। জয়মতী কিন্তু পত্নীৰ ধৰ্ম কৰ্মৰ প্ৰতি অতি সচেতন আৰু তাৰে এটি ব্যাখ্যা স্বামীৰ আগত দাঙি ধৰিছে

তুমি মোৰ দুখুনীৰ একেটি ৰতন
তুমি মোৰ প্ৰাণপতি তুমি মোৰ ধ্যান
তুমি মোৰ জীৱৰ জীৱন॥
প্ৰাণ এৰি হায়! নাথ! থাকেনো ঘৰত কোনে?
যি থাকে থাকোক কিন্তু নাথাকে কদাপি
প্ৰাণ এৰি জয়মতী যদি প্ৰাণ যায়
পতি সঙ্গ নেৰিব তথাপি॥ (দ্বিতীয় সৰ্গ)

অটব্য অৰণ্যৰ পৰ্ণ কুটীৰত গদাপাণি আৰু জয়মতীয়ে সংগোপনে কৃচ্ছ্ৰ জীৱন যাপন কৰিবলৈ ধৰিলে। কাষৰে পাজৰে থকা গাওঁ ভুঁইৰ পৰা গদাপাণিয়ে চাউল পাত খুজি মাগি আনে আৰু জয়মতীয়ে তাকে ৰান্ধি বাঢ়ি স্বামীৰ আগত দিয়ে। তাকে খাই অৰণ্যৰ দুখ কষ্টৰ মাজতো হাঁহিয়ে সিটিৰ মুখলৈ চাই আনন্দ লাভে।

তৃতীয় সৰ্গত কাৱযে প্ৰভাতী নিয়ৰ আৰু কাল চক্ৰৰ ওপৰত মনোৰম গীতি কবিতাৰ সৃষ্টি কৰিছে।

চতুৰ্থ সৰ্গত বৰ্ণিত হৈছে লৰা ৰজাৰ ৰাজ চৰাৰ দৃশ্য। তিনিমাহ অতিবাহিত হল—অথচ গদাপাণিৰ আটক কৰিব পৰা নহল এই কথাত ৰজা বিস্মিত হৈছে। মিহি নামৰ চাউদাঙটোৱে ৰজাক জানিবলৈ দিয়ে যে গদাপাণি আৰু জয়মতী কোনো এখন অৰণ্যত পলাই আছে—এই গোপন সংবাদ তেওঁ সংগ্ৰহ কৰিছে। মিহিয়ে ৰজাক এই আশ্বাসো দিয়ে যে অতি শীঘ্ৰেই তেওঁলোকক ধৰি আনি উপযুক্ত শাস্তি বিহিবলৈ তেওঁ সক্ষম হব। মিহিয়ে এনে দুঃসাহসিক সংকল্পত সফলকাম হলে ৰজাই বিশেষভাৱে পুৰস্কাৰ দিয়াৰ আশ্বাস দিলে। ৰজাৰ এই সিদ্ধান্তত মন্ত্ৰীবৰ্গই আশ্চৰ্য্য প্ৰকাশ কৰিলে কিয়নো নিৰপৰাধী গদাপাণিক ধৰাই আনি শাস্তি বিহাৰ কোনো যুক্তি নাই। মন্ত্ৰীবৰ্গৰ আপত্তি

সত্ত্বেও নিজ সিদ্ধান্তত ৰজা অচল অটল হৈ ৰল। ৰাজশাসন নিষ্কণ্টক হোৱাৰ পথত প্ৰধান অন্তৰায় গদাপাণিক নিশেষ কৰিবই লাগিব। মন্ত্ৰীবৰ্গই ৰজাক অবিবেচক কাৰ্য্যৰ ফল অচিৰে ভুগিব বুলি সতৰ্ক কৰি দিলে

কুলক্ষণে ললে লগ নধৰিবা দোষ
মহাৰাজ! ধৰ্ম্ম কথা নোৱাৰি নকই
নসহে ঈশ্বৰে এনে কুট অত্যাচাৰ
অদোষত ৰজা! তুমি জানিবা নিশ্চয়॥ (চতুৰ্থ সৰ্গ)

পঞ্চম সৰ্গত এটি নিজম নিশাৰ দৃশ্য। অৰণ্যৰ বুকুত গদাপাণি আৰু জয়মতী গভীৰ নিদ্ৰাত। নিচেই কাষতে কাৰোবাৰ মাত-কথা শুনি গদাপাণি চমকিত হৈ সাৰ পাই উঠিল আৰু আসন্ন বিপদৰ কথা পত্নীক জনালে। জয়মতীয়ে গদাপাণিক অকণো পলম নকৰি নগা পৰ্ব্বতলৈ গৈ সৰল নগা মানুহৰ মাজত আত্মগোপন কৰি থাকিবলৈ খাটনি ধৰিলে। প্ৰথমতে গদাপাণিয়ে পত্নীক তেনেদৰে অৰণ্যৰ মাজত নিসহায় অৱস্থাত এৰি যাবলৈ অনিচ্ছুক হোৱাত জয়মতীয়ে বীৰাঙ্গনাৰ সুৰেৰে কবলৈ ধৰিলে

ৰাখা প্ৰাণ আপোনাৰ থাকিলে জীযাই
বৈঁটীৰ নিচিনা বেটী পাবা লক্ষজনী॥
বেলি তুমি উঠি অহা তুংখুঙ্গীয়া ফৈদৰ
(ইন্দ্ৰৱংশী ৰাজবংশ) জাতিৰ গৌৰৱ
তোমাৰ মৃত্যুত নাথ! হানি আহোমৰ
(আহোম ৰাজ্যৰ) কোনে দমাব বিপ্লৱ?
পলোৱা! পলোৱা! নাথ! অকালত হায়! তুমি
জীৱনৰ ৰজা বেলি নিনিয়াবা মাৰ।
গোলাপ গছৰ হায়! গোলাপ কলিটি
নউ ফুলোতেই ঠাৰি নিচিঙ্গিবা তাৰ॥ (পঞ্চম সৰ্গ)

জয়মতীৰ মহান ইচ্ছাক বাধা দিব নোৱাৰি গদাপাণি নগা পাহাৰলৈ পলাই গ'ল।

ষষ্ঠ সৰ্গত মিহি চাউদাঙ্গ আৰু অন্য কটোৱানৰ কাৰ্য্য কলাপ বৰ্ণিত হৈছে। মিহিয়ে জয়মতীক হাতত ধৰি আটক কৰিছে আৰু গদাপাণি ক'লৈ গ'ল তাৰ বাতৰি সুধিছে। মিহিৰ কবলত পৰি জয়মতীয়ে তেওঁৰ জীৱনৰ করুণ ইতিহাস বৰ্ণাই চকুলো টুকিবলৈ ধৰিলে। কিন্তু জয়মতীৰ বিননিত মিহিৰ পাষাণ হৃদয় নগলিল। মিহিৰ কবলত পৰা জয়মতীৰ অৱস্থা ৰাৱণৰ কবলত পৰা সীতা আৰু দুঃশাসনৰ কবলত পৰা দ্ৰৌপদীৰ অৱস্থাৰ সদৃশ। জয়মতীৰ নাৰী হৃদয়ৰ আৰ্ত্তনাদ কাব্যত হৃদয়গ্ৰাহীকৈ বৰ্ণোৱা হৈছে

ৰজাৰ তিৰোতা হ'লো কুঁৱৰীৰ নাম ললো
ৰাজভোগ কিন্তু হায় ! নহ'ল ভাগ্যত
তথাপি নকৰি দুখ দুষি কপালক
স্বামীয়ে সইতে আছি সোমালো বনত ॥
কিন্তু হায় ! অভাগীৰ (অদৃষ্ট দোষতে জানো)
পতি সঙ্গ সুখ তাকো নাপালো নহ'ল ।
পলাই লুকালে নাথে এৰি দুৰ্ভাগীক
দময়ন্তী এৰি যেনে সত্যযুগে নল ॥
কাৰউ কৰিছো মিহি, এৰি দেই অভাগীক
জুৰিছে ইমানে আৰু দুখ কিয় দিয় ?
কাৰো নোহো অপকাৰী অবলা তিৰোতা
ধৰি বান্ধি আজি মোক কি কাৰণে নিয় ! (ষষ্ঠ সৰ্গ)

মিহিয়ে জয়মতীক লৰা ৰজাৰ আগত হাজিৰ কৰিলে। ৰজাৰ আগত জয়মতী বীৰাঙ্গনাৰূপে থিয় হল।

সপ্তম সৰ্গত লৰা ৰজা আৰু জয়মতীৰ কথোপকথন বৰ্ণোৱা হৈছে। জয়মতীৰ বক্তব্যত তেওঁৰ বীৰত্ব সতীত্ব আৰু দৃঢ় সংকল্প প্ৰকাশ পাইছে। ৰজাই দেখুৱা সমস্ত ভয় ভাবুকিৰ সন্মুখত জয়মতী অচল অটল শিলাখণ্ডৰ দৰে থিয় দি থাকিল আৰু তেওঁৰ কৰ্ত্তব্যৰ কথা ৰজাৰ আগত ব্যক্ত কৰিলে

জানে ভালকই ৰাণী তিৰোতাৰ ধন
নোহে ধন অলঙ্কাৰ সুবৰ্ণ ৰতন,
নোহে ধন মণি কেৰু বাখৰুৱা খাৰু,
সোৱামীত বাজে ধন কতো নাই আৰু
জানে ৰাণী ভালকই স্বামী হেমহাৰ
হেৰালে নাপায় আৰু ঘূৰি জীৱনত
তেনুৱা ধনক নেকি দিবহি চোৰক
থাকোতে পৰাণ বায়ু দেহাৰ মাজত ?
প্ৰাণ যাব কুঁৱৰীৰ তথাপিতো তেওঁ
আদৰৰ হেমহাৰ নিদিয়ে চোৰক,

পৰাণ থাকোঁতে ৰাণী কেতিয়াও তেওঁ
নিদিয়ে আপোন ধন হৰিব আনক॥ (সপ্তম সৰ্গ)

জয়মতীৰ এনে দৃঢ়তাত ৰজা খঙত অধীৰ হ'ল। জয়মতীক নৰক যন্ত্ৰণাৰ মাজলৈ থেলি দি হ'লেও গদাপাণিৰ বাতৰি উলিয়াবলৈ তেওঁ দৃঢ় প্ৰতিজ্ঞ হ'ল। জয়মতীয়ে গদাৰ বাতৰি নিদিলেও ৰজা নিচেষ্ট নহয়। ৰাজ্যৰ চুকে কোণে প্ৰতি গাওঁৰ প্ৰতি ঘৰ মানুহ চলাঠ কৰি গদাপাণিৰ বাতৰি লব আৰু গদাপাণিক ধৰাই আনিব

"নকৰ গদাৰ কথা পাৰিবি কি তই
ৰাখিব গদাৰ প্ৰাণ নকই নেমেলি?
পাৰিবি তেতিয়া তই ৰাখিব গদাক
যেতিয়া পশ্চিম ফালে ওলাবহি বেলি। (সপ্তম সৰ্গ)

লৰা ৰজাই জয়মতীক জনালে—ৰাজ আজ্ঞা অমান্য কৰাৰ অপৰাধত আঁঠুৰ ঘিলা কঢ়া চকু কঢা আদি চৰম শাস্তি জয়মতীয়ে ভুগিব লাগিব। লৰা ৰজাৰ কোনো ভাবুকিয়ে জয়মতীক টলাব নোৱাৰিলে। বীৰাংগনা জয়মতীয়ে ৰজাক নিৰ্ভীক প্ৰত্যুত্তৰ দিলে

কিয় ৰজা! ভয়
দেখুৱা মিছাতে তুমি! প্ৰেয়সী গদাৰ
তেখুৱা শাস্তিৰ ভয় নকৰে নিশ্চয়॥
চকু কাঢা ঘিলা কাঢা দিয়া মোক জেৰেঙ্গাত
যি যি শাস্তি আছে মানে দিয়ে থাকা মোক।
তথাপি নকওঁ মই কথা সোৱামীৰ
নলওঁ নালাগে মোক স্বৰ্গ সুখ ভোগ॥
নউ দেখোঁতেই যেন স্বামীৰ দুৰ্গতি মই
সোৱামীৰ ভাল দেখি যক মোৰ প্ৰাণ
মইতো ৰজাৰ ৰাণী স্বামীৰ তিৰোতা
নকওঁ স্বামীৰ কথা থাকোতে পৰাণ॥ (সপ্তম সৰ্গ)

অষ্টম সৰ্গত অঙ্কিত হৈছে টাবলুঙ্গ পাহাৰৰ প্ৰাকৃতিক দৃশ্য। প্ৰাকৃতিক সৌন্দৰ্য্যই গদাপাণিক সুখী কৰিব পৰা নাই। গছ-লতাই যেতিয়া আনন্দত নাচে গদাপাণিৰ হিয়া পত্নীৰ চিন্তাত হাঁহাকাৰ কৰি উঠে। পত্নী-পুত্ৰৰ পৰা আঁতৰি বিৰহ বেদনাত দিন কটাব লগা হোৱা বাবে তেওঁ বিধাতাকে জগৰীয়া কৰে

চাৰিওটি ঠাই ঠাই কৰিলি বিধাতা !
নিষ্ঠুৰ নিচিনা তোৰ নাই ত্ৰিলোকত ॥
লৰা দুটি লই দুটি মাইকী বাপেকী আমি
একেলগে কত সুখে কৰিছিলো বাস !
তহ কিন্তু চাৰিওটি কৰি খান খান
ভাঙ্গিলি সুখৰ ঘৰ । কৰিলি নিৰাশ । ( অষ্টম সৰ্গ )

টাবলুঙত গদাপাণি মুঠেই বিপদমুক্ত নাছিল । মিহি আৰু লঠাই পোদ্দৰ ষোল্লটামান কটোৱালেৰে সৈতে হঠাতে গদাপাণিক আক্ৰমণ কৰিলে । চকুৰ পচাৰতে গদাপাণিয়ে এটা কটোৱালৰ হাতৰ পৰা তৰোৱাল এখন কাঢ়ি আনিলে আৰু একে ঘাপে লঠাক দুডোখৰ কৰিলে । গদাপাণিৰ বীৰত্বৰ সমুখত মিহি টিকিব নোৱাৰি অন্য কটোৱালৰ সৈতে প্ৰাণ লৈ পলাল । টাবলুঙ নিৰাপদ যেন নেদেখি গদাপাণি নামচাঙৰ ফালে গ'ল । বিধাতাৰ ইচ্ছানুসৰি গদাপাণিৰ ভাগ্য চক্ৰ ঘূৰিবলৈ ধৰিলে

কি খণ্ডাব পাৰে গদাপাণি বিধাতাৰ ইচ্ছা
নোৱাৰিলে যাক হায় ! দ্বাপৰ যুগত
পাণ্ডু পুত্ৰ পঞ্চ ভাই দেৱ অৱতাৰ
আপুনি শ্ৰীকৃষ্ণ যাৰ সহায় লগত ?
ত্ৰেতা যুগে ৰামচন্দ্ৰ নিজে বিষ্ণু অৱতাৰ
নোৱাৰিলে বাধা দিব বিধিৰ ইচ্ছাত ।
হৰিলে ৰাৱণে সীতা পৰাণৰ প্ৰাণ
নানা কষ্ট নানা দুখ ভুগিলে লঙ্কাত ॥
কোন কুটা গদাপাণি কি কৰি খণ্ডাব হায়
বিধাতাৰ ইচ্ছা আজি ? ( অষ্টম সৰ্গ )

নৰক যন্ত্ৰণাৰ মাজত প্ৰিয়তমা পত্নীৰ মৃত্যু ঘটিলে গদাপাণিৰ জীৱনৰে বা কি অৰ্থ থাকিব ? সেয়ে তেওঁ শত্ৰুৰ হাতত আত্মসমৰ্পণ কৰি পত্নীৰ জীৱন ৰক্ষা কৰিবলৈ সংকল্প কৰিলে ।

নৱম সৰ্গত বৰ্ণিত হৈছে— গদাপাণিৰ পত্নীৰ জীৱন ৰক্ষাৰ বাবে কৰা এটি আন্তৰিক প্ৰচেষ্টা । জোপোহাৰ আঁৰ লৈ গদাপাণিয়ে জয়মতীৰ ওপৰত চলোৱা অমানুষিক অত্যাচাৰ নিৰীক্ষণ কৰিবলৈ ধৰিলে । গভীৰ নিশা—অত্যাচাৰী কটোৱাল কেইটা টোপনিত পৰিল । জোপোহাৰ মাজৰ পৰা ওলাই গদাপাণি মৃত্যুৰ ক্ষণ গণি থকা জয়মতীৰ কাষ চাপিল । তেওঁ পত্নীৰ নিৰ্য্যাতিত মুখত অকণমান পানী দিলে ।

লগে লগে জয়মতীয়ে সংজ্ঞা হেৰাই পালে। আত্মদানৰ চৰম ক্ষণত স্বামীৰ চৰণ স্পৰ্শ কৰি তেওঁ পৰম শান্তি লাভ কৰিলে। কিন্তু স্বামীৰ আত্ম সমৰ্পণৰ প্ৰস্তাৱ তেওঁ কোনোপধ্যে মানি লব নোৱাৰিলে। দেশৰ মঙ্গল হেতু স্বামীৰ জীৱন ৰক্ষা কৰিবলৈ কৰা পৱিত্ৰ সংকল্পৰ কথা জয়মতীয়ে দোহাৰিলে আৰু পুনৰ নগা পাহাৰলৈ ঘূৰি গৈ আত্মৰক্ষা কৰিবলৈ গদাপাণিক মিনতি জনালে

সকলো স্ত্ৰীৰ অৰ্থে তিৰী জনমত
তিৰীৰ নিজস্ব বুলি একো নাই স্ত্ৰীৰ
তিৰোতাৰ ৰূপ গুণ সৌন্দৰ্য্য অমিয়া
সকলো স্বামীৰ অৰ্থে সকলো স্বামীৰ ॥

তিৰোতাৰ ধৰ্ম স্বামী—স্বামী ধৰ্ম স্ত্ৰীৰ
ভক্তি মুক্তি তিৰোতাৰ সকলোটি পতি
মহাপীঠ মহাতীৰ্থ স্বামী তিৰোতাৰ
ধৰ্ম অৰ্থ কাম মোক্ষ অন্তিমৰ গতি ॥
পতিব্ৰত পতিসেৱা ধৰ্ম তিৰোতাৰ—
তোমাৰ কুঁৱৰী সেই ধনে ধনৱতী
সি ধনৰ পৰা মোক নকৰা বঞ্চিত
ধৰিছো পাৱত নাথ। কৰিছো মিনতি ॥ (নৱম সৰ্গ)

জয়মতীৰ নিৰ্য্যাতন সহ্য কৰিব নোৱাৰি দ্বিতীয়বাৰ গদাপাণি নগাবেশে পত্নীৰ ওচৰলৈ আহিল আৰু তেওঁৰ স্বামীৰ কথা ৰজাক কৈ দিবলৈ বুজনি দিলে। কিন্তু জয়মতী নিজ উদ্দেশ্যত অচল অটল হৈ থাকিল। তৃতীয়বাৰ গদাপাণি জয়মতীৰ কাষলৈ আহিল আৰু একে বুজনিকে দিলে। জয়মতীৰ মনৰ কোনো পৰিবৰ্তন সাধন কৰিব নোৱাৰি ব্যৰ্থ মনোৰথ হৈ গদাপাণি পুনৰ নগা পাহাৰৰ ফালে গুচি গল। জয়মতীৰ ওপৰত অমানুষিক অত্যাচাৰ দিনে নিশাই চলি থাকিল। অৱশেষত পৃথিৱীত আত্মদানৰ জলন্ত নিদৰ্শন ৰাখি জয়মতীয়ে চিৰদিনৰ বাবে চকু মুদিলে।

জয়মতীৰ আত্মদান পৃথিৱীৰ সমগ্ৰ তিৰোতা সমাজৰ বাবে এটি চিৰকলীয়া আদৰ্শ হৈ ৰল। কবিয়ে এই আত্মদানৰ গৌৰৱ কাব্যত উজ্জ্বল ৰঙেৰে অঙ্কিত কৰিছে

তুমি—
দেখুৱালা জগতৰ তিৰোতা জাতিক
পতিপৰায়ণতাৰ চৰিত্ৰ মহত্ব

কি এক অপূৰ্ব্ব ভাব সতী হৃদয়ৰ
পতি প্ৰেম! কি মাধুৰ্য্য অতুল মৰ্ত্ত্যত॥
পবিত্ৰ কৰিলা তুমি মৰ্ত্ত্যভূমি সতী!
পতিৰ মঙ্গল অৰ্থে কৰি আত্মদান।
জন্মভূমি তব দেৱী! হ'ব গৌৰৱিত
যাবচ্চন্দ্ৰ দিবাকৰ গাই তব গান॥
শিক্ষা দিলা জগতক—
সতী তিৰোতাৰ প্ৰেম শান্তি নিকেতন
শোকে তাপে ভৰা এই সংসাৰ মাজত
নথকাহেঁতেন দেৱী! সি পবিত্ৰ প্ৰেম
হ'ল হই মৰিশালি গোটেই জগত।' (নৱম সৰ্গ)

দশম সৰ্গত গদাপাণিয়ে সপোনত কেনেকৈ পত্নী বিয়োগৰ বাতৰি পাইছে—তাৰে এটি হৃদয়গ্ৰাহী বিৱৰণ আছে। গদাপাণিয়ে সপোনত দেখিলে—সৰগৰ পৰা এখন ৰথ নামি আহিছে। বসুমতীমাতৃ লক্ষ্মীয়ে জয়মতীক সেই ৰথত উঠিবলৈ নিৰ্দ্দেশ দিছে। সুন্দৰী কন্যাবেশে জয়মতীয়ে সেই ৰথত উঠিবলৈ আগুৱাই যোৱা দেখি গদাপাণিয়ে তেওঁকো লগত লৈ যাবৰ বাবে জয়মতীক খাটিছে। চকুৰ পচাৰতে দেৱদূতে ৰথ চলাই দিলে আৰু জয়মতী ৰথৰ পৰা নামিব নোৱাৰা হ'ল। দেৱদূতে বিস্মিত গদাপাণিক জনালে—চকুলো আৰু নৰক যন্ত্ৰণাৰ পৃথিৱী এৰি অনন্ত শান্তিৰ বাবে জয়মতী সৰগলৈ গমন কৰিছে। সৰগত তেওঁ সতী সাধ্বী—সীতা সাৱিত্ৰী শৈব্যা দময়ন্তীৰ কাষতে আসন লবগৈ।—এনে তাৎপৰ্য্যপূৰ্ণ সপোন দেখি গদাপাণি চকমক খাই সাৰ পালে আৰু নামচাঙ এৰি জেৰেঙালৈ খাপলি মেলিলে।

একাদশ সৰ্গত করুণ ৰসৰ অপূৰ্ব্ব সমাবেশ ঘটিছে। জেৰেঙাৰ শাস্তি দিয়া ঠাইত উপস্থিত হৈ গদাপাণিয়ে দেখিলে জয়মতীৰ মৃতদেহ তেজেৰে লুতুৰি পুতুৰি হৈ পৰি আছে। প্ৰাণহীন জয়মতীক সাৱটি লৈ গদাপাণিয়ে উচুপিবলৈ ধৰিলে। আলফুলকৈ মৰম কৰি বাৰে বাৰে সম্বোধন কৰি প্ৰিয়তমা পত্নীৰ এষাৰি মাত পাবলৈ তেওঁ চেষ্টা কৰিলে। এনে দাৰুণ আঘাতত গদাপাণি মূৰ্চ্ছিত হ'ল। সেই মুহূৰ্ত্ততে গদাপাণিক শান্তনা দিবলৈ বনদেবীৰ আৱিৰ্ভাব হ'ল। গদাপাণিৰ অন্তৰাত্মাৰ প্ৰতীক বনদেবীয়ে জনালে—জয়মতীয়ে আত্মদানেৰে অমৰত্ব আৰ্জ্জন কৰি সৰগলৈ গমন কৰিছে। গদাপাণিয়ে বেজাৰ কৰিবৰ সকাম নাই। তেওঁ পুনৰ আহোমৰ সিংহাসনত উঠিব আৰু দেশৰ ভাগ্যলক্ষ্মী তেওঁৰ দ্বাৰা পৰিচালিত হ'ব। এই শান্তনা তথা ভৱিষ্যৎ বাণী শুনাই বনদেবী অন্তৰ্দ্ধান হ'ল।

দ্বাদশ আৰু শেষ সৰ্গত জয়মতীৰ সমাধিৰ দৃশ্য অঙ্কিত হৈছে। জয়মতীৰ

মৃতদেহ কান্ধত লৈ গদাপাণি শ্মশানৰ ফালে যাত্ৰা কৰিছে। এই সৰ্গত কবিয়ে শ্মশানভূমিৰ মাহাত্ম্য কীৰ্ত্তন কৰিছে। সংসাৰ অনিত্য। জীৱন দুখ তাপ ক্লেশৰ আধাৰ। সেয়ে মহাযোগীয়ে সংসাৰৰ সকলো মোহ মদিৰা ত্যাগ কৰি শ্মশানভূমিত পৰম শান্তি লাভ কৰে। এই সৰ্গটি কবিৰ ব্যক্তিগত জীৱনৰ বিয়োগ বেদনাৰে ভাৰাক্ৰান্ত হৈ আছে। গদাপাণিয়ে জয়মতীক কুঁৱৰীৰ মৰ্য্যাদা সহকাৰে সমাধিস্থ কৰিব নোৱাৰি আক্ষেপ কৰি কৰা উক্তি অতি মৰ্ম্মস্পৰ্শী

'প্ৰিয়তমা! লিখা আছে ভাগ্যত তোমাৰ
থাকা কঙ্গালিনীৰ দৰে শ্মশান মাজত
আহোমৰ ৰাজলক্ষ্মী নাই আড়ম্বৰ
তোমাৰ লগত আজি এই শ্মশানত॥
ঢুলীয়া গায়ন নাই তোমাৰ লগত
নাই দবা কালি পেপা নাই কাঁহ হায়!
নাই আজি সিংহাসন নাই তুলী পাটী!
কি কৰিবা? অদৃষ্টত লিখা প্ৰিয়ে! নাই॥
উস!

আদৰ্শ সতীটি তুমি আহোম কুলৰ
আহোম বংশৰ তুমি উজ্জ্বল ৰতন!
দীন দৰিদ্ৰৰ দৰে থাকিবা ইযাত
অকলে অকলে প্ৰিয়ে! হই অচেতন?
হায়?
কত বেটী কত বন্দী আহিলেহেঁতেন
তোমাৰ দেহাটি লই কেকোঁৰা দোলাত
কত সমাৰোহে কৰি কত আড়ম্বৰ
তোমাক সপিলে হয় শ্মশান কোলাত॥
উৰিয়াম কাঠেৰে সজা সুন্দৰ পেৰাটি
কোলাত তোমাক লই পালে হয় শোভা
থাৰে থাৰে কত ফুল দিলে হয় তাত
জুতি মালতীৰ চাকি এৰা! সূতা গঁথা॥
বন্ধালোহেঁতেন মই ওখ মইদাম
জিলিকি থাকিলে হয় অসমভূমিত
দিলে হয় পৰিচয় দিগ দিগন্তত
তোমাৰ কীৰ্ত্তিৰ প্ৰিয়ে! হই গৌৰবিত। (দ্বাদশ সৰ্গ)

জয়মতীক সমাধিস্থ কৰাৰ লগে লগে কাব্য কাহিনীৰ সামৰণি পৰিছে।

উপসংহাৰত কবিয়ে গদাপাণিৰ পিছৰ জীৱনৰ এটি চমু আভাস দাঙি ধৰিছে। জয়মতীৰ মৃত্যুৰ পাছত গদাপাণি পুনৰ আহোম ৰাজ্যৰ ৰজা হল আৰু ১৬৯৬ খ্ৰীষ্টাব্দত তেওঁৰ মৃত্যু পৰ্য্যন্ত পোন্ধৰ বছৰ কাল ৰাজ্য শাসন চলালে। গদাপাণিৰ মৃত্যুৰ পাছত তেওঁৰ বৰ পুত্ৰ লাইয়ে ৰুদ্ৰসিংহ নাম লৈ সিংহাসনত উঠিল। ৰুদ্ৰসিংহই মাতৃৰ সতীত্ব আৰু আত্মদানৰ আদৰ্শ যাউতিযুগীয়া কৰিবৰ কাৰণে জয়মতীক শাস্তি দিয়া ঠাইতে জয়সাগৰ নামে এটি পুখুৰী খনালে আৰু জয়দৌল নামে এটি মঠ সজালে। কাব্যৰ সামৰণিত কবিয়ে গাইছে

কলি যুগ নাই বৰ—দেৱ আশীৰ্ব্বাদ
কীৰ্ত্তি যস্য স জীৱতি মাথো জগতত ॥
বহুকাল হল আজি এৰিছে কুঁৱৰী
জয়মতী (কুললক্ষ্মী আহোম কুলৰ)
ই মৰত ভূমি তুমি যোৱা দেখা গই
মূৰ্ত্তিমতী জয়মতী জয়সাগৰত ॥

॥ পৰ্য্যালোচনা ॥

অসম বুৰঞ্জীত জয়মতী কাহিনীৰ ভিন্ন ৰূপৰ কথা আমাৰ আগৰ আলোচনাত উল্লেখ কৰিছোঁ। ৰত্নেশ্বৰ মহন্তৰ বুৰঞ্জীৰ কাহিনীৰ সলনি বৰবৰুৱাই হৰকান্ত বৰুৱাৰ বুৰঞ্জীৰ কাহিনীহে তিৰোতাৰ আত্মদান কাব্যৰ বাবে নিৰ্ব্বাচন কৰিছিল। এনে নিৰ্ব্বাচনৰ মূলত বুৰঞ্জীৰ সত্যাসত্যতকৈও বৰবৰুৱাৰ কাব্যিক লক্ষ্যহে বেছি প্ৰবল আছিল। কমতাপুৰ ধ্বংস কাব্যৰ আলোচনাত আমি দেখিছোঁ—বুৰঞ্জীৰ বিষয় এটা কল্পনাৰ ৰহণ চৰাই বৰবৰুৱাই কেনেদৰে কাব্যোপযোগী কৰি তুলিছে। সেইদৰে জয়মতী কাহিনীৰ এনে এটি ৰূপ বৰবৰুৱাই নিৰ্ব্বাচন কৰিছে যত সাহিত্যিক মহাকাব্যৰ গাম্ভীৰ্য্য অক্ষ উদ্দেশ্য ৰক্ষা পৰে। মহন্তৰ বুৰঞ্জীৰ মতে গদাপাণি নিজ ঘৰৰ পৰা নগা পাহাৰলৈ পলাই গৈছে। আৰু তেওঁৰ ঘৰৰ পৰাই জয়মতীক লৰা ৰজাৰ ৰাজ সভালৈ ধৰাই অনা হৈছে। ৰাজ আজ্ঞা অমান্য কৰাৰ অপৰাধত ৰাজচৰাৰ পৰা পোনে পোনেই জয়মতীক জেৰেঙ্গালৈ শাস্তি বিহিবৰ বাবে লৈ যোৱা হৈছে। এই গদাপাণি আৰু জয়মতী কোঁৱৰ-কুঁৱৰীহে ৰজা ৰাণী নহয়। এনে সৰল ৰেখা সদৃশ কাহিনী কাব্যৰ গভীৰ মানৱতাবোধৰ উপযোগী নহয়। বিশেষত সাধাৰণ মানৱ মানৱীক কাব্যৰ নায়ক নায়িকা হিচাবে লোৱা নহয়। আনহাতে হৰকান্ত বৰুৱাৰ বুৰঞ্জীৰ কাহিনী কাব্যোপযোগী। যাত গদাপাণি আৰু জয়মতী আত্মৰক্ষাৰ বাবে পলাই গৈছে। অৰণ্যৰ পৰ্ণকুটীৰত নানা দুখ কষ্টৰ মাজেৰে তেওঁলোকে দিন অতিবাহিত কৰিছে।

হৰকান্ত বৰুৱাৰ কাহিনীৰ লগত কিছু কথা যোগ বিয়োগ কৰি বৰবৰুৱাই কাহিনীটি কাব্যত সজাইছে। বৰবৰুৱাৰ গদাপাণি আৰু জয়মতী সাধাৰণ নৰ নাৰী নহয় তেওঁলোক আহোম ৰাজ্যৰ ৰজা ৰাণী। মন্ত্ৰীবগৰ ষড়যন্ত্ৰত অৰণ্যলৈ পলাই যোৱা গদাপাণি আৰু জয়মতীয়ে কেৱল এখন মৰমৰ সংসাৰকে এৰি অহা নাই তেওঁলোকে এৰি আহিছে ৰাজ সিংহাসন আৰু ৰাজ সম্ভোগ। ষড়যন্ত্ৰ হাতসাৰিবৰ বাবে বনলৈ পলাই যাব লগা হোৱা গদাপাণিৰ সকলো দুখ কষ্টৰ সমভাগিনী হৈ জয়মতীও বনলৈ গল। গদাপাণি জয়মতীৰ আদৰ্শ আৰু মানৱতাবোধ কবিয়ে মহাকাব্যৰ অন্যান্য নায়ক-নায়িকা—যেনে ৰাম-সীতা পাণ্ডৱ দ্ৰৌপদী নল দময়ন্তী সত্যবান সাৱিত্ৰীৰ—আদৰ্শ আৰু মানৱতাবোধৰ সমশাৰীলৈ তুলিবলৈ যত্নপৰ হৈছে।

ৰাজ সিংহাসন ত্যাগ কৰি ৰাজ কাৰেঙৰ কলুষিত পৰিবেশৰ পৰা বহু আঁতৰ হৈ অৰণ্যৰ মাজত ত্যাগ আৰু বৈৰাগ্যৰ জীৱন যাপন কৰি—তাৰ মাজেদি প্ৰকৃত জীৱনবোধ আৰু জীৱন দৰ্শন লাভ কৰাই হল ভাৰতীয় মহাকাব্যৰ নায়ক নায়িকাৰ চৰম লক্ষ্য। অথচ এই নায়ক নায়িকাবোৰৰ ভাগ্যৰ লগত ৰাজ্যৰ প্ৰজাসাধাৰণৰ ভাগ্যও ওত প্ৰোতভাৱে জড়িত হৈ আছে।

তিৰোতাৰ আত্মদান কাব্যৰ নায়ক নায়িকাও ভাৰতীয় মহাকাব্যৰ এই আদৰ্শ আৰু মানৱতাবোধৰ প্ৰতীক। আনহাতে ভাৰতীয় মহাকাব্যত দৈৱৰ লিখনৰ প্ৰাধান্য সুস্পষ্ট। দৈৱ লিখনৰ ফলতে নায়ক নায়িকাই নিৰ্য্যাতন ভোগ কৰিব লগা হয় আৰু এই নিৰ্য্যাতনৰ অন্তত ঈশ্বৰ বা দৈৱৰ কৃপাতে তেওঁলোকে ৰাজ্য ধন ঘূৰাই পায় আৰু পৰম শান্তি লাভ কৰে। তদুপৰি মহাকাব্যত শত্ৰুৰ বিনাশ অসত্যৰ বিলুপ্তি সাধনৰ যোগেদি সত্যৰ জয় ঘোষণা কৰা হয়। বৰবৰুৱাই তিৰোতাৰ আত্মদান কাব্যত মহাকাব্যৰ এই লক্ষ্য অটুট ৰাখিবলৈ চেষ্টা কৰিছে।

পতিৰ কাৰণে আত্মদান—হিন্দু নাৰীৰ এটি পৱিত্ৰ আদৰ্শ। ভাৰতীয় মহাকাব্যত এই আদৰ্শক সমুজ্জল কৰি তোলা হৈছে। এই আদৰ্শই—সীতাৰ আদৰ্শ দময়ন্তীৰ আদৰ্শ দ্ৰৌপদীৰ আদৰ্শ আৰু সাৱিত্ৰীৰ আদৰ্শ। বৰবৰুৱাৰ জয়মতীৰ আদৰ্শও একেটিয়ে। জয়মতীয়ে অৰণ্যত ক্লেশ ভুঞ্জা দেখি গদাপাণিয়ে প্ৰশ্ন কৰিছে

> হায়! মোৰ প্ৰাণেশ্বৰী! প্ৰিয়ে জয়মতী!
> কিয় তুমি আহিছিলা এই ঘোৰ বন?
> কিয় ভোগ কৰা দুৰগতি?
> মই দুৰ্ভগীয়া প্ৰিয়ে! দুখ কষ্ট অৰণ্যৰ
> আছে অদৃষ্টত মোৰ কপালে সইতে
> অৰণ্যত আহি তুমি হৈছ কঙালিনী
> ভুঞ্জা ক্লেশ কিহৰ নিমিত্তে? (দ্বিতীয় সৰ্গ)

গদাপাণিৰ এই প্ৰশ্নৰ উত্তৰ দি জয়মতীয়ে হিন্দু নাৰীৰ কৰ্ত্তব্যৰ কথা এনেদৰে ব্যক্ত কৰিছে

অৰ্ণ্যত কিবা দুখ হায়। নাথ। আছে মোৰ ?
তুমি যত আছা মোৰ আছা স্বৰ্গ সুখ
তুমি তৰু মই লতা দুয়ো একে ঠাই
তাত নাথ! আছে কিবা দুখ ?
তুমি দেহা মই ছায়া দেহা যতে থাকে নাথ।
ছায়াও থাকিব তাতে নতুন নহয়
এই কথা আজি নাথ। কিবা দুখ আছে ?
তাতে মোৰ আনন্দ নিশ্চয়॥
নাৰীৰ ভূষণ পতি তুমি মোৰ অলঙ্কাৰ
তুমি আছা বুলি নাথ। আছে সেন্দুৰৰ
ফোঁট মোৰ কপালত বিধবাৰ ক্লেশ
ভোগ কৰা নাই প্ৰাণেশ্বৰ।
তেন্নৰা ৰতন তুমি তোমাক তিয়াগি নাথ!
কি ৰূপে ঘৰত থাকোঁ ? হায়। কোন নাৰী
স্বামীক তিয়াগি থাকে সুখেৰে ঘৰত ? (দ্বিতীয় সৰ্গ)

নাৰীৰ স্বামীৰ প্ৰতি এই কৰ্ত্তব্য—কেৱল হিন্দু নাৰীৰ আদৰ্শই নহয় ই পাশ্চাত্য নাৰীৰো আদৰ্শ। স্বামী স্ত্ৰীৰ মাজৰ পবিত্ৰ আৰু মধুৰ সম্পৰ্ক সৃষ্টি পাতনিৰে আদৰ্শ। খ্ৰীষ্টিয়ান ধৰ্ম্ম গ্ৰন্থ বাইবেলত এই সম্পৰ্কৰ কথা অতি স্পষ্টকৈ কোৱা হৈছে

21 And the Lord God caused a deep sleep
to fall upon Adam and he slept and
he took one of his ribs and closed up
the flesh instead thereof

22 And the rib which the Lord God had
taken from man made he a woman
and brought her unto the man

23 And Adam said this is now bone
of my bones and flesh of my flesh
She shall be called Woman because
she was taken out of Man ১

---

১ The Bible Genesis Chapter 2

বাইবেলৰ এই নৰ নাৰীৰ সম্পৰ্কৰ ওপৰত ভিত্তি কৰি মিল্টনে তেওঁৰ সাহিত্যিক মহাকাব্য পেৰেডাইজ লষ্টত আদম আৰু হৱৰ চিত্ৰ অতি মনোগ্ৰাহীকৈ অঙ্কিত কৰিছে। এই কাব্যত হৱৰ মুখত এই চিৰন্তন সম্পৰ্ক তলত দিয়া ধৰণে দাঙি ধৰা হৈছে

To whom thus Eve replied O thou for whom
And from whom I was formed flesh of thy flesh
And without whom am to no end my guide
And head ! what thou hast said is just and right
For we to him indeed all praises owe
And daily thanks— I chiefly who enjoy
So far the happier lot enjoying thee
Pre eminent by so much odds while thou
Like consort to thyself nowhere find (১০)

ইলিয়াড ওডিচী ৰামায়ণ আৰু মহাভাৰত আদি মহাকাব্যত নাৰীৰ অপহৰণ আৰু নিৰ্য্যাতন কাব্য কাহিনীৰ ভেটি স্বৰূপ। অপহৃতা নাৰীৰ উদ্ধাৰ আৰু নিৰ্য্যাতিতা নাৰীৰ মুক্তি কাব্য কাহিনীৰ অন্যতম উদ্দেশ্য। এনে কাৰ্য্য সম্পাদনত বহু ৰজা মহাৰজাৰ পতন ঘটিছে ৰাজ্য ৰাজধানী ধ্বংস স্তূপত পৰিণত হৈছে। নিৰ্য্যাতনৰ জুইত নাৰীৰ ৰূপ লাৱণ্য ত্যাগ আদৰ্শ সোণৰ দৰে উজলি উঠিছে। ইলিয়াডৰ নায়িকা হেলেনৰ অপহৰণে ট্ৰয় নগৰ ছাইত পৰিণত কৰিছে। ৰামায়ণৰ নায়িকা সীতাৰ অপহৰণে ৰাৱণৰ সোণৰ লঙ্কা ছাৰখাৰ কৰিছে। মহাভাৰতৰ কুৰুপতি দুৰ্য্যোধনৰ ৰাজসভাত দ্ৰৌপদীৰ বস্ত্ৰহৰণে কৌৰৱৰ আসন্ন ধ্বংসৰ সূচনা কৰিছে। তেনেদৰে তিৰোতাৰ আত্মদানত জয়মতীৰ নিৰ্য্যাতনে লৰা ৰজাৰ পতন চমু চপাই আনিছে। মিহি চাউদাঙৰ কবলত পৰা জয়মতীৰ বিননি যেন সমগ্ৰ অবলা নাৰীৰ প্ৰাণৰ বিননি

অবলা তিৰোতা মই কাবো কতো একোহানি
নাই কৰা কোনো কালে জ্ঞান বিশ্বাসত
কিয় মিছা ধৰ মোক ? কৰিছোঁ মিনতি
কটা ঘাত চেঙ্গা তেল নিদিবি প্ৰাণত॥ (অষ্টম সৰ্গ)

এই কাবিক আদৰ্শৰ উপৰিও কাব্যিক বাতাবৰণ আৰু কাব্যিক ঘটনাৰ উল্লেখৰ সহায়ত বৰবৰুৱাই তিৰোতাৰ আত্মদান কাব্য খনিত সাহিত্যিক মহাকাব্যৰ গাম্ভীৰ্য্য আনিবলৈ সচেষ্ট হৈছে। আধুনিক বুৰঞ্জীমূলক কাব্য এখনত দেৱ দেৱতাৰ উপস্থিতি দেখুৱা নাইবা সৰগ নৰকৰ দৃশ্য অঙ্কিত কৰা সম্ভৱপৰ নহয়। বৰবৰুৱাই সপোনৰ আলমত এই কাৰ্য্য সম্পন্ন কৰিছে। গদাপাণিয়ে সপোনত দেখা পাইছে

১০ Paradise Lost Book IV P 15 (Macmillan)

সৰগৰ দেৱদূতে জয়মতীক ৰথত তুলি সৰগলৈ লৈ গৈছে আৰু লক্ষ্মীয়ে আহি জয়মতীক সাদৰি লৈছে

সাদৰি লক্ষ্মীয়ে চাই বুলিলে ৰাণীক
সংসাৰত ভুঞ্জি বহু যাতনা কেলেশ
আহিছা স্বৰ্গত আই। নকৰিবা শোক
সুখৰ সৰগ এই সুখময় দেশ॥

আহাঁ আই। সুখে থাকা স্বৰ্গৰ মাজত
সাবিত্ৰী জানকী শৈব্যা সতীৰ কাষত
আছে যত দময়ন্তী দ্ৰৌপদী সুখত
আহাঁ আই। থাকা সুখে তুমি সি থানত॥ (দশম সৰ্গ)

আকৌ দ্বাদশ সৰ্গত গদাপাণিয়ে জয়মতীৰ মৃতদেহ কান্ধত লৈ শ্মশানৰ ফালে আহি থকা দৃশ্য অঙ্কন কৰোতে কবিয়ে পুৰাণৰ কাহিনীৰ সহায় লৈছে

চাওঁ কোন সেইজন
মৰাশ কানত লৈ এই মহানিশা
আহে শ্মশানৰ ফালে বিয়াকুল মন?
স্বোৱামীৰ নিন্দা বোলে সহিব নোৱাৰি
সত্য যুগে প্ৰাণত্যাগ কৰিছিলে সতী
সতী দেহা তুলি আপোন কানত
ভ্ৰমি ফুৰিছিলে বোলে শিৱ সতীপতি?
এয়ে কি ত্ৰিশূলী সেহ? এয়ে নেকি শিৱ?
এয়ে কি সতীৰ পতি? সতী দেহা লৈ
আপোন কানত তুলি ভ্ৰমিছে শ্মশান
বিষাদ মনত হায়। বিয়াকুল হৈ?
নহয় নহয় এওঁ নহয় ত্ৰিশূলী
এওঁ লাঙ্গি গদাপাণি দুখ বেজাৰত
প্ৰিয়সীৰ মৃতদেহ আঁকোৱালি লই
বিয়াকুল প্ৰাণে সোৱা আহে শ্মশানত॥ (দ্বাদশ সৰ্গ)

এনেদৰে সাহিত্যিক মহাকাব্যৰ আদৰ্শ আৰু গাম্ভীৰ্য্য অটুট ৰাখিবলৈ চেষ্টা কৰাৰ উপৰিও বৰবৰুৱাই বিভিন্ন বিষয়ৰ ওপৰত যেনে

নিশা (১ম সৰ্গ) কল্পনা (১ম আৰু ২য় সৰ্গ) চকুলো (২য় সৰ্গ) নিয়ৰ (৩য় সৰ্গ) শ্মশান (১০ম সৰ্গ)—এলানি গীতি কবিতা সৃষ্টি কৰিছে

যত মহাকাব্যৰ ঘটনাৰ উল্লেখ লক্ষ্য কৰিবলগীয়া। গীতি কবিতা হিচাবে অতি মধুৰ হলেও—ইবিলাকৰ মূল কাব্য কাহিনীৰ লগত সম্পৰ্ক অতি দুৰ্ব্বল। বৰঞ্চ ইবিলাকে মূল কাব্য কাহিনীৰ সাৱলীল গতিত বাধাৰহে সৃষ্টি কৰিছে। তাৰে এটি গীতি-কবিতা তলত তুলি দিয়া হৈছে

এই নিশাকালে বহি কবি গুৰু বাল্মিকী
বিৰচিলে সপ্তকাণ্ড কাব্য ৰামায়ণ
এয়েই সেই একে নিশা ভাৰতৰ কালিদাসে
বিৰচি কবিতা কুঞ্জ মানস মোহন
লভিলে অমৰ কীৰ্ত্তি এয়ে সেই একে ৰাতি
ৰচিলে যি ৰাতি সুখে ভট্টি কাব্য কবি ভৰ্ত্ত॥
এয়ে সেই একে নিশা যেবে কবি ছেক্সপীৰে
আৰ্জ্জিলে অক্ষয় কীৰ্ত্তি অন্ধক মিল্টণ
লিখিলে নতুন ছন্দ অমিত্র অক্ষৰ ৰূপী
সেই ৰাতি এয়ে যিটো কবিৰ জীৱন॥
সেহ নিশা বহি বহি শঙ্কৰ মাধৱদেৱ
ভাজিলে কীৰ্ত্তন আৰু ঘোষা (বৈষ্ণৱৰ প্ৰিয)॥
এই ৰাতি সেহ ৰাতি একে দুয়ো ৰাতি
যি ৰাতি আৰাধি কবি কল্পনা সুন্দৰী
আঁকে নানা বিধি ছবি নানা বৰণীয়া কবি
গাঁথে মনোহৰ মালা প্ৰাণ মনহাৰী॥
এয়ে সেই একে ৰাতি আহা! যি ৰাতিৰ ফল
কাব্য কবিতাৰ কুঞ্জে কৰে সাহিত্য উজ্জ্বল॥

কাব্যখনি কবিৰ গভীৰ জীৱনবোধৰ উৎকৃষ্ট নিদৰ্শন। মৃত্যু মানৱ জীৱনৰ এটি চৰম সত্য আৰু শ্মশানেই মানৱ জীৱনৰ শেষ আশ্ৰয়। মৃত্যুৱে মানুহক সমস্ত দুখ কষ্ট শোক বেজাৰৰ পৰা মুক্তি দিয়ে। সেয়ে মহৎজনে মৰণলৈ ভয় নকৰে মহাযোগীয়ে শ্মশান ভূমিক আশ্ৰয় কৰি লাভ কৰে পৰম শান্তি

নাজান নিৰ্ব্বোধ! তই এনুৱা শ্মশান ভূমি
মহাযোগী ত্ৰিশূলীৰ অতি প্ৰিয় থান?
প্ৰকৃতিৰ লীলাভূমি তিয়াগি কৈলাশ গিৰি
এই শ্মশানত আহি কৰেহি বিশ্ৰাম? (দ্বাদশ সৰ্গ)

or any noble had neither ordered nor authorised the brutalities ' [৮]

হৰকান্ত বৰুৱাৰ এই মতবাদৰ ওপৰত ভিত্তি কৰিলেও হিতেশ্বৰ বৰবৰুৱাৰ নিজা মতবাদ বহুখিনিত বেলেগ। বৰবৰুৱাৰ মতে গদাপাণি বনলৈ পলাই সবাৰ সময়ত আহোম ৰাজ্যৰ ৰজা আছিল। ৰজা হোৱাৰ মাত্র সাত দিনৰ পিছতেই মন্ত্রীসকলৰ ষড়যন্ত্রত পৰি ৰাণী জয়মতীৰ সৈতে গদাপাণি অৰণ্যত পলাই সাৰিব লগা হয়। গদাপাণি পলাই গলত ইং ১৬৭৯ চনত চাৰিগুৱৰীয়া ফৈদৰ চুলিকফা কোঁৱৰ সিংহাসনত বহে। এই চুলিকফাকে লৰা ৰজা বুলি কোৱা হয়। কাব্যৰ প্রস্তাৱনাত গদাপাণিৰ কীর্তি কলাপৰ বিস্তৃত বিৱৰণ দি বৰবৰুৱাই লিখিছে আহোম ৰজা সকলৰ ভিতৰত এনে এটি নিয়ম আছিল যে যদি কোনো ৰজাৰ কোঁৱৰৰ গাত অঙ্গক্ষত বা ঘা ফোঁহোৱাৰ চিন থাকে তেনেহলে তেওঁ আৰু ৰজা হব নোৱাৰে। সেই কাৰণে লৰা ৰজাই গুপ্তচৰ ধৰি তলে তলে বহুত ৰজাৰ কোঁৱৰৰ অঙ্গক্ষত কৰোৱাসে। লৰা ৰজাৰ এই নিদাৰুণ কার্য্যত অনেক ৰজাৰ কোঁৱৰে অকালত প্রাণ পর্য্যন্ত হেৰুৱালে।

গদাপাণি বৰ বাহুবলী আছিল। সকলোতকৈ লৰা ৰজাৰ গদাপাণিলৈ বেচি ভয়। গদাপাণিক ধৰাবলৈ মিহি আৰু লঠা নামেৰে দুটা কুকুৰাচোৱা চাউদাঙৰ লগত লৰা ৰজাই কেনেকুৱা ষড়যন্ত্র কৰিছিল বেনেকৈ পতিপ্রাণা জয়মতী কুঁৱৰীক ধৰাই আনি নানান তৰহৰ অমানুষিক অত্যাচাৰ কৰাই মাৰিলে সেইবিলাক এই কাব্যখনিত বর্ণনা কৰিবলৈ চেষ্টা পোৱা হৈছে।

হৰকান্ত বৰুৱাৰ বুৰঞ্জীৰ মতবাদৰ লগত বৰবৰুৱাৰ কাহিনীৰ পার্থক্য মন কৰিব লগীয়া। হৰকান্ত বৰুৱাৰ মতে গদাপাণি পলাই সৰা অৱস্থাত ৰাজকোঁৱৰহে ৰজা নহয়। তদুপৰি জয়মতীৰ অত্যাচাৰৰ বাবে ৰজা বা কোনো ৰাজমন্ত্রী আদি জগৰীয়া নহয়। জয়মতীৰ অত্যাচাৰ চাউদাঙহঁতৰ নিজা কার্য্য কলাপ। বৰুৱাই চাউদাঙহঁতৰ নাম আদি উল্লেখ কৰা নাই। অৰণ্যত পলাই থকা অৱস্থাত চাউদাঙহঁতৰ চিঞৰ বাখৰ প্রথমে জয়মতীৰ কাণত পৰে আৰু তেওঁ গদাপাণিক ছদ্মবেশেৰে পণ কুটীৰ এৰি পলাই যাবলৈ খাটনি ধৰে। কিন্তু বৰবৰুৱাৰ কাব্যত কোৱা হৈছে— পলাই সৰা অৱস্থাত গদাপাণি আহোম ৰাজ্যৰ ৰজা। অৰণ্যত বাস কৰা গদাপাণি আৰু জয়মতী সাধাৰণ নৰ-নাৰী নহয় তেওঁলোক এখন দেশৰ ৰজা ৰাণী। আনহাতে লৰা ৰজাই গদাপাণি আৰু জয়মতীক ধৰাই আনি শাস্তি বিহিবৰ বাবে আঁচনি কৰিছে আৰু চাউদাঙহঁতক তেনে কার্য্যৰ বাবে নির্দ্দেশ দিছে। চাউদাঙ দুটাৰ নাম কাব্যত মিহি আৰু লঠা বুলি উল্লেখ কৰা হৈছে। গদাপাণিক ধৰি অনা কার্য্যত সফলকাম হলে লৰা ৰজাই বিশেষ পুৰস্কাৰ দিয়া হব বুলিও ঘোষণা কৰিছে। গদাপাণিক ধৰিব নোৱাৰাত ৰাজ আজ্ঞানুসাৰে জয়মতীকে বনৰ পৰা ৰাজসভালৈ ধৰি অনা হৈছে। জয়মতীয়ে গদাপাণিৰ সন্ধেদ দিবলৈ মান্তি নোহোৱাত লৰা ৰজাই মিহিক কঠোৰ শাস্তি বিহি হলেও গদাপাণিৰ বাতৰি উদ্ধাৰ

৮। Ibid PP 194 195

কৰিবলৈ নিৰ্দেশ দিছে। ৰজা ৰজাৰ এই কাৰ্য্যত মন্ত্ৰীবৰ্গৰ সমৰ্থন নাছিল বুলি কাব্যত বৰ্ণোৱা হৈছে। এনে কাৰ্য্যৰ পৰিণাম ৰজাই ভুগিব লাগিব বুলি মন্ত্ৰীবৰ্গই সতৰ্কবাণী শুনাইছে। গতিকে বৰবৰুৱাৰ মতে মন্ত্ৰীসকলৰ ষড়যন্ত্ৰৰ বাবে ৰজা হোৱাৰ মাত্ৰ সাত দিনৰ পাছতে গদাপাণি সিংহাসন এৰি পলাই যাব লগা হলেও লৰা ৰজাই চাউদাঙইতৰ লগত কৰা আঁচনিত মন্ত্ৰীবৰ্গৰ কোনো সমৰ্থন নাছিল।

কাব্যৰ প্ৰস্তাৱনাত কাব্য কাহিনীৰ চমু আভাস দিয়াৰ উপৰিও দ্বিতীয়বাৰ ৰজা হৈ মৃত্যু পৰ্য্যন্ত গদাপাণিয়ে কেনেদৰে ৰাজ্য শাসন কৰিলে তাৰো এটি আভাস দিয়া হৈছে।

## ॥ কাব্যৰ কাহিনী ॥

তিৰোতাৰ আত্মদান কাব্যত বাৰটি সৰ্গ আৰু এটি উপসংহাৰ আছে। করুণ ৰসে প্ৰাধান্য লাভ কৰা কাব্যখনিৰ শোকাবহ পৰিণতিৰ ইঙ্গিত কাব্যৰ আৰম্ভণিতে এনেদৰে দিয়া হৈছে

মৰ আঁউসীৰ নিশা আকাশো ভাৱৰে ভৰা  
এটিও তৰা নাই আজি তৰা আকাশত।  
মহা ঘোৰ অন্ধকাৰ নেদেখি কেনিও কতো  
ওচৰতে থকা বস্তু মহা ঘোৰ এন্ধাৰত॥

প্ৰথম সৰ্গৰ বাগ্দেৱীৰ অৰ্চনাত কবিয়ে বাল্মিকী ব্যাসদেৱ হোমাৰ কালিদাস ডান্টে শেক্সপীয়েৰ ভাৰ্জিল মিল্টন ড্ৰাইদেন শ্বেলী টেনিছন আদি কবিসকলৰ কবিত্ব প্ৰতিভা আৰু অমৰত্বৰ কথা নীৰৱে স্মৰণ কৰিছে আৰু কল্পনা দেৱীৰ অকণি কৃপা প্ৰাৰ্থনা কৰিছে।

দ্বিতীয় সৰ্গত কাব্য কাহিনী আৰম্ভ হৈছে। অটব্য অৰণ্য এখনৰ মাজত এটি পৰ্ণকুটীৰ। এগৰাকী সুন্দৰী তিৰোতাই কিবা দুখত উচুপি আছে। এজন সুঠাম পুৰুষে তিৰোতা গৰাকীৰ ওচৰলৈ আহি শান্তনা দিছে। এওঁলোকেই হল কাব্যৰ নায়ক নায়িকা গদাপাণি আৰু জয়মতী। জয়মতীক সম্বোধন কৰি গদাপাণিয়ে কবলৈ ধৰিলে

হায়! প্ৰিয়ে! তুমি মোৰ হিয়া ফুলনিৰ ফুল  
ঢোপাকলি হয়েনেকি থাকিবা সদায়?  
সুফুলি নাইঁহি প্ৰিয়ে? হায়! অকালত  
ঢোপাকলি লেৰেলি শুকায়॥  
বনৰ গোলাপ প্ৰিয়ে! নিজে ফুলে নিজে সৰে  
আপোন গোন্ধত থাকে নিজে মোহ গই  
নিৰ্জ্জনে বনতে জহে—বনৰ মাজত

সি কাৰণে মমতা নহয়।।
কিন্তু তুমি প্ৰাণেশ্বৰী। মোৰ ফুলনিৰ ফুল
আদৰ সাদৰ কৰি তোলা যতনেৰে
তোমাৰ ই কষ্ট মই কি ৰূপে সহিম?
হায়। প্ৰিয়ে। হৃদয় বিদৰে।। (দ্বিতীয় সৰ্গ)

গদাপাণিয়ে প্ৰিয়তমা পত্নী জয়মতীক অৰণ্যৰ দুখ কষ্ট সহ্য কৰি নাথাকি ঘৰলৈ উলটি যাবলৈ বুজনি দিছে। জয়মতী কিন্তু পত্নীৰ ধৰ্ম কৰ্মৰ প্ৰতি অতি সচেতন আৰু তাৰে এটি ব্যাখ্যা স্বামীৰ আগত দাঙি ধৰিছে

তুমি মোৰ দুখুনীৰ একেটি ৰতন
তুমি মোৰ প্ৰাণপতি তুমি মোৰ ধ্যান
তুমি মোৰ জীৱৰ জীৱন॥
প্ৰাণ এৰি হায়! নাথ! থাকেনো ঘৰত কোনে?
যি থাকে থাকোক কিন্তু নাথাকে কদাপি
প্ৰাণ এৰি জয়মতী যদি প্ৰাণ যায়
পতি সঙ্গ নেৰিব তথাপি॥ (দ্বিতীয় সৰ্গ)

অতএব অৰণ্যৰ পৰ্ণ কুটীৰত গদাপাণি আৰু জয়মতীয়ে সংগোপনে কৃচ্ছ্ৰ জীৱন যাপন কৰিবলৈ ধৰিলে। কাষৰে পাজৰে থকা গাওঁভূঁইৰ পৰা গদাপাণিয়ে চাউল পাত খুজি মাগি আনে আৰু জয়মতীয়ে তাকে ৰান্ধি বাঢ়ি স্বামীৰ আগত দিয়ে। তাকে খাই অৰণ্যৰ দুখ কষ্টৰ মাজতো হুটিয়ে সিটিৰ মুখলৈ চাই আনন্দ লাভ।

তৃতীয় সৰ্গত কবিয়ে প্ৰভাতী বিষয় আৰু কাল চক্ৰৰ ওপৰত মনোৰম গীতি কবিতাৰ সৃষ্টি কৰিছে।

চতুৰ্থ সৰ্গত বৰ্ণিত হৈছে লৰা ৰজাৰ ৰাজ চৰাৰ দৃশ্য। তিনিমাহ অতিবাহিত হ'ল—অথচ গদাপাণিক আটক কৰিব পৰা নহ'ল এই কথাত ৰজা বিস্মিত হৈছে। মিহি নামৰ চাউদাঙ্গটোৱে ৰজাক জানিবলৈ দিয়ে যে গদাপাণি আৰু জয়মতী কোনো এখন অৰণ্যত পলাই আছে—এই গোপন সংবাদ তেওঁ সংগ্ৰহ কৰিছে। মিহিয়ে ৰজাক এই আশ্বাসো দিয়ে যে অতি শীঘ্ৰেই তেওঁলোকক ধৰি আনি উপযুক্ত শাস্তি বিহিবলৈ তেওঁ সক্ষম হ'ব। মিহিয়ে এনে দুঃসাহসিক সংকল্পত সফলকাম হ'লে ৰজাই বিশেষভাৱে পুৰস্কাৰ দিয়াৰ আশ্বাস দিলে। ৰজাৰ এই সিদ্ধান্তত মন্ত্ৰীবৰ্গই আশ্চৰ্য্য প্ৰকাশ কৰিলে কিয়নো নিৰপৰাধী গদাপাণিক ধৰাই আনি শাস্তি বিহাৰ কোনো যুক্তি নাই। মন্ত্ৰীবৰ্গৰ আপত্তি

সত্বেও নিজ সিদ্ধান্তত ৰজা অচল অটল হৈ ৰল। ৰাজশাসন নিষ্কণ্টক হোৱাৰ পথত প্ৰধান অন্তৰায় গদাপাণিক নিশেষ কৰিব লাগিব। মন্ত্ৰীবৰ্গই ৰজাক অবিবেচক কাৰ্য্যৰ ফল অচিৰে ভুগিব বুলি সতৰ্ক কৰি দিলে

কুলক্ষ্য। ললে লগ নধৰিবা দোষ
মহাৰাজ। ধৰ্ম্ম কথা নোৱাৰি নকই
নসহে ঈশ্বৰে এনে কূট অত্যাচাৰ
অদোষত ৰজা। তুমি জানিবা নিশ্চয়॥ (চতুৰ্থ সৰ্গ)

পঞ্চম সৰ্গত এটি নিজম নিশাৰ দৃশ্য। অৰণ্যৰ বুকুত গদাপাণি আৰু জয়মতী গভীৰ নিদ্ৰাত। নিচেই কাষতে কাৰোবাৰ মাত-কথা শুনি গদাপাণি চমকিত হৈ সাৰ পাই উঠিল আৰু আসন্ন বিপদৰ কথা পত্নীক জনালে। জয়মতীয়ে গদাপাণিক অকণো পলম নকৰি নগা পৰ্ব্বতলৈ গৈ সৰল নগা মানুহৰ মাজত আত্মগোপন কৰি থাকিবলৈ খাটনি ধৰিলে। প্ৰথমতে গদাপাণিয়ে পত্নীক তেনেদৰে অৰণ্যৰ মাজত নিসহায় অৱস্থাত এৰি যাবলৈ অনিচ্ছুক হোৱাত জয়মতীয়ে বীৰাঙ্গনাৰ সুৰেৰে কবলৈ ধৰিলে

ৰাখাঁ প্ৰাণ আপোনাৰ থাকিলে জীয়াই
বেটীৰ নিচিনা বেটী পাবা লক্ষজনী॥
বেলি তুমি উঠি অহা তুখুঙ্গীয়া ফহদৰ
(ইন্দ্ৰবংশী ৰাজবংশ) জাতিৰ গৌৰৱ
তোমাৰ মৃত্যুত নাথ! হানি আহোমৰ
(আহোম ৰাজ্যৰ) কোনে দমাব বিপ্লৱ?
পলোৱা! পলোৱা! নাথ। অকালত হায়। তুমি
জীৱাৰ ৰঙ্গা বেলি নিনিয়াবা মাৰ।
গোলাপ গছৰ হায়! গোলাপ কলিটি
নউ ফুলোতেই ঠাৰি নিচিঙ্গিবা তাৰ॥ (পঞ্চম সৰ্গ)

জয়মতীৰ মহান ইচ্ছাক বাধা দিব নোৱাৰি গদাপাণি নগা পাহাৰলৈ পলাই গ'ল।

ষষ্ঠ সৰ্গত মিহি চাউদাঙ্গ আৰু অন্য কটোৱালৰ কাৰ্য্যকলাপ বৰ্ণিত হৈছে। মিহিয়ে জয়মতীক হাতত ধৰি আটক কৰিছে আৰু গদাপাণি ক'লৈ গ'ল তাৰ বাতৰি সুধিছে। মিহিৰ কবলত পৰি জয়মতীয়ে তেওঁৰ জীৱনৰ করুণ ইতিহাস বৰ্ণাই চকুলো টুকিবলৈ ধৰিলে। কিন্তু জয়মতীৰ বিননিত মিহিৰ পাষাণ হৃদয় নগলিল। মিহিৰ কবলত পৰা জয়মতীৰ অৱস্থা ৰাৱণৰ কবলত পৰা সীতা আৰু দুঃশাসনৰ কবলত পৰা দ্ৰৌপদীৰ অৱস্থাৰ সদৃশ। জয়মতীৰ নাৰী হৃদয়ৰ আৰ্ত্তনাদ কাব্যত হৃদয়গ্ৰাহীকৈ বৰ্ণোৱা হৈছে

ৰজাৰ তিৰোতা হ'লো কুঁৱৰীৰ নাম ল'লো
ৰাজভোগ কিন্তু হায় ! নহ'ল ভাগ্যত
তথাপি নকৰি দুখ দুৰি কপালক
স্বামীয়ে সহতে আছি সোমালো বনত ॥
কিন্তু হায় ! অভাগীৰ ( অদৃষ্ট দোষতে জানো )
পতি সঙ্গ-সুখ তাকো নাপালো নহ'ল !
পলাই লুকালে নাথে এৰি দুৰ্ভাগীক
দময়ন্তী এৰি যেনে সত্যযুগে নল ॥
কাৰউ কৰিছোঁ মিছি এৰি দেই অভাগীক
জুৰিছে ইমানে আৰু দুখ কিয় দিয় ?
কাৰো নোহো অপকাৰী অবলা তিৰোতা
ধৰি বান্ধি আজি মোক কি কাৰণে নিয় ? ( ষষ্ঠ সৰ্গ )

মিছিয়ে জয়মতীক লৰা ৰজাৰ আগত হাজিৰ কৰিলে। ৰজাৰ আগত জয়মতী বীৰাঙ্গনাৰূপে থিয় হ'ল।

সপ্তম সৰ্গত লৰা ৰজা আৰু জয়মতীৰ কথোপকথন বৰ্ণোৱা হৈছে। জয়মতীৰ বক্তব্যত তেওঁৰ বীৰত্ব সতীত্ব আৰু দৃঢ় সংকল্প প্ৰকাশ পাইছে। ৰজাই দেখুৱা সমস্ত ভয় ভাবুকিৰ সন্মুখত জয়মতী অচল অটল শিলাখণ্ডৰ দৰে থিয় দি থাকিল আৰু তেওঁৰ কৰ্ত্তব্যৰ কথা ৰজাৰ আগত ব্যক্ত কৰিলে

জানে ভালকই ৰাণী তিৰোতাৰ ধন
নোহে ধন অলঙ্কাৰ সুৱৰ্ণ ৰতন
নোহে ধন মণি কেৰু বাখৰুৱা খাৰু
সোৱামীত বাজে ধন কতো নাই আৰু ॥
জানে ৰাণী ভালকই স্বামী হেমতাৰ
হেৰালে নাপায় আৰু ঘূৰি জীৱনত
তেনুৱা ধনক নেকি দিবহি চোৰক
থাকোতে পৰাণ বায়ু দেহাৰ মাজত ?
প্ৰাণ যাব কুঁৱৰীৰ তথাপিতো তেওঁ
আদৰৰ হেমহাৰ নিদিয়ে চোৰক

পৰাণ থাকোঁতে ৰাণী কেতিয়াও তেওঁ
নিদিয়ে আপোন ধন হৰিব আনক॥ (সপ্তম সগ)

জয়মতীৰ এনে দৃঢ়তাত ৰজা খণ্ডত অধীৰ হ'ল। জয়মতীক নৰক যন্ত্ৰণাৰ মাজলৈ ঠেলি দি হলেও গদাপাণিৰ বাতৰি উলিয়াবলৈ তেওঁ দৃঢ় প্ৰতিজ্ঞ হ'ল। জয়মতীয়ে গদাৰ বাতৰি নিদিলেও ৰজা নিচেষ্ট নহয়। ৰাজ্যৰ চুকে কোণে প্ৰতি গাওঁৰ প্ৰতি ঘৰ মানুহ চলাঠ কৰি গদাপাণিৰ বাতৰি লব আৰু গদাপাণিক ধৰাই আনিব

নকৰ গদাৰ কথা পাৰিবি কি তই
ৰাখিব গদাৰ প্ৰাণ নকই নেমেলি?
পাৰিবি তেতিয়া তই ৰাখিব গদাক
যেতিয়া পশ্চিম ফালে ওলাবহি বেলি। (সপ্তম সৰ্গ)

ল'ৰা ৰজাই জয়মতীক জনালে—ৰাজ আজ্ঞা অমান্য কৰাৰ অপৰাধত আঁঠুৰ ঘিলা কঢ়া চকু কঢ়া আদি চৰম শাস্তি জয়মতীয়ে ভুগিব লাগিব। ল'ৰা ৰজাৰ কোনো ভাবুকিয়ে জয়মতীক টলাব নোৱাৰিলে। বীৰাঙ্গনা জয়মতীয়ে ৰজাক নিৰ্ভীক প্ৰত্যুত্তৰ দিলে

কিয় ৰজা! ভয়
দেখুৱা মিছাতে তুমি! প্ৰিয়সী গদাৰ
তেওঁৱা শাস্তিৰ ভয় নকৰে নিশ্চয়॥
চকু কাঢ়া ঘিলা কাঢ়া দিয়া মোক জেৰেঙাত
যি যি শাস্তি আছে মানে দিয়ে থাকা মোক।
তথাপি নকওঁ মই কথা সোৱামীৰ
নলওঁ নালাগে মোক স্বৰ্গ সুখ ভোগ॥
নউ দেখোঁতেই যেন স্বামীৰ দুৰ্গতি মই
সোৱামীৰ ভাল দেখি যক মোৰ প্ৰাণ
মইতো ৰজাৰ ৰাণী স্বামীৰ তিৰোতা
নকওঁ স্বামীৰ কথা থাকোতে পৰাণ॥ (সপ্তম সৰ্গ)

অষ্টম সৰ্গত অঙ্কিত হৈছে টাবলুঙ্গ পাহাৰৰ প্ৰাকৃতিক দৃশ্য। প্ৰাকৃতিক সৌন্দৰ্য্যই গদাপাণিক সুখী কৰিব পৰা নাই। গছ-লতাই যেতিয়া আনন্দত নাচে গদাপাণিৰ হিয়া পত্নীৰ চিন্তাত হাঁহাকাৰ কৰি উঠে। পত্নী-পুত্ৰৰ পৰা আঁতৰি বিৰহ বেদনাত দিন কটাব লগা হোৱা বাবে তেওঁ বিধাতাকে জগৰীয়া কৰে

চাৰিওটি ঠাই ঠাই কৰিলি বিধাতা !
নিষ্ঠুৰ নিচিনা তোৰ নাই ত্ৰিলোকত ॥
লৰা দুটি লই দুটি মাহকী বাপেকী আমি
একেলগে কত সুখে কৰিছিলো বাস !
তই কিন্তু চাৰিওটি কৰি থান বান
ভাঙ্গিলি সুখৰ ঘৰ। কৰিলি নিৰাশ। (অষ্টম সৰ্গ)

টাবলুঙত গদাপাণি মুঠেই বিপদমুক্ত নাছিল। মিহি আৰু লঠাই পোন্ধৰ যোল্লটামান কটোৱালেৰে সৈতে হঠাতে গদাপাণিক আক্ৰমণ কৰিলে। চকুৰ পচাৰতে গদাপাণিয়ে এটা কটোৱালৰ হাতৰ পৰা তৰোৱাল এখন কাঢ়ি আনিলে আৰু একে ঘাপে লঠাক দুডোখৰ কৰিলে। গদাপাণিৰ বীৰত্বৰ সমূখত মিহি টিকিব নোৱাৰি অন্য কটোৱালৰ সৈতে প্ৰাণ লৈ পলাল। টাবলুঙ নিৰাপদ যেন নেদেখি গদাপাণি নামচাঙৰ ফালে গ'ল। বিধাতাৰ ইচ্ছানুসৰি গদাপাণিৰ ভাগ্য চক্ৰ ঘূৰিবলৈ ধৰিলে

কি খণ্ডাব পাৰে গদাপাণি। বিধাতাৰ ইচ্ছা
নোৱাৰিলে যাক হ'য। দ্বাপৰ যুগত
পাণ্ডু পুত্ৰ পঞ্চ ভাই দেৱ অৱতাৰ
আপুনি শ্ৰীকৃষ্ণ যাৰ সহায লগত ?
ত্ৰেতা যুগে ৰামচন্দ্ৰ নিজে বিষ্ণু অৱতাৰ
নোৱাৰিলে বাধা দিব বিধিৰ ইচ্ছাত।
হৰিলে ৰাৱণে সীতা পৰাণৰ প্ৰাণ
নানা কষ্ট নানা দুখ ভুগিলে লঙ্কাত ॥
কোন কুটা গদাপাণি কি কৰি খণ্ডাব হায়
বিধাতাৰ ইচ্ছা আজি ? (অষ্টম সৰ্গ)

নৰক যন্ত্ৰণাৰ মাজত প্ৰিয়তমা পত্নীৰ মৃত্যু ঘটিলে গদাপাণিৰ জীৱনৰে বা কি অৰ্থ থাকিব ? সেয়ে তেওঁ শত্ৰুৰ হাতত আত্মসমৰ্পণ কৰি পত্নীৰ জীৱন ৰক্ষা কৰিবলৈ সংকল্প কৰিলে।

নৱম সৰ্গত বৰ্ণিত হৈছে— গদাপাণিৰ পত্নীৰ জীৱন ৰক্ষাৰ বাবে কৰা এটি আন্তৰিক প্ৰচেষ্টা। জোপোহাৰ আঁৰ লৈ গদাপাণিয়ে জয়মতীৰ ওপৰত চলোৱা অমানুষিক অত্যাচাৰ নিৰীক্ষণ কৰিবলৈ ধৰিলে। গভীৰ নিশা—অত্যাচাৰী কটোৱাল কেইটা টোপনিত পৰিল। জোপোহাৰ মাজৰ পৰা ওলাই গদাপাণি মৃত্যুৰ ক্ষণ গণি থকা জয়মতীৰ কাষ চাপিল। তেওঁ পত্নীৰ নিৰ্য্যাতিত মুখত অকণমান পানী দিলে।

লগে লগে জয়মতীয়ে সংজ্ঞা ঘূৰাই পালে। আত্মদানৰ চৰম ক্ষণত স্বামীৰ চৰণ স্পৰ্শ কৰি তেওঁ পৰম শান্তি লাভ কৰিলে। কিন্তু স্বামীৰ আত্মসমৰ্পণৰ প্ৰস্তাৱ তেওঁ কোনোপধ্যে মানি লব নোৱাৰিলে। দেশৰ মঙ্গল হেতু স্বামীৰ জীৱন ৰক্ষা কৰিবলৈ কৰা পৱিত্ৰ সংকল্পৰ কথা জয়মতীয়ে দোহাৰিলে আৰু পুনৰ নগা পাহাৰলৈ ঘূৰি গৈ আত্মৰক্ষা কৰিবলৈ গদাপাণিক মিনতি জনালে

সকলো স্ত্ৰীৰ অৰ্থে তিৰী জনমত
তিৰীৰ নিজস্ব বুলি একো নাই স্ত্ৰীৰ
তিৰোতাৰ ৰূপ গুণ সৌন্দৰ্য্য অমিয়া
সকলো স্বামীৰ অৰ্থে সকলো স্বামীৰ ॥

তিৰোতাৰ ধৰ্ম স্বামী—স্বামী ধৰ্ম স্ত্ৰীৰ
ভক্তি মুক্তি তিৰোতাৰ সকলোটি পতি
মহাপীঠ মহাতীৰ্থ স্বামী তিৰোতাৰ
ধৰ্ম অৰ্থ কাম মোক্ষ অন্তিমৰ গতি ॥
পতিব্ৰত পতিসেৱা ধৰ্ম তিৰোতাৰ—
তোমাৰ কুঁৱৰী সেই ধনে ধনৱতী
সি ধনৰ পৰা মোক নকৰা বঞ্চিত
ধৰিছো পাৱত নাথ। কৰিছো মিনতি ॥ (নৱম সৰ্গ)

জয়মতীৰ নিৰ্য্যাতন সহ্য কৰিব নোৱাৰি দ্বিতীয়বাৰ গদাপাণি নগাবেশে পত্নীৰ ওচৰলৈ আহিল আৰু তেওঁৰ স্বামীৰ কথা ৰজাক কৈ দিবলৈ বুজনি দিলে। কিন্তু জয়মতী নিজ উদ্দেশ্যত অচল অটল হৈ থাকিল। তৃতীয়বাৰ গদাপাণি জয়মতীৰ কাষলৈ আহিল আৰু একে বুজনিকে দিলে। জয়মতীৰ মনৰ কোনো পৰিবৰ্ত্তন সাধন কৰিব নোৱাৰি ব্যৰ্থ মনোৰথ হৈ গদাপাণি পুনৰ নগা পাহাৰৰ ফালে গুচি গল। জয়মতীৰ ওপৰত অমানুষিক অত্যাচাৰ দিনে নিশাই চলি থাকিল। অৱশেষত পৃথিৱীত আত্মদানৰ জলন্ত নিদৰ্শন ৰাখি জয়মতীয়ে চিৰদিনৰ বাবে চকু মুদিলে।

জয়মতীৰ আত্মদান পৃথিৱীৰ সমগ্ৰ তিৰোতা সমাজৰ বাবে এটি চিৰকলীয়া আদৰ্শ হৈ ৰল। কবিয়ে এই আত্মদানৰ গৌৰৱ কাব্যত উজ্জ্বল ৰঙেৰে অঙ্কিত কৰিছে

তুমি—
দেখুৱালা জগতৰ তিৰোতা জাতিক
পতিপৰায়ণতাৰ চৰিত্ৰ মহত্ব

কি এক অপূৰ্ব্ব ভাব সতী হৃদয়ৰ
পতি প্ৰেম। কি মাধুৰ্য্য অতুল মৰ্ত্ত্যত॥
পবিত্ৰ কৰিলা তুমি মৰ্ত্ত্যভূমি সতী!
পতিৰ মঙ্গল অৰ্থে কৰি আত্মদান।
জন্মভূমি তব দেৱী! হ'ব গৌৰৱিত
যাবচ্চন্দ্ৰ দিবাকৰ গাই তব গান॥
শিক্ষা দিলা জগতক—
সতী তিৰোতাৰ প্ৰেম শান্তি নিকেতন
শোকে তাপে ভৰা এই সংসাৰ মাজত
নথকাহেঁতেন দেৱী! সি পবিত্ৰ প্ৰেম
হ'ল হই মৰিশালি গোটেই জগত (নৱম সৰ্গ)

দশম সৰ্গত গদাপাণিয়ে সপোনত কেনেকৈ পত্নী বিয়োগৰ বাতৰি পাইছে—তাৰে এটি হৃদয়গ্ৰাহী বিৱৰণ আছে। গদাপাণিয়ে সপোনত দেখিলে— সৰগৰ পৰা এখন ৰথ নামি আহিছে। বসুমতীমাতৃ লক্ষ্মীয়ে জয়মতীক সেই ৰথত উঠিবলৈ নিৰ্দ্দেশ দিছে। সুন্দৰী কন্যাবেশে জয়মতীয়ে সেই ৰথত উঠিবলৈ আগুৱাই যোৱা দেখি গদাপাণিয়ে তেওঁকো লগত লৈ যাবৰ বাবে জয়মতীক খাটিছে। চকুৰ পচাৰতে দেৱদূতে ৰথ চলাই দিলে আৰু জয়মতী ৰথৰ পৰা নামিব নোৱাৰা হ'ল। দেৱদূতে বিস্মিত গদাপাণিক জনালে—চকুলো আৰু নৰক যন্ত্ৰণাৰ পৃথিবী এৰি অনন্ত শান্তিৰ বাবে জয়মতী সৰগলৈ গমন কৰিছে। সৰগত তেওঁ সতী সাধ্বী—সীতা সাবিত্ৰী শৈব্যা দময়ন্তীৰ কাষতে আসন লবগৈ। —এনে তাৎপৰ্য্যপূৰ্ণ সপোন দেখি গদাপাণি চকমক খাই সাৰ পালে আৰু নামচাঙ এৰি জেৰেঙালৈ খাপলি মেলিলে।

একাদশ সৰ্গত করুণ ৰসৰ অপূৰ্ব্ব সমাবেশ ঘটিছে। জেৰেঙাৰ শাস্তি দিয়া ঠাইত উপস্থিত হৈ গদাপাণিয়ে দেখিলে জয়মতীৰ মৃতদেহ তেজেৰে লুতুৰি পুতুৰি হৈ পৰি আছে। প্ৰাণহীন জয়মতীক সাৱটি লৈ গদাপাণিয়ে উচুপিবলৈ ধৰিলে। আলফুলকৈ মৰম কৰি বাৰে বাৰে সম্বোধন কৰি প্ৰিয়তমা পত্নীৰ এবাৰি মাত পাবলৈ তেওঁ চেষ্টা কৰিলে। এনে দারুণ আঘাতত গদাপাণি মূৰ্চ্ছিত হ'ল। সেই মুহূৰ্ত্ততে গদাপাণিক শান্তনা দিবলৈ বনদেবীৰ আবিৰ্ভাব হ'ল। গদাপাণিৰ অন্তৰাত্মাৰ প্ৰতীক বনদেবীয়ে জনালে—জয়মতীয়ে আত্মদানেৰে অমৰত্ব আৰ্জ্জন কৰি সৰগলৈ গমন কৰিছে। গদাপাণিয়ে বেজাৰ কৰিবৰ সকাম নাই। তেওঁ পুনৰ আহোমৰ সিংহাসনত উঠিব আৰু দেশৰ ভাগ্যলক্ষ্মী তেওঁৰ দ্বাৰা পৰিচালিত হ'ব। এই শান্তনা তথা ভৱিষ্যৎ বাণী শুনাই বনদেবী অন্তৰ্দ্ধান হ'ল।

দ্বাদশ আৰু শেষ সৰ্গত জয়মতীৰ সমাধিৰ দৃশ্য অঙ্কিত হৈছে। জয়মতীৰ

মৃতদেহ কান্ধত লৈ গদাপাণি শ্মশানৰ ফালে যাত্ৰা কৰিছে। এই সৰ্গত কবিয়ে শ্মশানভূমিৰ মাহাত্ম্য কীৰ্ত্তন কৰিছে। সংসাৰ অনিত্য। জীৱন দুখ তাপ ক্লেশৰ আধাৰ। সেয়ে মহাযোগীয়ে সংসাৰৰ সকলো মোহ মদিৰা ত্যাগ কৰি শ্মশানভূমিত পৰম শান্তি লাভ কৰে। এই সৰ্গটি কবিৰ ব্যক্তিগত জীৱনৰ বিয়োগ বেদনাৰে ভাৰাক্ৰান্ত হৈ আছে। গদাপাণিয়ে জয়মতীক কুঁৱৰীৰ মৰ্য্যদা সহকাৰে সমাধিস্থ কৰিব নোৱাৰি আক্ষেপ কৰি কৰা উক্তি অতি মৰ্ম্মস্পৰ্শী

প্ৰিয়তমা! লিখা আছে ভাগ্যত তোমাৰ
থাকা কঙ্গালিনীৰ দৰে শ্মশান মাজত
আহোমৰ ৰাজলক্ষ্মী নাই আড়ম্বৰ
তোমাৰ লগত আজি এই শ্মশানত॥
ঢুলীয়া গায়ন নাই তোমাৰ লগত
নাই দবা কালি পেপা নাই কাহ হায়!
নাই আজি সিংহাসন নাই তুলী পাটী!
কি কৰিবা? অদৃষ্টত লিখা প্ৰিয়ে! নাই॥
উস!

আদৰ্শ সতীটি তুমি আহোম কুলৰ
আহোম বংশৰ তুমি উজ্জ্বল ৰতন!
দীন দৰিদ্ৰৰ দৰে থাকিবা হয়াত
অকলে অকলে প্ৰিয়ে! হই অচেতন?
হায়?
কত বেটী কত বন্দী আহিলেহেঁতেন
তোমাৰ দেহাটি লই কেকোৰা দোলাত
কত সমাৰোহে কৰি কত আড়ম্বৰ
তোমাক সঁপিলে হয় শ্মশান কোলাত॥
উৰিয়াম কাঠেৰে সজা সুন্দৰ পেৰাটি
কোলাত তোমাক লই পালে হয় শোভা
ধাৰে ধাৰে কত ফুল দিলে হয় তাত
জুতি মালতীৰ চাকি এৱা সূতা গঁথা॥
বন্ধালোহেঁতেন মই ওখ মৈদাম
জিলিকি থাকিলে হয় অসমভূমিত
দিলে হয় পৰিচয় দিগ দিগন্তত
তোমাৰ কীৰ্ত্তিৰ প্ৰিয়ে! হই গৌৰবিত। (দ্বাদশ সৰ্গ)

জয়মতীক সমাধিস্থ কৰাৰ লগে লগে কাব্য কাহিনীৰ সামৰণি পৰিছে।
উপসংহাৰত কবিয়ে গদাপাণিৰ পিছৰ জীৱনৰ এটি চমু আভাস দাঙি ধৰিছে। জয়মতীৰ মৃত্যুৰ পাছত গদাপাণি পুনৰ আহোম ৰাজ্যৰ ৰজা হ'ল আৰু ১৬৯৬ খ্রীষ্টাব্দত তেওঁৰ মৃত্যু পৰ্য্যন্ত পোন্ধৰ বছৰ কাল ৰাজ্য শাসন চলালে। গদাপাণিৰ মৃত্যুৰ পাছত তেওঁৰ বৰ পুত্ৰ লাইয়ে ৰুদ্ৰসিংহ নাম লৈ সিংহাসনত উঠিল। ৰুদ্ৰসিংহই মাতৃৰ সতীত্ব আৰু আত্মদানৰ আদৰ্শ যাউতিযুগীয়া কৰিবৰ কাৰণে জয়মতীক শাস্তি দিয়া ঠাইতে জয়সাগৰ নামে এটি পুখুৰী খনালে আৰু জয়দ'ল নামে এটি মঠ সজালে। কাব্যৰ সামৰণিত কবিয়ে গাইছে

কলি যুগ নাহি বৰ—দেৱ আশীৰ্ব্বাদ
কীৰ্ত্তি যস্য স জীৱতি মাথোঁ জগতত॥
বহুকাল হ'ল আজি এৰিছে কুঁৱৰী
জয়মতী (কুল লক্ষ্মী আহোম কুলৰ)
হ মৰত ভূমি ভূমি যোৱা দেখা গই
মূৰ্ত্তিমতী জয়মতী জয়সাগৰত॥

## ॥ পৰ্য্যালোচনা ॥

অসম বুৰঞ্জীত জয়মতী কাহিনীৰ ভিন্ন ৰূপৰ কথা আমাৰ আগৰ আলোচনাত উল্লেখ কৰিছো। ৰত্নেশ্বৰ মহন্তৰ বুৰঞ্জীৰ কাহিনীৰ সলনি বৰবৰুৱাই হৰকান্ত বৰুৱাৰ বুৰঞ্জীৰ কাহিনীহে তিতোতাৰ আত্মদান কাব্যৰ বাবে নিৰ্ব্বাচন কৰিছিল। এনে নিৰ্ব্বাচনৰ মূলত বুৰঞ্জীৰ সত্যাসত্যতকৈও বৰবৰুৱাৰ কাব্যিক লক্ষ্যহে বেছি প্ৰবল আছিল। কমতাপুৰ ধ্বংস কাব্যৰ আলোচনাত আমি দেখিছো—বুৰঞ্জীৰ বিষয় এটা কল্পনাৰ ৰহণ চৰাই বৰবৰুৱাই কেনেদৰে কাব্যোপযোগী কৰি তুলিছে। সেইদৰে জয়মতী কাহিনীৰ এনে এটি ৰূপ বৰবৰুৱাই নিৰ্ব্বাচন কৰিছে যত সাহিত্যিক মহাকাব্যৰ গাম্ভীৰ্য্য আৰু উদ্দেশ্য ৰক্ষা পৰে। মহন্তৰ বুৰঞ্জীৰ মতে গদাপাণি নিজ ঘৰৰ পৰা নগা পাহাৰলৈ পলাই গৈছে। আৰু তেওঁৰ ঘৰৰ পৰাই জয়মতীক লৰা ৰজাৰ ৰাজ সভালৈ ধৰাই অনা হৈছে। ৰাজ আজ্ঞা অমান্য কৰাৰ অপৰাধত ৰাজচৰাৰ পৰা পোনে পোনেই জয়মতীক জেৰেঙ্গালৈ শাস্তি বিহিবৰ বাবে লৈ যোৱা হৈছে। এই গদাপাণি আৰু জয়মতী কোঁৱৰ কুঁৱৰীহে ৰজা ৰাণী নহয়। এনে সৰল ৰেখা সদৃশ কাহিনী কাব্যৰ গভীৰ মানৱতাবোধৰ উপযোগী নহয়। বিশেষত সাধাৰণ মানৱ মানৱীক কাব্যৰ নায়ক নায়িকা হিচাপে লোৱা নহয়। আনহাতে হৰকান্ত বৰুৱাৰ বুৰঞ্জীৰ কাহিনী কাব্যোপযোগী। ইয়াত গদাপাণি আৰু জয়মতী আত্মৰক্ষাৰ বাবে পলাই গৈছে। অৰণ্যৰ পৰ্ণকুটীৰত নানা দুখ কষ্টৰ মাজেৰে তেওঁলোকে দিন অতিবাহিত কৰিছে।

হৰকান্ত বৰুৱাৰ কাহিনীৰ লগত কিছু কথা যোগ বিয়োগ কৰি বৰবৰুৱাই কাহিনীটি কাব্যত সজাইছে। বৰবৰুৱাৰ গদাপাণি আৰু জয়মতী সাধাৰণ নৰ নাৰী নহয় তেওঁলোক আহোম ৰাজ্যৰ ৰজা ৰাণী। মন্ত্ৰীবৰ্গৰ ষড়যন্ত্ৰত অৰণ্যলৈ পলাই যোৱা গদাপাণি আৰু জয়মতীয়ে কেৱল এখন মৰমৰ সংসাৰকে এৰি অহা নাই তেওঁলোকে এৰি আহিছে ৰাজ সিংহাসন আৰু ৰাজ সম্ভোগ। ষড়যন্ত্ৰ হাতসাৰিবৰ বাবে বনলৈ পলাই যাব লগা হোৱা গদাপাণিৰ সকলো দুখ কষ্টৰ সমভাগিনী হৈ জয়মতীও বনলৈ গল। গদাপাণি জয়মতীৰ আদৰ্শ আৰু মানৱতাবোধ কবিয়ে মহাকাব্যৰ অন্যান্য নায়ক নায়িকা—যেনে ৰাম সীতা পাণ্ডৱ দ্ৰৌপদী নল দময়ন্তী সত্যবান সাবিত্ৰীৰ—আদৰ্শ আৰু মানৱতাবোধৰ সমপৰ্যায়লৈ তুলিবলৈ যত্নপৰ হৈছে।

ৰাজ সিংহাসন ত্যাগ কৰি ৰাজ কাৰেঙৰ কলুষিত পৰিবেশৰ পৰা বহু আঁতৰ হৈ অৰণ্যৰ মাজত ত্যাগ আৰু বৈৰাগ্যৰ জীৱন যাপন কৰি—তাৰ মাজেদি প্ৰকৃত জীৱনবোধ আৰু জীৱন দৰ্শন লাভ কৰাই হ'ল ভাৰতীয় মহাকাব্যৰ নায়ক নায়িকাৰ চৰম লক্ষ্য। অথচ এই নায়ক নায়িকাবোৰৰ ভাগ্যৰ লগত ৰাজ্যৰ প্ৰজাসাধাৰণৰ ভাগ্যও ওতপ্ৰোতভাৱে জড়িত হৈ আছে।

তিৰোতাৰ আত্মদান কাব্যৰ নায়ক নায়িকাও ভাৰতীয় মহাকাব্যৰ এই আদৰ্শ আৰু মানৱতাবোধৰ প্ৰতীক। আনহাতে ভাৰতীয় মহাকাব্যত দৈৱৰ লিখনৰ প্ৰাধান্য সুস্পষ্ট। দৈৱ লিখনৰ ফলতে নায়ক নায়িকাই নিৰ্য্যাতন ভোগ কৰিব লগা হয় আৰু এই নিৰ্য্যাতনৰ অন্তত ঈশ্বৰ বা দৈৱৰ কৃপাতে তেওঁলোকে ৰাজ্য ধন ঘুৰাই পায় আৰু পৰম শান্তি লাভ কৰে। তদুপৰি মহাকাব্যত শত্ৰুৰ বিনাশ অসত্যৰ বিলুপ্তি সাধনৰ যোগেদি সত্যৰ জয় ঘোষণা কৰা হয়। বৰবৰুৱাই তিৰোতাৰ আত্মদান কাব্যত মহাকাব্যৰ এই লক্ষ্য অটুট ৰাখিবলৈ চেষ্টা কৰিছে।

পতিৰ কাৰণে আত্মদান—হিন্দু নাৰীৰ এটি পৱিত্ৰ আদৰ্শ। ভাৰতীয় মহাকাব্যত এই আদৰ্শক সমুজ্জ্বল কৰি তোলা হৈছে। এই আদৰ্শই—সীতাৰ আদৰ্শ দময়ন্তীৰ আদৰ্শ দ্ৰৌপদীৰ আদৰ্শ আৰু সাবিত্ৰীৰ আদৰ্শ। বৰবৰুৱাৰ জয়মতীৰ আদৰ্শও একেটিয়ে। জয়মতীয়ে অৰণ্যত ক্লেশ ভুঞ্জা দেখি গদাপাণিয়ে প্ৰশ্ন কৰিছে

> হায়! মোৰ প্ৰাণেশ্বৰী! প্ৰিয়ে জয়মতী!
> কিয় তুমি আহিছিলা এই ঘোৰ বন?
> কিয় ভোগ কৰা দুৰগতি?
> মই দুৰ্ভগীয়া প্ৰিয়ে! দুখ কষ্ট অৰণ্যৰ
> আছে অদৃষ্টত মোৰ কঙ্গালে সংতে
> অৰণ্যত আহি তুমি হই কঙ্গালিনী
> ভুঞ্জা ক্লেশ কিহৰ নিমিত্তে?' (দ্বিতীয় সৰ্গ)

গদাপাণিৰ এই প্ৰশ্নৰ উত্তৰ দি জয়মতীয়ে হিন্দু নাৰীৰ কৰ্তব্যৰ কথা এনেদৰে ব্যক্ত কৰিছে

অৰণ্যত কিবা দুখ হায়! নাথ! আছে মোৰ?
তুমি য'ত আছা মোৰ আছা স্বৰ্গ সুখ
তুমি তৰু মই লতা দুয়ো একে ঠাই
তাত নাথ! আছে কিবা দুখ?
তুমি দেহা মই ছায়া দেহা য'তে থাকে নাথ!
ছায়াও থাকিব তাতে নতুন নহয়
এই কথা আজি নাথ! কিবা দুখ আছে?
তাতে মোৰ আনন্দ নিশ্চয়॥
নাৰীৰ ভূষণ পতি তুমি মোৰ অলঙ্কাৰ
তুমি আছা বুলি নাথ! আছে সেন্দুৰ
ফোঁট মোৰ কপালত বিধবাৰ ক্লেশ
ভোগ কৰা নাই প্ৰাণেশ্বৰ!
তেজৰা ৰতন তুমি তোমাক তিয়াগি নাথ!
কি ৰূপে ঘৰত থাকোঁ? হায়! কোন নাৰী
স্বামীক তিয়াগি থাকে সুখেৰে ঘৰত? (দ্বিতীয় সৰ্গ)

নাৰীৰ স্বামীৰ প্ৰতি এই কৰ্তব্য—কেৱল হিন্দু নাৰীৰ আদৰ্শই নহয় ই পাশ্চাত্য নাৰীৰো আদৰ্শ। স্বামী স্ত্ৰীৰ মাজৰ পৱিত্ৰ আৰু মধুৰ সম্পৰ্ক সৃষ্টি পাতনিৰে আদৰ্শ। খ্ৰীষ্টিয়ান ধৰ্মগ্ৰন্থ বাইবেলত এই সম্পৰ্কৰ কথা অতি স্পষ্টকৈ কোৱা হৈছে

21 And the Lord God caused a deep sleep
to fall upon Adam and he slept and
he took one of his ribs and closed up
the flesh instead thereof

22 And the rib which the Lord God had
taken from man made he a woman
and brought her unto the man

23 And Adam said this is now bone
of my bones and flesh of my flesh
She shall be called Woman because
she was taken out of Man ১

১ The Bible Genesis Chapter 2

বাইবেলৰ এ নৰ নাৰীৰ সম্পৰ্কৰ ওপৰত ভিত্তি কৰি মিল্টনে তেওঁৰ সাহিত্যিক মহাকাব্য পেৰেডাইজ লষ্টত আদম আৰু হৱৰ চিত্ৰ অতি মনোগ্ৰাহীকৈ অঙ্কিত কৰিছে। এই কাব্যত হৱৰ মুখত এই চিৰন্তন সম্পৰ্ক তাত দিয়া ধৰণে দাঙি ধৰা হৈছে

To whom thus Eve replied O thou for whom
And from whom I was formed flesh of thy flesh
And without whom am to no end my guide
And head ! what thou hast said is just and right
For we to him indeed all praises owe
And daily thanks— I chiefly who enjoy
So far the happier lot enjoying thee
Pre eminent by so much odds while thou
Like consort to thyself nowhere find (১০)

ইলিয়াড ওডিচী ৰামায়ণ আৰু মহাভাৰত আদি মহাকাব্যত নাৰীৰ অপহৰণ আৰু নিৰ্য্যাতন কাব্য কাহিনীৰ ভেটি স্বৰূপ। অপহৃতা নাৰীৰ উদ্ধাৰ আৰু নিৰ্য্যাতিতা নাৰীৰ মুক্তি কাব্য কাহিনীৰ অন্যতম উদ্দেশ্য। এনে কাৰ্য্য সম্পাদনত বহু ৰজা মহাৰজাৰ পতন ঘটিছে ৰাজ্য ৰাজধানী ধ্বংস স্তূপত পৰিণত হৈছে। নিৰ্য্যাতনৰ জুইত নাৰীৰ ৰূপ লাৱণ্য ত্যাগ আদৰ্শ সোণৰ দৰে উজলি উঠিছে। ইলিয়াডৰ নায়িকা হেলেনৰ অপহৰণে ট্ৰয় নগৰ ছাইত পৰিণত কৰিছে। ৰামায়ণৰ নায়িকা সীতাৰ অপহৰণে ৰাৱণৰ সোণৰ লঙ্কা ছাৰখাৰ কৰিছে। মহাভাৰতৰ কুৰুপতি দুৰ্য্যোধনৰ ৰাজসভাত দ্ৰৌপদীৰ বস্ত্ৰহৰণে কৌৰৱৰ আসন্ন ধ্বংসৰ সূচনা কৰিছে। তেনেদৰে তিৰোতাৰ আত্মদান ত জয়মতীৰ নিৰ্য্যাতনে লৰা ৰজাৰ পতন চমু চপাই আনিছে। মিহি চাউদাঙৰ কবলত পৰা জয়মতীৰ বিননি যেন সমগ্ৰ অবলা নাৰীৰ প্ৰাণৰ বিননি

অবলা তিৰোতা মই কাৰো কতো একোহানি
নাই কৰা কোনো কালে জ্ঞান বিশ্বাসত
কিয় মিছা ধৰ মোক ? কৰিছো মিনতি
কটা ঘাত চেঙ্গা তেল নিদিবি প্ৰাণত॥ (অষ্টম সৰ্গ)

এই কাব্যিক আদৰ্শৰ উপৰিও কাব্যিক বাতাবৰণ আৰু কাব্যিক ঘটনাৰ উল্লেখৰ সহায়ত বৰবৰুৱাই তিৰোতাৰ আত্মদান কাব্য খনিত সাহিত্যিক মহাকাব্যৰ গাম্ভীৰ্য্য আনিবলৈ সচেষ্ট হৈছে। আধুনিক বুৰঞ্জীমূলক কাব্য এখনত দেৱ দেৱতাৰ উপস্থিতি দেখুৱা নাইবা স্বৰগ নৰকৰ দৃশ্য অঙ্কিত কৰা সম্ভৱপৰ নহয়। বৰবৰুৱাই সপোনৰ আলমত এই কাৰ্য্য সম্পন্ন কৰিছে। গদাপাণিয়ে সপোনত দেখা পাইছে

১০ Paradise Lost Book IV P 15 (Macmillan)

সৰগৰ দেৱদূতে জয়মতীক ৰথত তুলি সৰগলৈ লৈ গৈছে আৰু লক্ষ্মীয়ে আহি জয়মতীক সাদৰি লৈছে

সাদৰি লক্ষ্মীয়ে চাই বুলিলে ৰাণীক
সংসাৰত ভুঞ্জি বহু যাতনা কেলেশ
আহিছা স্বৰ্গত আই ! নকৰিবা শোক
সুখৰ সৰগ এই সুখময় দেশ ॥
আহাঁ আই ! সুখে থাকা স্বৰ্গৰ মাজত
সাবিত্ৰী জানকী শৈব্যা সতীৰ কাষত
আছে যত দময়ন্তী দ্ৰৌপদী সুখত
আহাঁ আই ! থাকা সুখে তুমি সি থানত ॥ (দশম সৰ্গ)

আকৌ দ্বাদশ সৰ্গত গদাপাণিয়ে জয়মতীৰ মৃতদেহ কান্ধত লৈ শ্মশানৰ ফালে আহি থকা দৃশ্য অঙ্কন কৰোঁতে কবিয়ে পুৰাণৰ কাহিনীৰ সহায় লৈছে

চাওঁ কোন সেইজন
মৰা ! কান্ধে লই এই মহানিশা
আহে শ্মশানৰ ফালে বিয়াকুল মন ?
স্বোৱামীৰ নিন্দা বোলে সহিব নোৱাৰি
সত্য যুগে প্ৰাণত্যাগ কৰিছিলে সতী
সতী দেহা তুলি আপোন কান্ধত
ভ্ৰমি ফুৰিছিলে বোলে শিৱ সতীপতি ?
এয়ে কি ত্ৰিশূলী সেই ? এয়ে নেকি শিৱ ?
এয়ে কি সতীৰ পতি ? সতী দেহা এই
আপোন কান্ধত তুলি ভ্ৰমিছে শ্মশান
বিষাদ মনত হায় ! বিয়াকুল হৈ ?
নহয় নহয় এওঁ নহয় ত্ৰিশূলী
এও লাঙ্গি গদাপাণি দুখ বেজাৰত
প্ৰিয়সীৰ মৃতদেহ আঁকোৱালি লৈ
বিয়াকুল প্ৰাণে সোৱা আহে শ্মশানত ॥ (দ্বাদশ সৰ্গ)

এনেদৰে সাহিত্যিক মহাকাব্যৰ আদৰ্শ আৰু গাম্ভীৰ্য্য অটুট ৰাখিবলৈ চেষ্টা কৰাৰ উপৰিও বৰবৰুৱাই বিভিন্ন বিষয়ৰ ওপৰত যেনে
নিশা (১ম সৰ্গ) কল্পনা (১ম আৰু ২য় সৰ্গ) চকুলো (২য় সৰ্গ) নিয়ৰ (৩য় সৰ্গ) শ্মশান (১০ম সৰ্গ)—এলানি গীতি কবিতা সৃষ্টি কৰিছে

যত মহাকাব্যৰ ঘটনাৰ উল্লেখ লক্ষ্য কৰিব নাগীয়া। গীতি কাব্য হিচাবে অতি মধুৰ হলেও—টৈবিনাকৰ মূল কাব্য কাহিনীৰ লগত সম্পৰ্ক অতি দুৰ্ব্বল। বৰঞ্চ ইবিলাকে মূল কাব্য কাহিনীৰ সাৱলীল গতিত বাধা হে সৃষ্টি কৰিছে। তাৰে এটি গীতি কবিতা তলত তুলি দিয়া হৈছে

এই নিশাকালে বহি কবি গুৰু বাল্মিকী
বিৰচিলে সপ্তকাণ্ড কাব্য ৰামায়ণ
এয়েই সেই একে নিশা ভাৰতৰ কালিদাসে
বিৰচি কবিতা কুঞ্জ মানস মোহন
লভিলে অমৰ কীৰ্ত্তি এয়ে সেই একে ৰাতি
ৰচিলে যি ৰাতি সুখে ভট্টি কাব্য কবি ভৰ্ত্ত॥
এয়ে সেই একে নিশা যেবে কবি ছেক্সপীৰে
আৰ্জ্জিলে অক্ষয় কীৰ্ত্তি অন্ধক মিল্টন
লিখিলে নতুন ছন্দ অমিত্র অক্ষৰ ৰূপী
সেই ৰাতি এযে যিটো কবিৰ জীৱন॥
সেই নিশা বহি বহি শঙ্কৰ মাধৱদেৱ
ভাঙ্গিলে কীৰ্ত্তন আৰু ঘোষা (বৈষ্ণৱৰ প্ৰিয়)॥
এই ৰাতি সেই ৰাতি একে দুয়ো ৰাতি
যি ৰাতি আৰাধি কবি কল্পনা সুন্দৰী
আঁকে নানা বিধি ছবি নানা বৰণীয়া কৰি
গাঁথে মনোহৰ মালা প্ৰাণ মনহাৰী॥
এয়ে সেই একে ৰাতি আহা! যি ৰাতিৰ ফল
কাব্য কবিতাৰ কুঞ্জে কৰে সাহিত্য উজ্জ্বল॥

কাব্যখনি কবিৰ গভীৰ জীৱনবোধৰ উৎকৃষ্ট নিদৰ্শন। মৃত্যু মানৱ জীৱনৰ এটি চৰম সত্য আৰু শ্মশানেই মানৱ জীৱনৰ শেষ আশ্ৰয়। মৃত্যুৱে মানুহক সমস্ত দুখ কষ্ট শোক বেজাৰৰ পৰা মুক্তি দিয়ে। সেয়ে মহৎজনে মৰণলৈ ভয় নকৰে মহাযোগীয়ে শ্মশান ভূমিক আশ্ৰয় কৰি লাভ কৰে পৰম শান্তি

নাজান নিৰ্ব্বোধ! তই এনুৱা শ্মশান ভূমি
মহাযোগী ত্ৰিশূলীৰ অতি প্ৰিয় থান?
প্ৰকৃতিৰ লীলাভূমি তিয়াগি কৈলাশ গিৰি
এই শ্মশানত আহি কৰেহি বিশ্ৰাম? (দ্বাদশ সৰ্গ)

আকৌ —

মৰণ নহয় মৃত্যু নহয় মৈন
যমৰ ভীষণ মূৰ্ত্তি নহয় মৰণ
মৰণ স্বৰ্গৰ দূত শান্তিৰ আধাৰ
(সংসাৰৰ সুশীতল শান্তি পাৰাবাৰ)॥ (দ্বাদশ সৰ্গ)

কবিৰ স্বদেশপ্ৰীতিৰ এটি উজ্জ্বল চানেকি কাব্যখনিত পোৱা যায়। স্বদেশ—প্ৰীতি এই কাব্য ৰচনাৰ মূল প্ৰেৰণা আৰু আত্মদানবো শুৱিৰ কথা। অসমৰ স্বাধীনতা ৰবি অস্ত যোৱাত কবি মৰ্ম্মাহত হৈছে আৰু স্বাধীনতা বিলুপ্তিৰ কথা কাহিনী কাব্যত প্ৰকাশ কৰিবলৈ মানস কৰিছে

পিয়লীকে মুমলীকে পিজউ জন্মীকে
অভয়ক আৰু সেই বৰফুকনক (বৰফুকন=বদন চন্দ্ৰ বৰফুকন)
ৰাজকন্যা তুলশীকো যাৰ কুচক্ৰত
আসামত অকালত লাগিল সন্ধিয়া
আহোমৰ জীৱনৰ স্বাধীনতা বেলি
মাৰ গ'ল দুপৰতে চিৰকাল লই
দেখাবা যেন নাথ! হে কৰুণাময়।
সি সৰবো। গাব কবি ভগ্নপ্ৰাণে যদি
যদিওবা ভগ্নো সাহ যদিওবা তাৰ
নাই আৰু সেই সুখ শান্তি হৃদয়ত
অন্তৰ্হিত যদিওবা সুখ জীৱনৰ
তাৰ না! কৰা কৃপা বাগ্দেৱী পাৰত
পূজি ভাৰতীৰ পদ যেন শান্তি পায়
জীৱনত একাকিনী দুৰাকাঙ্ক্ষা তোৰ
আহোম জীৱন সন্ধ্যা গাব এ সুৰে
গাঁথি নানা ছন্দে কাব্যে হে মঙ্গলময়। (দ্বাদশ সগ)

ওপৰত উল্লেখ কৰা কাব্যক সৌন্দৰ্য্য আৰু গাম্ভীৰ্য্য থকা সত্ত্বেও নিৰোতাৰ আত্মদান কাব্যক আমি কবিৰ নিখুঁত কাব্যিক সৃষ্টি বুলি কব নোৱাৰো। আমাৰ চকুত পৰা কিছুমান ত্ৰুটি দাঙি ধৰা হৈছে। প্ৰথমতে কাব্যখনিত গীতি কবিতাৰ (lyrics) প্ৰাধান্য ইমান বেছি যে মূল কাব্য কাহিনীৰ সাৱলীল গতিত ই বাধা স্বৰূপ হৈ পৰিছে। অৱশ্যে মূল কাহিনীৰ পৰা আঁতৰাই আনিলে গীতি কবিতাখিনিয়ে নিজস্ব মূল্যৰ দাবী কৰিব পাৰে। কাব্যখনি অধ্যয়ন কৰিলে দেখা যায় যতে মূল কাহিনীয়ে

ভূমুকি মাৰিছে তাতে হে উচ্চ পৰ্য্যায়ৰ কাব্যৰূপ লৈছে। দ্বিতীয়তে কাব্যখনিত কাহিনীৰ লগত উপকাহিনী সংযোগ কৰি বিভিন্ন ৰস সৃষ্টিৰে কাব্য কাহিনী মনোগ্ৰাহী কৰি তুলিবলৈ কবিয়ে কোনো প্ৰয়াস কৰা নাই। ফলত কাহিনী সৰলৰেখা সদৃশ আগবাঢ়িছে। চৰিত্ৰ চিত্ৰণতো কবিয়ে মনোযোগ দিয়া দেখা নাযায়। কাব্যৰ নায়ক নায়িকাৰ কোনো মানৱীয় দুৰ্ব্বলতা কাব্যত প্ৰকাশ পোৱা নাই। নায়ক নায়িকাৰ সকলো দুখ কষ্ট মাথোন দৈবৰ ওপৰতে ন্যস্ত কৰা হৈছে। তদুপৰি জয়মতীৰ প্ৰাণ নাশৰ বাবে জগৰীয়া মিহি চাউদাঙ্গ আৰু লৰা ৰজাৰ ওপৰত কোনো প্ৰায়শ্চিত্তমূলক দৃশ্য অৱতাৰণা নকৰাৰ ফলত কাব্যিক ন্যায় (poetic justice) ৰক্ষা কৰা নহল। মুঠতে আধুনিকৰ ফালৰ পৰা কমতাপুৰ ধ্বংসৰ সাফল্য তিৰোতাৰ আত্মদানত পাবলৈ নাই। তৃতীয়তে কাব্য কাহিনী বৰ্ণনাতে কবিয়ে নিজৰ ব্যক্তিগত বিয়োগবেদনাৰ কথা এই কাব্যত খুব বেছিকৈ অৱতাৰণা কৰাৰ ফলত কাব্যৰ নিৰপেক্ষ মৰ্য্যাদা হ্ৰাস পাইছে আৰু ই আংশিকভাৱে আত্মজীৱনীমূলক হৈ পৰিছে। কাব্য কাহিনীৰ সমান্তৰালভাৱে কবিয়ে ব্যক্তিগত জীৱনৰ কাহিনীও কৈ গৈছে। ফলত কাব্যখনি সুখ পাঠ্য নহল। উদাহৰণ স্বৰূপে গদাপাণিয়ে জয়মতীৰ মৃতদেহ কান্ধত তুলি শ্মশান অভিমুখে গৈ থকা দৃশ্য অঙ্কন কৰোঁতে কবিয়ে ব্যক্তিগত জীৱনৰ বেদনাৰ কথা কাব্যত এনেদৰে উল্লেখ কৰিছে

> যোৱা গদা। যোৱা ৰজা। যোৱা স্বৰ্গদেও।
> নোহোৱা কেৱল তুমি এই শ্মশানত আনি
> থইছা প্ৰাণ প্ৰতিমা দেখিছা এন্ধাৰ।
> তোমাৰ নিচিনা ৰজা। আছে আৰু দুৰ্ভগীয়া
> প্ৰেমময়ী প্ৰিয়তমা শ্মশানত তাৰ॥
> আমিও তোমাৰ দৰে জীৱনৰ প্ৰাৰম্ভতে
> পৰাৰ প্ৰিয়সখী থলো শ্মশানত।
> হেৰুৱাই অৰ্দ্ধাঙ্গিনী (প্ৰাণাধিকা প্ৰিয়পত্নী)
> দেখিছো এন্ধাৰ আজি সংসাৰ মাজত॥
> আমাৰো তোমাৰ দৰে আজি ৰজা। শূন্য ঘৰ
> শান্তিময়ী প্ৰিয়া বিনে শান্তি নাইকিয়া।
> ভাই বন্ধু পুত্ৰ কন্যা যদিও সকলো আছে
> সংসাৰত আজি যেন অকলশৰীয়া।'
>
> মহাৰাজ। স্বৰ্গদেও।
>
> মাউৰা দুটি কোঁৱৰ সাৱটি বুকুত
> তুমি আজি যেনেকৈ ব্যাকুল শোকত

নলীন বিপিন আৰু হিৰণ কিৰণ
চাৰিটিক লই আমি তেনে সংসাৰত॥
ৰাণীৰ শোকত তুমি কান্দিছা বিনাই
বিকল হিতেশ আজি পত্নী হেৰুৱাই॥ (দ্বাদশ সৰ্গ)

মুঠ কথাত এনেবোৰ দোষ ত্ৰুটি থকা সত্ত্বেও তিৰোতাৰ আত্মদান কাব্যক এখনি বুৰঞ্জীমূলক গীতি ধৰ্মী কাব্য বুলি আখ্যা দিব পাৰি। নিতান্ত ব্যক্তিগত কথাবোৰ বাদ দি কাব্যখনিৰ দ্বিতীয় সংস্কৰণ এটি উলিয়াব পৰা হলে ই এখনি অতি উচ্চ মানৰ গীতি-ধৰ্মী কাব্য হলেহেঁতেন। তথাপি বুৰঞ্জীমূলক কাহিনী এটিৰ আধাৰত গভীৰ জীৱনবোধ আত্মদান আৰু স্বদেশ প্ৰীতিৰ যি কাব্যিক প্ৰয়াস অসমীয়া সাহিত্যত সি নিশ্চয় বিৰল।

# ৩ ॥ 'যুদ্ধক্ষেত্ৰত আহোম ৰমণী' কাব্য ॥

অসম বুৰঞ্জীৰ কাহিনীৰ ভেটিত যুগুত কৰা হিতেশ্বৰ বৰবৰুৱাৰ তৃতীয়খনি সাহিত্যিক মহাকাব্য যুদ্ধক্ষেত্ৰত আহোম ৰমণী প্ৰকাশিত হয় ১৯১৫ খ্ৰীষ্টাব্দত। এই কাব্যখনি সেই সময়ৰ অসম উপত্যকাৰ কমিছনাৰ পি আৰ টি গৰ্ডনলৈ উৎসৰ্গ কৰা হৈছিল। দুটা দিশৰ পৰা এই উৎসৰ্গ তাৎপৰ্য্যপূৰ্ণ। প্ৰথমতে বৰবৰুৱাৰ আটাই কেইখন সাহিত্যিক মহাকাব্যৰ ভিতৰতে যুদ্ধক্ষেত্ৰ আহোম ৰমণীয়ে শ্ৰেষ্ঠতম কলাসুলভতাৰ পৰিচয় দিয়ে। দ্বিতীয়তে যি ইংৰাজে আহোমৰ হাতৰ পৰা অসমৰ শাসনভাৰ কাঢ়ি লৈছিল তেওঁ লোকৰ প্ৰতিনিধি এজনৰ হাতত আহোম তথা অসমীয়া জাতিৰ হৈ আহোম ৰমণী এগৰাকীৰ বীৰত্ব আৰু স্বদেশানুৰাগৰ ভেটিত যুগুত কৰা এই কাব্যখনি তুলি ধৰা কথা টোৰ অন্তৰ্নিহিত অভিপ্ৰায় মনকৰিবলগীয়া। কাব্যৰ উৎসৰ্গৰ লগত বিষয় বস্তুৰ তুলনা কৰিলে এনেহে লাগে যেন এটি সাধাৰণ উপহাৰ নহয় —ই হল এটা বীৰজাতিৰ বীৰত্ব আৰু স্বদেশপ্ৰীতিৰ প্ৰতীক। আহোম শাসকৰ বীৰত্বৰ ওপৰত কবিয়ে পাতনিত যি মন্তব্য দাঙি ধৰিছে —সিয়ে এই অন্তৰ্নিহিত অভিপ্ৰায় পৰিষ্কাৰ কৰি দিয়ে। গতিকে কাব্যৰ উৎসৰ্গ আৰু পাতনিৰ এটি তুলনামূলক অধ্যয়ন আৰু উপলব্ধিৰ—নিতান্ত প্ৰয়োজন। উৎসৰ্গত কবিয়ে লিখিছে

This Little Poetical Volume containing The Romantic Story of the Heroic Deeds of an Ahom Lady is most respectfully dedicated to the Hon ble Lt Col P R T Gurdon C S I I A formerly Offig Chief Commissioner of Assam and now the Commissioner Assam Valley Division as an humble tribute of love and gratitude from the members of the Ahom Community for his love and sympathy and never failing interest in their welfare আনহাতে কাব্যৰ পাতনিত ১১ (Preface) কবিয়ে লিখিছে Like the ever memorable incident of the self Sacrifice of the well known Queen Joymotee of Raja Godadhar Singh of Assam the story of the heroic widow of Chao Fracheng Moong Bor Gohain is also another national asset of the Assamese race and this little work is an attempt to present before the reading public a description of the heroic deeds of that Assamese lady known as Moola Gabharoo এই দুই উদ্ধৃতিয়ে

১১। কাব্যখনিৰ উৎসৰ্গ (Dedication) আৰু পাতনি (Preface) ইংৰাজীত লিখা। ইয়াৰ উপৰি অসমীয়াত লিখা এটি প্ৰস্তাবনাও সংযোজিত হৈছে।

প্ৰমাণ কৰে (Ahom lady আৰু Assamese lady' ৰ মাজত পাৰ্থক্য নাই। মলা গাভৰুৰ বীৰত্বপূৰ্ণ কাহিনী অসমীয়া জাতিৰ এক জাতীয় সম্পদ (national asset of the Assamese race)। ** ৰাজ শাসকৰ হাতত এনে জাতীয় গৌৰৱৰ কাহিনী কাব্য তুলি ধৰি বৰবৰুৱাই অসমীয়াৰ শৌৰ্য্য বীৰ্য্য আৰু স্বদেশৰ স্বাধীনতা ৰক্ষাৰ বাবে কৰা আত্মোৎসৰ্গৰ এটি জ্বলন্ত নিদৰ্শনহে দাঙি ধৰিছিল। ২ ৰাজ শাসনৰ মধ্যাহ্নক্ষণত এনে কাব্য ৰচনা আৰু বিদেশী শাসকৰ দৃষ্টি আকৰ্ষণ কৰিবৰ বাবে কৰা এই কাব্যৰ উৎসৰ্গ সঁচাকৈয়ে নিৰ্ভীক প্ৰচেষ্টা।

বৰবৰুৱাই যি সময়ত জাতীয় বুৰঞ্জীৰ আলমত সাহিত্যিক মহাকাব্য ৰচনা কৰিছিল সি আছিল পৰাধীনতাৰ যুগ। যি অসমীয়া জাতিয়ে দিল্লীৰ মোগল বাদছাহৰ আগত নিজৰ শৌৰ্য্য বীৰ্য্যৰ সম্যক পৰিচয় দি অপৰাজেয় হৈ অসমৰ স্বাধীনতা ৰক্ষা কৰি আছিল সিয়ে কালক্ৰমত ইংৰাজৰ অধীন হব লগা হল ... লোক অসমীয়াৰ জাতীয় গৌৰৱ ক্ষুণ্ণ হৈ পৰিল। এয়া জাতিৰ এনে দুৰ্দিনৰ সময়েই হল সাহিত্যিক মহাকাব্য সৃষ্টিৰ উপযুক্ত সময়। জাতি এটাৰ গৌৰৱময় দিনত এনে কাব্য সাহিত্যৰ সৃষ্টি হোৱা দেখা নাযায়। সমালোচক পণ্ডিত চি এম বাওৰাৰ (C M Bowra) এটি মন্তব্য এই সন্দৰ্ভত প্ৰণিধানযোগ্য

Literary epic if we judge by its best examples flourishes not in the heyday of a nation or of a cause but in its last days or in its aftermath Periclean Athens Elizabethan England France under Louis (XIV) had their superb literature but not literary epic [১২]

গতিকে জাতীয় গৌৰৱ বিলুপ্তিৰ ক্ষণ—সাহিত্যিক মহাকাব্য জন্মৰ শুভ ক্ষণ। এনে শুভ ক্ষণত বৰবৰুৱাই যি কাব্য ৰচনা কৰিলে সি অসমীয়াৰ জাতীয় গৌৰৱৰ প্ৰতীক। কাব্যৰ পাতনিত বৰবৰুৱাই কৰা তলৰ মন্তব্য পণ্ডিত বাওৰাৰ উক্তিৰ সমৰ্থন জনায় Our mother country although very poor is yet rich with many historical episodes of this nature (like the heroic deeds of Moola Gabharoo) of which the whole Assamese race—can justly take pride The Author will deem his labour amply rewarded if this little book of his be successful in inducing our young and able writers to take up these subjects and bring them to light from the womb of obscurity —

অসমীয়া জাতিৰ গৌৰৱময় অতীত বুৰঞ্জী ৰোমন্থন অসমীয়া সাহিত্যৰ অন্য

১২। C M Bowra From Virgil to Milton P 28

শাখা-প্ৰশাখাৰ বাবে যেনেকুৱাই নহওক, ই বৰবৰুৱাৰ সাহিত্যিক মহাকাব্যৰ (literary epic) বাবে যে অতি সময়োপযোগী আছিল তাত সন্দেহ নাই।

## ॥ কাব্যৰ মূলঃ বুৰঞ্জীৰ কাহিনী ॥

যুদ্ধক্ষেত্ৰত আহোম ৰমণী কাব্যৰ মূল কাহিনী অসম বুৰঞ্জীৰ পৰা লোৱা হৈছে। ড সূৰ্য্যকুমাৰ ভূঞা সম্পাদিত সাতসৰী অসম বুৰঞ্জীৰ দুখন বুৰঞ্জীত এই কাহিনীৰ উল্লেখ আছে। এই সংকলনৰ তৃতীয় বুৰঞ্জীখনত কোৱা হৈছে যে তুৰ্ব্বকৰ লগত হোৱা যুদ্ধত ফ্ৰাচে মুং গোহাঁইক বধ কৰা হয় তেওঁৰ পত্নী ৰাজ-কন্যাকো বধ কৰা হয়; তেওঁৰ ভ্ৰাতৃকো বধ কৰা হয়। চতুৰ্থ বুৰঞ্জীখনত কোৱা হৈছে—তুৰ্ব্বকৰ লগত হোৱা যুদ্ধত ফ্ৰাচেং মুঙক বধ কৰা হয় আৰু তেওঁৰ পত্নীকো বধ কৰা হয়। হিতেশ্বৰ বৰবৰুৱা নিজেও এজন প্ৰখ্যাত বুৰঞ্জীবিদ। মি গেইটৰ বুৰঞ্জীৰ উল্লেখ কৰি এই বুৰঞ্জীমূলক কাহিনীৰ এটি চমু আভাস তেওঁ কাব্যৰ পাতনি (Preface) আৰু প্ৰস্তাৱনাত দাঙ্গি ধৰিছে। প্ৰস্তাৱনাত তেওঁ লিখিছে ২ ১৫২৮ চনৰ পৰা ই ১৫৩২ চনলৈকে এই কেই বছৰৰ ভিতৰতে মুছলমানবিলাকে দুবাৰ (৫ম আৰু ৬ষ্ঠ) আসাম দেশ আক্ৰমণ কৰেহি। নবাব খছল খাই তুৰ্ব্বক নামেৰে এজন পাঠানক সেনাপতি কৰি পঠিয়াছিল। এই সময়ত আহোম সিংহাসনত চুহুমুঙ্গ (হিন্দুমতে স্বৰ্গনাৰায়ণ) স্বৰ্গদেৱে ৰাজত্ব কৰে।

প্ৰথমতে আহোম ৰজাৰ সেনাৰে সৈতে কলীয়াবৰত এখন যুদ্ধ হয়। এই যুদ্ধত আহোমৰ ফলীয়া খুনলুঙ্গ খামপেঙ্গ বুঢ়াগোহাঁই ডাঙ্গৰীয়াকে আদি কৰি ৭ (সাত) জন প্ৰধান সেনাপতিয়ে মুছলমানৰ হাতত প্ৰাণ হেৰুৱায়। তাৰ পাছত ফ্ৰাচেঙ্গমুঙ্গ বৰগোহাঁই ডাঙ্গৰীয়া সেনাপতিৰূপে যুদ্ধলৈ যায়। তেওঁক মুছলমানবিলাকে কেনেকৈ হত্যা কৰিলে এই কাব্যখনিত যথাৰ্থত বৰ্ণনা কৰা হৈছে।

মূলা গাভৰু চাওফ্ৰাচেঙ্গমুঙ্গ বৰগোহাঁই ডাঙ্গৰীয়াৰ প্ৰিয়তমা পত্নী। মূলা বীৰাঙ্গনা—পতিবৈৰী তুৰ্ব্বকক প্ৰতিশোধ দিবলৈ—আৰু স্বদেশৰ নিমিত্তে প্ৰাণ উৎসৰ্গ কৰি—কেনেকৈ অসীম সাহসেৰে যুদ্ধ কৰি তাঙ্গু আৰু বঙ্গাল সেনাপতিক দুইমুনি শিলাৰ যুদ্ধত হত্যা কৰিলে— আৰু অৱশেষত এই যুদ্ধক্ষেত্ৰতে নিজেও কেনেকৈ প্ৰাণত্যাগ কৰিলে সেইবিলাক এই কাব্যখনিত যথাসাধ্য বৰ্ণনা কৰিবলৈ চেষ্টা কৰা গৈছে কাজেই সেইবিলাকৰ আৰু এই খিনিত পুনৰুক্তি কৰা নহল।

মূলা গাভৰু ৰণত পৰিলত কনচেঙ্গ বৰপাত্ৰ ডাঙ্গৰীয়া সেনাপতি হৈ লগত ভালে মান আহোমৰ তেজী সেনা লৈ তুৰ্ব্বকৰ সৈতে ৰণ দিবলৈ গল। দিকৰাই মুখতে দুয়োদলৰ দেখা দেখি হল আৰু তাতে দুয়োদলৰ ঘোৰতৰ ৰণ লাগিল। এইখন ৰণকে আসামৰ ইতিহাসত দিকৰাই মুখৰ ৰণ বোলে। এই যুদ্ধত মুছমান বিলাকৰ পৰাজয় হয়। কনচেঙ্গ ডাঙ্গৰীয়াৰ বিক্ৰমত মুছমানবিলাকে তিষ্টিব নোৱাৰি ফিৰিঙ্গতি ওফৰা দি উফৰি পলাবলৈ ধৰিলে আৰু ডাঙ্গৰীয়াই নিজৰ হাতৰ হেঙ্গদানেৰে তুৰ্ব্বকক কাটি

ভুতোখৰ কৰি অৱশেষত মুছলমানবিলাকক কৰতোৱা নৈৰ পাৰ কৰি খেদি থ'লেগৈ। মি° গেইট (Mr Gait) চাহাবৰ মতে এই যুদ্ধত মুছলমানবিলাকৰ ২৮ টা হাতী ১৫০ টা ঘোৰা ভালেমান বন্দুক বহুত ধন সোণ আৰু ভালেমান যুদ্ধৰ আহিলা পাতি আহোমবিলাকৰ হস্তগত হয়।

এই যুদ্ধৰ অনেক পূৰ্ব্বেই যদিও আহোমবিলাকে খাৰবাৰুদৰ আৱিষ্কাৰ কৰিছিল তেওঁলোক কিন্তু এই যুদ্ধতেইহে প্ৰথম বন্দুক ব্যৱহাৰ কৰে।

এই যুদ্ধতেই হুচেন খাঁ নামেৰে এজন মুছলমান সেনাপতিয়েও কনচেঙ বৰপাত্ৰ ভাণ্ডৰীয়াৰ হাতত প্ৰাণ হেৰুৱায় আৰু প্ৰায় এহেজাৰমান পাঠান সেনা আহোমৰ হাতত বন্দী হয়।

বুৰঞ্জীত কয়—যে এই যুদ্ধজয়ী হোৱাৰ স্মৃতি স্বৰূপে কনচেঙ ভাণ্ডৰীয়াই কৰতোৱা নৈৰ দাঁতিত পুখুৰী আৰু দৌল কৰাইছিল। কালৰ সোঁতত পৰি সেই পুখুৰী আৰু দৌল হয়তো বিলুপ্ত হৈ গৈছে তেনেকুৱা পুখুৰী আৰু দৌল হয়তো কালৰ গতিত কত বিলুপ্ত হব

এই অনিত্য জগতত অনেক ধ্বংস পাইছে আৰু অনেক ধ্বংস পাবও। কিন্তু কৰ্ম্মক্ষেত্ৰৰূপী এই বিশাল বিশ্বত মলা গাভৰুৱে যি কৰ্ম্ম কৰি গৈছে তাৰ কীৰ্ত্তি জগতত চিৰস্থায়ী—তাৰ ধ্বংস নাই। আসামবাসীৰ মনত সেই যুদ্ধৰ স্মৃতি আৰু মলা গাভৰুৰ বীৰত্বকাহিনী আজিও জাগৰিত আছে—আৰু চিৰকাললৈ থাকিব।

অসম বুৰঞ্জীৰ এই কাহিনীৰ আধাৰতে কাব্যখনি ৰচিত হলেও কাব্য কাহিনীত কল্পনাৰ ৰহণ সনা হৈছে। আগৰ দুখন কাব্যতো বুৰঞ্জীৰ কাহিনীক কল্পনাৰ সহায়েৰে কাব্যোপযোগী কৰি তোলা হৈছে। এই সম্পৰ্কত কাব্যৰ পাতনিত কবিয়ে মন্তব্য দি কৈছে Although the subject matter of this poem is purely a historical fact slight deviations have been made at some points in order that it may suit the convenience of the author who on his part prays that the generous readers will excuse him for such deviations কাব্য কাহিনী মূলৰ পৰা আংশিকভাৱে ফালৰি কাটিছে বিশেষকৈ কাল্পনিক চৰিত্ৰ চিত্ৰণত। কাব্যত মূলাৰ সখী মুহিলাৰ চৰিত্ৰটি কবিৰ কাল্পনিক সৃষ্টি। বুৰঞ্জীত এনে কোনো সখীৰ নাম পাবলৈ নাই। অথচ কাব্যৰ মুহিলা মূলাৰ দৰেই বীৰাঙ্গনা। মূলাৰ মৃত্যুৰ পাছত অসীম পৰাক্ৰমেৰে মুহিলাই আহোম সৈন্যসকলক পৰিচালনা কৰিবলৈ ওলোৱা দেখি কনচেঙ আগবাঢ়ি আহিল আৰু মুহিলাক সম্বোধি কলে

ধন্য তুমি আইদেও! তুমি বীৰ্য্যৱতী
ধন্য তব সখী প্ৰেম ধন্য সেই জাতি

যি কুলত জন্ম হ'ল মলা মুহিলাৰ॥ (অষ্টম সৰ্গ)

কল্পনাপ্ৰসূত হলেও মুহিলা অসমীয়া বীৰ ৰমণী হিচাবে কাব্যত অমৰ হৈ থাকিব। বুৰঞ্জীৰ মুলা আৰু কল্পলোকৰ মুহিলাৰ কীৰ্ত্তি বখানি কবিয়ে সেয়ে গাইছে

সমীৰণে স'তে মিলি তমু কীৰ্ত্তি গীত
আকাশ মাৰ্গত উঠি কৰ দিগন্তক
ধন্য সেই জাতি যাৰ কুলত জনম
মুলা বীৰ ৰমণীৰ। মুহিলা সখীৰ
ৰণোন্মত্তা অঙ্গনাৰ—স্বদেশৰ হেতু
কৰিলে যি প্ৰাণত্যাগ যৱন যুদ্ধত॥ (সপ্তম সৰ্গ)

কাল্পনিক চৰিত্ৰ চিত্ৰণৰ উপৰিও মহাকাব্যিক ঘটনাৰ ৰিজনি মহাকাব্যিক দৰ্শন আৰু আবেগপ্ৰৱণ স্বদেশপ্ৰীতিৰ সহায়ত বুৰঞ্জীৰ নীৰস ঘটনা এটিক কাব্যত প্ৰাণৱন্ত কৰি তোলা হৈছে।

## ॥ কাব্যৰ কাহিনী ॥

### প্ৰথম সৰ্গ

যুদ্ধ ক্ষেত্ৰত আহোম ৰমণী কাব্যখনি আঠোটি সৰ্গত বিভক্ত। বাগেদৱী বন্দনাৰে কাব্য কাহিনী আৰম্ভ হৈছে। কাব্যত বীৰাঙ্গনা মলাৰ বীৰত্ব কাহিনীৰ মাজেদি বীৰ ৰসৰ সৃষ্টি কৰিবলৈ প্ৰয়াস কৰি কবিয়ে বাগদেৱীৰ কৃপা প্ৰাৰ্থনা কৰিছে

আকাঙ্খা মনত কিন্তু হে মাতৃ ভাৰতী।
ৰণবেশে সৈন্য সতে প্ৰবেশি যুদ্ধত
চাম আজি ৰণৰঙ্গ বীৰ ৰমণীৰ
যৱন সেনাৰে সতে

কাব্যৰ আৰম্ভণিতে যেন ৰণ দুন্দুভি বাজি উঠিছে আৰু বীৰ ৰসোত্তীৰ্ণ অমিত্ৰাক্ষৰ ছন্দৰ তালে তালে কাব্য কাহিনী আগ বাঢ়িছে।

ৰাজমন্ত্ৰী চাওফ্ৰাচেঙ্গমুঙ্গ অতি চিন্তাক্লিষ্ট হৈ ৰাজসভাৰ পৰা ঘৰলৈ ঘূৰিল। তেওঁৰ পতিপ্ৰাণা বীৰাঙ্গনা পত্নী মুলা গাভৰুৱে চাওৰ গোপন চিন্তাৰ কথা অনুমান কৰি তাৰ কাৰণ জানিবলৈ চেষ্টা কৰিলে। চাৱে মলাক জনালে যে মুছলমান সেনাই দেশ আক্ৰমণ কৰিছে আৰু ইতিপূৰ্ব্বে আহোম বীৰ খুনলুঙ্গকে ধৰি বহুত আহোম সৈন্যৰ পতন ঘটিছে। ৰজাৰ আদেশত—চাও সেনাপতি হিচাবে শত্ৰুৰ বিপক্ষে ৰণ দিবলৈ যাব লাগে

নাজানো কি কুক্ষণত আহিল যৱন
এইবাৰ নাজানো কি বলে বলী হই

আহিছে পাঠান সেনা নিতে হয় জয়
নিতে আহোমৰ হাৰ নিতে হয় হানি
আহোমৰ বীৰবৰ্গ ! ৰাজ আদেশত
সেনাপতিৰূপে প্ৰিয়ে ! মযো কাইলই
যুদ্ধ দিবলৈ যাম যৱন যুদ্ধত।
যদি ভাগ্য থাকে প্ৰিয়ে ! পুনু হব দেখা
তোমাৰে সহিতে—নতু এই জীৱনত
এয়ে সেই শেষ দেখা ইহ জীৱনৰ। (প্ৰথম সৰ্গ)

পতিৰ এনে প্ৰস্তাৱত পত্নী হিচাবে মূলাৰ হিয়াই হাহাকাৰ কৰি উঠিলেও বীৰাঙ্গনা হিচাবে অন্তৰৰ সকলো দুৰ্ব্বলতা আঁতৰাই থৈ আহোম সেনাপতি চাওক বীৰোচিত বিদায় সম্বৰ্দ্ধনা জনালে

দেশৰ ই দুৰ্দ্দিনত আসাম আকাশ
ঘোৰ মেঘাচ্ছন্ন আজি। —শত্ৰু দুৱাৰত
ভীমৰূপী যৱনৰ অগণিত সেনা—
এনুৱা কালত আজি বীৰৰূপে সাজি
যোৱা নাথ। সমৰত বিপক্ষক খেদি
ৰাখা আসামৰ ধন স্বাধীনতা মণি।
আছে কি হে নাথ। প্ৰাণ এনে ঘৃনাীয়
কাৰো এই জগতত যি নুসগে সুখে
সেই প্ৰাণ স্বদেশৰ স্বাধীনতা হেতু ?
যোৱা নাথ। ৰণ দেৱী ন মুণ্ডমালিনী
কৰিব তোমাক ৰক্ষা যৱন যুদ্ধত
সেনানিক দিব বল সাহস হিয়াত
বিজয় পতাকা কীৰ্ত্তি আহোম ভাগ্যত ॥ ( প্ৰথম সৰ্গ )

মূলা গাভৰুৰ এনে বীৰোচিত বক্তব্যই চাওৰ বীৰত্ব দুগুণে বৃদ্ধি কৰিলে। মূলাৰ কিন্তু স্বামীৰ ওচৰত এটি অনুৰোধ আছে—স্বামীৰ লগতে তেওঁকো যুদ্ধলৈ যাবলৈ অনুমতি দিব লাগে। চাৱে মূলাৰ সাহসৰ শলাগ লৈ কলে যে তিৰোতাৰ কৰ্ম্মক্ষেত্ৰ গৃহহে ৰণক্ষেত্ৰ নহয়। চাওৰ আন এটি সবল যুক্তি হ'ল—ৰণক্ষেত্ৰত পত্নীৰ মুখ লাৱণ্যই তেওঁৰ প্ৰাণত জীৱনৰ মোহ জাগ্ৰত কৰি তেওঁক কৰ্ত্তব্যবিমুখ কৰি তুলিব পাৰে। তেওঁৰ মতে—সমৰত তপস্যা ধ্যানত তিৰোতা স্বামীৰ অনুগামিনী হোৱা অনুচিত। কৰ্ত্তব্যবিমুখ হৈ ৰণত পৰাজয় বৰণ কৰিলে চিৰকালৰ বাবে মানুহে তেওঁৰ কুযশ ৰটনা কৰিব

সঁচা—তুমি—প্ৰিয়তমা। উৎসাহদায়িনী
শতগুণে উৎসাহিত কৰিছে চাওক
তোমাৰ উৎসাহে আজি কিন্তু সমৰত
দেখিলে তোমাৰ এই লাৱণ্য সুন্দৰ
মুখ ছবি—ভয় হয়—জানো প্ৰিয়তমা!
যুদ্ধত নিস্পৃহা জয়ে মমতা প্ৰাণত—
(জয়ে মৰণৰ ভয়) তেন্তে হে প্ৰিয়সি।
থাকিব দুৰ্যশ বৰ হাঁহিব জগতে
ভীৰু কাপুৰুষ বুলি চাওক তোমাৰ।

যদি প্ৰাণ যায়
সমৰত—পাম সৰ্গ দুৰ্লভ নৰৰ!
থাকা প্ৰিয়ে। নকৰিবা বিষাদ মনত
চাঁওৰ নিমিত্তে তুমি তুমি বীৰপত্নী
কি ভয় তোমাৰ? মোৰ আশঙ্কা মনত
যদিও তিৰোতা সঁচা জীৱন সঙ্গিনী
নিত্য প্ৰিয় সহচৰী সৰ্ব্বত্ৰে সহায
নোহে কিন্তু সমৰত তপস্যা ধ্যানত। (প্ৰথম সৰ্গ)

বীৰাঙ্গনা মূলাই চাওৰ এই যুক্তি খণ্ডন কৰিবলৈ শ্ৰীকৃষ্ণ ভগ্নী সুভদ্ৰাৰ বীৰত্ব কাহিনী দাঙি ধৰিছে। বীৰ পাৰ্থই সুভদ্ৰাক হৰণ কৰি আনোতে যাদৱৰ ৰথত উঠি আহিব লগা হৈছিল। ৰথৰ সাৰথিয়ে ৰথ চলাবলৈ অমান্তি হোৱাত পাৰ্থ মহা সঙ্কটৰ সন্মুখীন হৈছিল। তেনে সময়ত সুভদ্ৰাই অসীম কৌশলেৰে ৰথ পৰিচালনা কৰি পাৰ্থক সহায় কৰিছিল আৰু পাৰ্থই যাদৱ সেনাক পৰাভৱ কৰিবলৈ সক্ষম হৈছিল। সুভদ্ৰাৰ দৰে মূলায়ো ৰণক্ষেত্ৰত স্বামীক অনেক প্ৰকাৰে সহায় কৰিব পাৰিব। মূলাৰ সবল যুক্তিত চাও বিমোহিত হ'ল যদিও তেওঁ প্ৰিয়তমা পত্নীক ঘৰত এৰি যুদ্ধলৈ ওলাল। যুদ্ধলৈ গমন কৰাৰ আগমুহূৰ্ত্তত ৰোহিণীৰ লগত চন্দ্ৰই যাপন কৰাৰ দৰে চাও আৰু মূলাই—ইটিয়ে সিটিৰ বুকুত—এটি মধুৰ ৰজনী যাপন কৰিলে।

## ॥ দ্বিতীয় সৰ্গ ॥

এদিন দুদিনকৈ সাত দিন পাৰ হ'ল। মূলা গাভৰুৱে ৰণক্ষেত্ৰৰ পৰা স্বামীৰ বাতৰি পোৱা নাই। মূলা অতি চিন্তাক্লিষ্ট হোৱা দেখি সখী মুহিলাই চিন্তাৰ কাৰণ জানিবলৈ

ব্যগ্ৰ হৈ পৰিল। মুলাই মুহিলাক তেওঁৰ আশঙ্কাৰ কথা অবগত কৰিলে

নাজানো — কিয় যে সখি দেখো অহৰহ
অমঙ্গল নানা বিধ — হায়। যি কালত
সৌমিত্ৰীৰ যুদ্ধ হয় মেঘনাদ সতে
নিকুম্ভিলা যজ্ঞঘৰে লঙ্কা নগৰত
কালনেমি দৈত্য কন্যা ৰক্ষকুল লক্ষ্মী
দেখিছিলে প্ৰমীলাই যেনে অমঙ্গল
অন্তঃপুৰ মাজে থাকি কনক লঙ্কাৰ
অকস্মাতে — আজি হায়। মলায়ো তোমাৰ
দেখে তেনে অমঙ্গল অকস্মাতে সখি। (দ্বিতীয় সৰ্গ)

মুলাই এনেদৰে মনৰ আশঙ্কাৰ কথা কৈ বিধিলিপিৰ জল্পনা কল্পনা কৰি থাকোঁতেই ৰণক্ষেত্ৰৰ পৰা কটকী আহি তেওঁৰ সন্মুখত থিয় হল। কটকীয়ে জনালে—পাঠানে চাওক অন্যায় ভাৱে নিৰস্ত্ৰ অৱস্থাত বধ কৰিলে। বীৰস্বামীৰ বিযোগ ব্যথিত বীৰাঙ্গনা মুলাই বিনাবলৈ ধৰিলে।

## ॥ তৃতীয় সৰ্গ ॥

অন্তৰত এক দৃঢ় সংকল্প লৈ মুলাই চকুৰ পানী মুচি পেলালে। মুলাৰ প্ৰতিজ্ঞা — বীৰ স্বামীক অন্যায় ভাৱে নিধন কৰা মুছলমান সেনাপতি তুৰ্ব্বকৰ ওপৰত তেওঁ প্ৰতিশোধ লবই। নাৰী সৈন্যৰ বাহিনী এটা সাজু কৰিবৰ বাবে মুলাই মুহিলাক নিৰ্দ্দেশ দিলে। মলাৰ প্ৰস্তাৱত মুহিলাই প্ৰথমতে বাধা দি কৈছিল তিৰোতাৰ কৰ্ম্মক্ষেত্ৰ ৰণক্ষেত্ৰ নহয়। কিন্তু নিজৰ দৃঢ়তা আৰু মনোবলেৰে মুহিলাৰ মন জয় কৰিবলৈ মুলাৰ বেছি পৰ নালাগিল। স্বামীৰ মৃত্যুত অৰ্দ্ধাঙ্গিনী হিচাবে মুলাৰ জীয়াই থকাৰ মোহ নিশেষ হৈ গল। মলাই সখীৰ আগত তেওঁৰ কৰ্ত্তব্য সদৰী কৰিলে

আহোম ৰমণী সখি। বীৰপত্নী আমি
হত স্বামী সমৰত অন্যায় যুদ্ধত
অকালত হায়। সখি। থাকিম কি কৰি
সি দুখ হিয়াত সহি? কি কৰি ঘৰত
থাকিম হে প্ৰাণ সখি। নিবিচাৰি তাৰ
প্ৰতিহিংসা? —মুলা সখি। অৰ্দ্ধাঙ্গী স্বামীৰ। (তৃতীয় সৰ্গ)

মুলাই এটি নাৰী বাহিনী গঠন কৰি মুহিনাৰে সৈতে ৰণক্ষেত্ৰলৈ প্ৰস্থান কৰিলে।

## ॥ চতুৰ্থ সৰ্গ ॥

মুলা গাভৰু যথাসময়ত আহোম সৈন্য শিবিৰত উপস্থিত হল। সেনাপতি চাওৰ

মৃত্যুত চাৰিজন পালী সেনাপতি—চুক্লেন চুৰেন্দ্ৰ চুখেঙ্গ আৰু চুতেঙ্গৰ ভগ্নোৎসাহ দেখি মূলাই তেওঁলোকৰ কাপুৰুষালিৰ নিন্দা কৰিলে আৰু বীৰত্বৰ মন্ত্ৰেৰে তেওঁলোকক দীক্ষিত কৰিলে

কি কাজ প্ৰাণত যদি হবা কাপুৰুষ?
নেদেখাবা যদি বীৰ্য্য বিপক্ষ পক্ষক
সমৰ ক্ষেত্ৰত গই? স্বদেশৰ হেতু
দেশৰ মঙ্গল অৰ্থে সুচাঁগিবা প্ৰাণ?
জন্মিলে মৰণ আছে—বীৰপুৰুষৰ
একবাৰ মৰণ—কিন্তু এই জগতত
শতবাৰ মৰে ভীৰু প্ৰতি মুহূৰ্ত্তত॥ (চতুৰ্থ সৰ্গ)

মূলাৰ এনে বীৰোচিত বক্তব্যত অনুপ্ৰাণিত হৈ আহোম সেনাপতিসকল পুনৰ ৰণক্ষেত্ৰলৈ ওলাল। মূলাঃ সৈন্য বাহিনীৰ নেতৃত্ব কৰিলে। ৰণক্ষেত্ৰত ভৰি দি মূলাই কি দেখিলে?

'কি ভীষণ। ভয়ঙ্কৰ॥ দৃশ্য ভযঙ্কৰ॥'
ভয়ানক। কি ভীষণ সমৰ প্ৰাঙ্গ।।
নাই স্নেহ দয়া মায়া যেনে মৰুভূত
নাই নই জলৱতী সুশীতল পানী'
কি ভীষণ। চাৰুফালে বিৰাগ বিৰোধ
লালসা জিঘাংসা হিংসা সবৰে হিয়াত
বিৰাজিছে অবিৰাম।—মৃত্যু'—মৃত্যু মাথো।।
চাৰুফালে মৃত্যু ছবি। কি ভীষণ চিত্ৰ॥
প্লাবিত ধৰণী আজি অজস্ৰ শোণিতে
মানৱৰ—ঘূৰে ঘূৰে শিয়াল কুকুৰ
নৰমাংসলোভী—উৰে ওপৰে শগুণী
কৰি তললই ঠোঁট—আছে ঠায়ে ঠায়ে
পৰি কত মৃত হস্তী অশ্ব কত নৰ
(কত যোদ্ধা আহোমৰ কত যৱনৰ॥) (চতুৰ্থ সৰ্গ)

ৰণক্ষেত্ৰত মলাই দেখিলে—চাওৰ মৃতদেহ ধূলিত লুটি লৈ পৰি আছে। চাৰিও কাষে পৰি আছে শত্ৰু মিত্ৰ অগণন সৈন্যৰ মৰা শ। জীৱিতকালৰ সকলো ভেদাভেদ হিংসা প্ৰতিহিংসাৰ ভাৱ পৰিহাৰ কৰি একেলগে ধৰাশায়ী হৈ এই মৃত সৈন্যবোৰে যেন অনন্ত শান্তি লাভ কৰিছে। স্বামী চাওৰ প্ৰাণহীন দেহাটি সাৱটি বীৰাঙ্গনা মূলা সংজ্ঞাহীন হৈ মাটিত বাগৰি পৰিল। তেনে তন্ময় অৱস্থাত মূলাৰ সমুখত চাওৰ

প্ৰেতাত্মা আৱিৰ্ভাৱ হ'ল আৰু স্বদেশৰ বাবে কৰা আত্মোৎসৰ্গৰ মহিমা কীৰ্ত্তন কৰিবলৈ ধৰিলে

স্বদেশৰ স্বাধীনতা তাৰ অৰ্থে যিটে
জীৱন উৎসৰ্গ কৰি মৰে সমৰত—
মৃত্যু তাৰ হয় শান্তি মহানিদ্ৰা তাৰ
অনন্ত বিশ্ৰাম মাথো। বিশ্বজননীৰ
কোলাত (শান্তিৰে ভৰা) অগ্নি তাৰ কাৰে
সুধাংশুৰ ৰশ্মি যেন, ভূমি শয্যা তাৰ
ফুলৰ কোমল শয্যা শেল শূল গাত
মাথো। পুষ্প বৰিষণ (চতুৰ্থ সৰ্গ)

চাওঁৰ প্ৰেতাত্মা অন্তৰ্দ্ধান হ'ল আৰু মলাই সজ্ঞা ঘুৰাই পালে। ৰণোন্মত্তা হৈ মূলাই শত্ৰুক আক্ৰমণ কৰিলে।

## ॥ পঞ্চম সৰ্গ ॥

মুছলমানৰ পালী সেনাপতি তাঙ্গু আৰু বঙ্গাল আহি প্ৰধান সেনাপতি তুৰ্ব্বকক সংবাদ দিলেহি যে যুদ্ধক্ষেত্ৰত আহোম ৰমণী মূলা গাভৰুৱে যাদু বিদ্যাৰ সহায় লৈছে আৰু তেওঁলোকৰ অসংখ্য সৈন্য নিধন কৰিছে। এনেহলে তেওঁলোকৰ পৰাজয় সুনিশ্চিত। সেয়ে যুদ্ধ বৰ্জন কৰি তেওঁলোক স্বদেশাভিমুখে প্ৰস্থান কৰাই শ্ৰেয়। পালী সেনাপতি দুজনক ভগ্নোদ্যম দেখি সেনাপতি তুৰ্ব্বকে কলে যে আহোম ৰমণীৰ যাদুবিদ্যা তেওঁৰ ৰণ কৌশলৰ বাহিৰে অন্য একো নহয়। কাপুৰুষৰ দৰে যুদ্ধ এৰি পলাই গলে তেওঁলোকৰ চিৰকলীয়া অপযশ হৈ যাব।

## ॥ ষষ্ঠ সৰ্গ ॥

মলাই শত্ৰুৰ বিপক্ষে তিনি দিন ধৰি লেথেৰি নিছিগা ৰণ দিলে। পালী সেনাপতি চুক্ৰেনে তেওঁক অকণমান জিৰণি লবলৈ খাটিলে কিন্তু মলাই জিৰণি নললে। এই যুদ্ধত মূলাই অসীম পৰাক্ৰমেৰে তাঙ্গু আৰু বঙ্গালক বধ কৰিলে।

## ॥ সপ্তম সৰ্গ ॥

এজন এজনকৈ পালী সেনাপতিৰ নিধন হোৱাত শত্ৰুসৈন্যৰ মনোবল ভাগি পৰিল। সেনাপতি তুৰ্ব্বকে সাধ্যানুসাৰে সৈন্যবিলাকক মনোবল যোগাই থাকিল আৰু জীৱনৰ শেষ পৰ্য্যন্ত যুজিবলৈ তেওঁলোকক আহ্বান জনালে।

অৱশেষত মূলা গাভৰু তুৰ্ব্বকৰ লগত এক তয়াময়া ৰণত অৱতীৰ্ণ হল। যুদ্ধ চলি থকা অৱস্থাত গোপনে অন্যায়ভাৱে এটা মুছলমান সৈন্যই মূলা গাভৰুক হত্যা কৰিলে।

মুলাৰ পতনত মুহিলা মৰ্মাহত হল। কিন্তু মুলাৰ মৃত্যুকালৰ নির্দেশত অনুপ্রাণিত হৈ মুহিলাই যুদ্ধৰ নেতৃত্ব দিবলৈ সাজু হল।

## ॥ অষ্টম সৰ্গ ॥

এনে সময়তে আহোম সৈন্য বাহিনীৰ নেতৃত্ব দিবলৈ আগবাঢ়ি আহিল কনচেঙ বৰপাত্ৰ গোহাঁই। বীৰাঙ্গনা মুলাৰ অন্ত্যেষ্টি ক্রিয়া সমাপণৰ পাছত সেনাপতি কনচেঙে চুক্লেন চুৰেঙ চুপ্ৰেঙ আৰু চুতেঙৰ লগত মন্ত্রণা কৰি দ্বিগুণ উৎসাহে ৰণক্ষেত্রত জঁপিয়াই পৰিল। কনচেঙ আৰু তুৰ্ব্বকৰ মাজত প্রথমে বাক্ যুদ্ধ আৰু পিছত তৰোৱাল যুদ্ধ অনুষ্ঠিত হল। অসীম সাহস প্রদর্শন কৰি কনচেঙে তুৰ্ব্বকক বধ কৰিলে। ইয়াৰ পিছত তেওঁ আন এজন মুছলমান সেনাপতি হুচেন খাঁকো বধ কৰিলে।

## ॥ পর্য্যালোচনা ॥

যুদ্ধক্ষেত্রত আহোম ৰমণী ছিতেশ্বৰ বৰবৰুৱাৰ কবি কৃতিৰ চৰম নিদর্শন। ব্যক্তিগত বিৰহ বেদনাই তিৰোঁতাৰ আত্মদান কাব্যৰ লালিত্য হ্রাস কৰাৰ কথা কবিয়ে নিজেই উল্লেখ কৰিছে। এনে বিৰহ বেদনাৰ পৰা মুক্ত হৈ যুদ্ধক্ষেত্রত আহোম ৰমণী ৰচনা কৰাৰ কথা কবিয়ে এনেদৰে কৈছে

ভাঙ্গি চুৰমাৰ হোৱা
হিয়াখনি পুনু ধৰি
পৰ্ব্বতৰ শিল আনি
গাথিলো পুনৰ।
নতুন গাঁথনি গাঁথি
ভঙ্গাৰিয়া পুনু গঢ়ি
গাঁথিলো ই মালাধাৰি
অতি সাদৰৰ॥

কাব্য কাহিনীত আংশিকভাৱে মধুসূদনৰ মেঘনাদবধৰ প্রভাৱ পৰিলক্ষিত হয়। মধুসূদনৰ দৰে বৰবৰুৱাই কাব্যখনিত বীৰৰসৰ কীৰ্ত্তন কৰিবলৈ প্রয়াস কৰিছে। কাব্যৰ নায়ক চাওলুঙ মেঘনাদৰ অন্য ৰূপ। মেঘনাদৰ দৰে চাৱে পত্নীৰ পৰা বিদায় লৈ যুদ্ধলৈ গৈছে আৰু মেঘনাদৰ দৰে অন্যায়ভাৱে যুদ্ধত নিহত হৈছে। চাও-পত্নী মুলা মেঘনাদ পত্নী প্ৰমীলাৰ অন্য ৰূপ। কাব্যৰ দুই সখী—মুলা আৰু মুহিলা মেঘনাদবধৰ দুই সখী—প্ৰমীলা আৰু বাসন্তীৰ সদৃশ। কাব্য কাহিনীৰ স্বতন্ত্রতা ৰক্ষা কৰি চৰিত্র চিত্রণ কৰোঁতে কবি যে মধুসূদনৰ দ্বাৰা বিশেষভাৱে প্রভাৱান্বিত হৈছে— তাক তলৰ উদ্ধৃতিয়ে প্রমাণ কৰে

(১)— ধৰিবলৈ কান্দিব
চকুৰ চকুলো টুকি ৰক্ষকুল মুতে
কনক লঙ্কাত যেনে ৰাৱণৰ আগে
টুকিছিল চকু পানী নিবেদি শোকেৰে
বীৰবাহু মৃত্যু কথা। (২য় সৰ্গ)

(২) বুলিলে মূলাই—
জানিলো কটকি। মই বুজিলো সকলো—
নিৰস্ত্ৰ কালত হায়! বধিলে স্বামীক,
নিকুম্ভিলা যজ্ঞঘৰে সৌমিত্ৰীয়ে যেনে
বধিলে লঙ্কাৰ ৰবি বীৰ ইন্দ্ৰজিত—
নতু—কিম্বা আৰ্জ্জুনিক বেৰি সপ্তৰথী
অন্যায় সমৰ কৰি কুৰু সমৰত॥ (২য় সৰ্গ)

(৩) অন্ত্যেষ্টি সমাপ্ত কৰি আপোন পুত্ৰৰ
আহে নিৰানন্দ মনে যেনে ৰক্ষৰাজ
ৰাঘৰাৰি দশানন টুকি চকুপানী
ৰক্ষকুল বীৰ সতে—আহিলে সি ৰূপে
কনচেঙ বৰপাত্ৰ লগে লগে বহু
আহোমৰ সৈন্য সেনা সমাপ্তি অন্ত্যেষ্টি
মূলাৰ স্বামীৰ সতে নইৰ দাঁতিত। (৮ম সৰ্গ)

শেক্সপীয়েৰৰ কাব্য আদৰ্শৰ দ্বাৰাও বৰবৰুৱা বিশেষভাৱে প্ৰভাৱান্বিত। শেক্সপীয়েৰ আৰু মধুসূদনৰ নায়ক নায়িকাবোৰে দৈবৰ (Destiny) অপৰিসীম লীলাৰ ওচৰত আত্মসমৰ্পণ কৰে। বৰবৰুৱাৰ নায়ক নায়িকাবোৰেও একেদৰে দৈৱৰ লিখন মানি লৈছে। এইখিনিতে এটি মন কৰিবলগীয়া পাৰ্থক্য হ'ল এয়ে যে শেক্সপীয়েৰ মধুসূদনৰ দৈব ধৰ্ম্মীয় জন্মান্তৰবাদৰ ওপৰত প্ৰতিষ্ঠিত নহয় কিন্তু বৰবৰুৱাৰ দৈব ধৰ্ম্মীয় জন্মান্তৰবাদৰ কৰ্ম্মফলৰ প্ৰতীক মাথোন। দাৰ্শনিক তত্ত্বৰ মূলগত পাৰ্থক্য যিয়েই নহওক বৰবৰুৱাৰ কাব্যত মধুসূদনৰ দৰে শেক্সপীয়েৰৰ প্ৰভাৱ লক্ষ্য কৰিবলগীয়া। শেক্সপীয়েৰৰ নায়ক নায়িকাবোৰৰ দৰে বৰবৰুৱাৰ নায়ক নায়িকাবোৰেও জীৱনটোক ৰঙ্গমঞ্চ মানৱক এখন ৰঙ্গমঞ্চৰ ভাৱৰীয়া আৰু দৈৱক ৰঙ্গমঞ্চৰ পৰিচালক হিচাবে গ্ৰহণ কৰিছে। মূলা গাভৰুৱে যুদ্ধক্ষেত্ৰত অসীম বিক্ৰমেৰে যুঁজি প্ৰাণ হেৰুৱাব লগাৰ আগ মুহূৰ্ত্তত সখী মুহিলাৰ আগত এই জীৱন তত্ত্ব ব্যাখ্যা কৰিছে

কিয় মিছা কৰা শোক? এই ৰঙ্গ ভূমিত
(ভাৱনাৰ ছোঁৱাঘৰত) নানা বেশ ধৰি

কৰে নানা ক্ৰীড়া নৰ ক্ৰীড়া শেষ হলে
পৰে আছি যৱনিকা—পঞ্চভূতী দেহা
হয় পঞ্চভূতে লীন বায়ুৰ পুতলি
নীৰলে যি ৰূপে হয় অদৃশ্য বায়ুত।
নহয় মানৱ মাথোঁ।—গোটেই জগত
(বিভুৰ সৃজন যত) অনিত্য সৰেই ॥ (৭ম সৰ্গ)

কাব্যৰ এই উদ্ধৃতা শহ মহাকবি শেক্সপীয়েৰৰ তলৰ প্ৰখ্যাত শাৰী কেইটিলৈ মনত পেলায়

All the worlds a stage
And the men and women merely players
They have their exits and their entrances
And one man in his time plays many parts
His acts being seven ages ১৩

কাব্যৰ নায়ক নায়িকাৰ মুখত শেক্সপীয়েৰৰ নায়ক নায়িকাৰ উক্তিৰ ধ্বনি-প্ৰতিধ্বনি শুনা যায়। আহোম সেনাপতি চাওৰ মৃত্যুত নীৰোৎসাহ হোৱা পাণী সেনাপতিসকলক উদ্দেশি মূলা গাভৰুৱে কৈছে

কি কাজ প্ৰাণত যদি হবা কাপুৰুষ ?
নেদেখাবা যদি বীৰ্য্য বিপক্ষ পক্ষক
সমৰ ক্ষেত্ৰত যা স্বদেশৰ হে
দেশৰ মঙ্গল অৰ্থে সুচৰ্গিবা প্ৰাণ ?
জন্মিলে মৰণ আছে—বীৰ পুৰুষৰ
এবাৰ মৰণ—কিন্তু এই জগতত
শতবাৰ মৰে ভীৰু প্ৰাণ মুহূৰ্ত্তত ॥ (৪ৰ্থ সৰ্গ)

আৰু এই উক্তিয়ে আমাৰ মনলৈ আনে কেনেকৈ—শেক্সপীয়েৰৰ জুলিয়াচ চীজাৰে পত্নী কালফুৰ্ণিয়াৰ আগত মৃত্যু কাপুৰুষৰ বাবে কেনে আৰু বীৰ পুৰুষৰ বাবে কেনে তাৰ এটি সজ্ঞা দাঙি ধৰাৰ কথা —

Cowards die many times before
their deaths
The valiant never taste of death
but once
Of all the wonders that I yet have heard
It seems to me most strange that men should fear

১৩। William Shakespeare As You Like It Act 3 S^c I

Seeing that death a necessary end
Will come when it will come ১৪

কাব্য কাহিনীত মহাকাব্যিক গাম্ভীৰ্য্য আনিবৰ বাবে কবিয়ে ইলিয়াড ওডিচী ৰামায়ণ মহাভাৰতৰ উপমা গ্ৰহণ কৰা দেখা যায়। উদাহৰণ স্বৰূপে মুলা তুৰ্ব্বকৰ যুদ্ধ বৰ্ণনা কৰোঁতে কবিয়ে কুৰু পাণ্ডৱৰ যুদ্ধ আৰু গ্ৰীক ট্ৰজানৰ যুদ্ধৰ উল্লেখ কৰি মহাকাব্যিক উপমাৰ ( Epic Simile ) সহায় লৈছে

ই বুলি মুলা গাভৰু ওলালে যুদ্ধত—
ওলালে আহোম সেনা—লৰে সৰে খোজ
সমৰ ক্ষেত্ৰৰ ফালে। পাঠানৰো সেনা
আছিল সিফালে সাজি—হল দুপক্ষৰে
সন্মুখা সন্মুখি পুনু—লাগিল সমৰ
দুপক্ষৰে ঘোৰতৰ কুৰু সমৰত
যেনে কুৰু পাণ্ডৱৰ—নতুবা তাহানি
গ্ৰিচীয় যোদ্ধাৰে সতে ট্ৰোজনীয় সোাৰ
ট্ৰয় সমৰত যেনে নাহ কিন্তু কাৰো
জয় কিম্বা পৰাজয় বহু পৰলকে ॥ ( ৭ম সৰ্গ )

কাব্যখনিত হিন্দুৰ শ্ৰেষ্ঠ ধৰ্ম গ্ৰন্থ গীতাৰ কৰ্ম্মবাদৰ এটি সুস্পষ্ট প্ৰভাৱ লক্ষ্য কৰা যায়। জীৱন আৰু মৃত্যুৰ ওপৰত মানৱৰ অধিকাৰ নাই। গীতাৰ কৰ্ম্মবাদে সেয়ে মানৱক কৰ্ম্মমুখী কৰি তুলিবলৈ চেষ্টা কৰিছে। এনে হিন্দু দাৰ্শনিক প্ৰভাৱে বৰবৰুৱাৰ কাব্যৰ নায়ক নায়িকাসকলক পৰিচালিত কৰাৰ বাবে এওঁ নায়িকা নায়িকাবোৰৰ বাবে মৃত্যুৱেই জীৱনৰ শেষ সিদ্ধান্ত নহয়। এটা জীৱন অনন্ত জীৱনৰ একাংশহে মাথোন। এটা জীৱন শেষ হলে মানবাত্মাই পুনৰ জীৱন লাভ কৰে। গতিকে জীৱনৰ অনন্ত সোঁতত উটি যাওঁতে মানুহৰ বাবে একেটি মাত্ৰ মূলমন্ত্ৰ হল—কৰ্ম্ম। এনে দাৰ্শনিক চিন্তা লোকপ্ৰদীপৰ নাৰবা মধুসূদনৰ দাৰ্শনিক চিন্তাৰ পৰা সম্পূৰ্ণ বেলেগ। কাব্যত মূৰ্চ্ছিতা মনাৰ সমুখত চাওৰ প্ৰেতাত্মা আৱিৰ্ভাৱ হৈ এই কৰ্ম্মবাদৰ তত্ত্ব দাঙি ধৰিছে

কিয় কৰা শোক
তোমাৰ স্বামীৰ অৰ্থে? কি হৈছে তাৰ?
নশ্বৰ জীৱনৰ নিৰ্দ্দিষ্ট দিনত
আদিষ্ট কৰ্ত্তব্য সাধি লৈছে বিশ্ৰাম
জীৱ কিয় মাতা তাক? কিয় মিছা কান্দা?
কান্দি কিয় দুখাবা? বিশ্ৰামৰ পাছে

১৪। William Shakespeare Julius Caesar Act 2 Sc ii

উঠিব আকউ লভি নতুন জীৱন
সাধিব নতুন কাম, বিশাল বিশ্বত
কম্ম মাথোন মূল মন্ত্ৰ—কৰ্মক্ষেত্ৰ বিশ্ব
কৰ্ম্মই জীৱন সাৰ—বীৰ পত্নী তুমি
কৰ্ম্ম কৰা। — (৪ৰ্থ সৰ্গ)

আগৰ দুখন কাব্যৰ দৰে যুদ্ধক্ষেত্ৰত আহোম ৰমণীতো কবিৰ স্বদেশ প্ৰীতিৰ জ্বলন্ত নিদৰ্শন পাওঁ। মূলা গাভৰু আৰু মুহিলাৰ যি জাতিৰ বীৰত্বৰ প্ৰতিনিধিত্ব কৰে সেই জাতি কালক্ৰমত এলেহুৱা অকৰ্মণ্য কানীয়া জাতিত পৰিণত হ'ল। সেয়ে কাব্যত মূলাৰ বীৰত্বৰ কাহিনী বৰ্ণাওঁতে কবিয়ে অসমীয়া জাতিৰ ওপৰত ব্যঙ্গাত্মক উক্তি কৰিছে। কবিৰ এনে প্ৰত্যক্ষ উক্তিয়ে কাব্য কাহিনীৰ সাৱলীল গতি ব্যাহত কৰিলেও স্বদেশ প্ৰীতিৰ দিশৰ পৰা ইয়াৰ এটি নিজস্ব মূল্য আছে। বুৰঞ্জীমূলক কাহিনীৰ ভেটিত কাব্য ৰচনা কৰাৰ মুখ্য উদ্দেশ্য এনে উক্তিয়ে পৰিষ্কাৰ কৰি দিয়ে

কিবা সাধ্য হিতেশৰ? কি মন্ত্ৰ বলত
উঠাব জগাই দেবি! নিদ্ৰিত জাতিক?
অথবা যি জাতি আজি আলস্য সাৰটি
নিশ্চিন্ত মনেৰে আছে ঘোৰ টোপনিত
শুনাই সি বীৰ কীৰ্ত্তি কাহানি কাৰ—
বজাই ৰৈ ভগা বীণা (অকালত যাৰ
ছিগিলে হঠাতে তাৰ।)? ভগা ভগা সুৰে
সি ভগা বীণাৰ দেবি! পাৰিব জগাব
পুনু কি সি আহোমক? আসাম বাসীক?

মোৰা মাতৃ! হে ভাৰতী! ধৰিছো পাৰত—
গোৱা বীৰ কীৰ্ত্তি গীত-বজোৱা বীণাত
বীৰ ৰস। ৰলা দেবি! কৰা কাণে কাণে
আসামৰ প্ৰাতজনে—গোৰ্ভেক তোমাক
পাণৰ খোলাত আজি? চকু দুটি মুদি
আলস্য সাৱটি থাকা? নাসাধি নিজৰ
জাতীয় উন্নতি যাৰ জাতিত এদিন
যুজিছিলে বীৰাঙ্গনা ত্যজিছিলে প্ৰাণ
দেশৰ মঙ্গল হেতু—ৰাখিব দেশৰ

স্বাধীনতা —কীৰ্ত্তি—যশ — আছিল যি জাতি
স্বাধীন একাদিক্ৰমে সপ্তশত বৰ্ষ
কৰিলে ৰাজত্ব? তাৰ সন্ততি সন্তান
পাপৰ খোলাত আজি? কি লজ্জা!
হা ধিক॥ (৬ষ্ঠ সৰ্গ)

কাব্য কহিনীৰ সাৱলীল গতিবেগ অমিত্ৰাক্ষৰ ছন্দৰ নিতোল ব্যৱহাৰ বীৰৰসৰ প্ৰাধান্য মহাকাব্যিক ঘটনাৰ উল্লেখ গীতাৰ কৰ্ম্মবাদৰ প্ৰেৰণা আৰু কবিৰ উগ্ৰ স্বদেশপ্ৰীতিয়ে কাব্যখনি উচ্চ পৰ্য্যায়লৈ লৈ গৈছে। এই কাব্যত কবিৰ ব্যক্তিগত বিৰহ বেদনাই জুমুৰি দিয়া নাই আৰু সেই বাবেই কাব্যখনি সুখ পাঠ্য হৈছে।

যুদ্ধক্ষেত্ৰত আহোম ৰমণী—কাব্য হিচাবে কিছু ক্ষেত্ৰত অৱশ্যে নিখুঁত হব পৰা নাই। এই কাব্যত মূল কাহিনীক উদ্দীপ্ত কৰিব পৰা কোনো উপ কাহিনী সংযোজিত হোৱা নাই। কাব্যৰ চৰিত্ৰসমূহো ছাঁ পোহৰৰ মাজেদি মানৱীয় হৈ উঠা নাই। কাব্য কাহিনীয়ে চৰিত্ৰৰ বিকাশ সাধন কৰাৰ সলনি চৰিত্ৰৰ খাতিৰতহে যেন কাহিনীৰ সৃষ্টি কৰা হৈছে। মূলাৰ বীৰত্বৰ কথা ব্যাখ্যাৰ বাবেহে কবিয়ে অন্য চৰিত্ৰসমূহ মূলাৰ ছাঁয়া উপছায়া হিচাবেহে অঙ্কিত কৰিছে। চাও বা মূলাৰ কোনো মানৱীয় দুৰ্ব্বলতা দেখুৱা হোৱা নাই। অথচ তেওঁলোক মেঘনাদ প্ৰমীলাৰ দৰে দৈৱৰ বলি হব লগা হৈছে। দৈৱৰ ওপৰত বাৰো হাত নাই সচা তথাপি মানৱীয় দুৰ্ব্বলতাই মানৱৰ ভাগ্য নিৰ্ণয় কৰে। মানৱৰ এনে চাৰিত্ৰিক দুৰ্ব্বলতাই মহাকাব্যৰ নায়ক নায়িকাৰ গতিপথ নিয়ন্ত্ৰণ কৰে। উদাহৰণ স্বৰূপে মেঘনাদৰ মৃত্যু হৈছে—তেওঁৰ নিজৰ ভুলৰ বাবে নহলেও পিতৃ ৰাৱণৰ ভুলৰ বাবে। মেঘনাদবধ কাব্যত লক্ষ্মণে ৰামৰ আগত মেঘনাদ বধৰ কাৰণ ব্যাখ্যা কৰি এনেদৰে কৈছে

অৱশ্য আচাৰি এই ৰক্ষকুলপতি
তাৰ পাপে হতবল হবে ৰণভূমি
মেঘনাদ মৰে পুত্ৰ জনকেৰ পাপে ১৫ (৩য় সৰ্গ)

তদুপৰি কাব্যখনিত বিভিন্ন ৰসৰ সমাবেশ ঘটা নাই। কাব্যৰ আদিৰ পৰা অন্তলৈ বীৰৰসৰ প্ৰাচুৰ্য্যহে দেখা যায়। কেৱল ছেগা চোৰোকাকৈ করুণ আৰু ৰৌদ্ৰ ৰসে ভুমুকি মাৰিলেও সি অন্তস্পৰ্শী হোৱা নাই। আনকি চাও আৰু মূলাৰ স্বামী স্ত্ৰীৰ সম্পৰ্ক মেঘনাদ প্ৰমীলাৰ সম্পৰ্কৰ দৰে স্বাভাৱিক আৰু মানৱীয় হোৱা নাই। কাব্যখনিত কবিৰ দৃষ্টি কেৱল মূলাৰ বীৰত্ব প্ৰদৰ্শনতে নিবদ্ধ হৈছে মূলাৰ অন্তৰৰ মানৱীয় ভাৱ অনুভূতিলৈ তেওঁ সম্পূৰ্ণভাৱে আওকাণ কৰিছে। তাৰ ফলত মধুসূদনৰ মেঘনাদবধৰ যি মানৱীয় আবেদন—যুদ্ধক্ষেত্ৰত আহোম ৰমণীত তাক বিচাৰি পোৱা নাযায়। আন

১৫। মধুসূদন দত্ত মেঘনাদবধ তৃতীয় সৰ্গ।

এটি উল্লেখযোগ্য কথা হল—এই কাব্যত বৰবৰুৱাৰ আন দুখন কাব্যত থকাৰ দৰে কোনো নৈসৰ্গিক বৰ্ণনাৰ প্ৰাচুৰ্য্য দেখা নাযায়। প্ৰভাত সন্ধিয়া ৰজনী উদ্যান নাৰীৰ ৰূপ লাৱণ্য আদিৰ বৰ্ণনা ইয়াত নাই। কেৱল যুদ্ধক্ষেত্ৰৰ এটি ভয়াবহ দৃশ্যহে বৰ্ণনা কৰা হৈছে। আনকি কোনো লোকবিশ্বাস বা অন্ধবিশ্বাসেও ইয়াত স্থান পোৱা নাই। মুঠতে সাহিত্যিক মহাকাব্যত থাকিবলগা ভালেখিনি গুণৰ অভাৱ এই কাব্যত লক্ষ্য কৰা যায়। আজিকৰ দিশৰ পৰা বৰবৰুৱাৰ কমতাপুৰ ধ্বংসৰ বলিষ্ঠ পদক্ষেপ যুদ্ধক্ষেত্ৰত আহোম ৰমণীত শিথিল হৈ গল।

কাব্যৰ ভাষা সম্পৰ্কে কবিয়ে নিজৰ মতামত এই কাব্যখনিত দাঙ্গি ধৰিছে। নিভাঁজ অসমীয়া শব্দ ব্যৱহাৰ কৰি কাব্য ৰচনা কৰা বাবে বৰবৰুৱাই অসমীয়া সুধী সমাজৰ পৰা ভূয়সী প্ৰশংসা পাইছিল। কিন্তু বৰবৰুৱাই কাব্যত সম্পূৰ্ণ ঘৰুৱা শব্দ ব্যৱহাৰ কৰাৰ সপক্ষে মত পোষণ নকৰি সংস্কৃত ভাষাৰ শব্দৰ প্ৰয়োগ কাব্যৰ বাবে প্ৰয়োজনীয় বুলি মত পোষণ কৰিছে। এই কাব্যৰ পাতনিত তেওঁৰ মতামত এনেদৰে দাঙ্গি ধৰিছে

"Most writers of the present age hold that the use of the simplest words of our language is of universal acceptance The author also holds the same view but in some cases especially in writing poems in epic form and having regard also to the nature of the plots neglect of such a strict observance of the rule becomes necessary Moreover in the opinion of the same author our mother language will get poorer in time if we leave out of use in places where it seems fit to use the words of Sanskrit derivation Under the impression the author has used in this present work of his some such words of Sanskrit origin although however he is not quite confident as to how far his view is correct

আমাৰ আলোচনাৰ কাব্যা শৰ উদ্ধৃতিবোৰে বৰবৰুৱাৰ কাব্যভাষা সম্পৰ্কীয় মতৰ যুক্তিযুক্ততা প্ৰমাণ কৰে। বৰবৰুৱাৰ এই মত যে সৰ্ব্বজনসন্মত তাক প্ৰসিদ্ধ ২ ৰাজ কবি টি এছ এলিয়টৰ এটি মন্তব্যই প্ৰমাণ কৰে

"We cannot in literature live in a perpetual state of revo lution If every generation of poets made it their task to bring poetic diction up to date with the spoken language poetry would fail in one of its most important obligations For poetry should

help not only to refine the language of the time but to prevent it from changing too rapidly a development of language at too great a speed would be a development in the sense of progressive deterioration and that is our danger to day' ১৬

ওপৰৰ আলোচনাৰ পৰা এই কথা পৰিষ্কাৰ হয় যে যুদ্ধক্ষেত্ৰত আহোম ৰমণী সাহিত্যিক মহাকাব্যৰ আঙ্গিকৰ ফালৰ পৰা সৰ্ব্বাঙ্গসুন্দৰ নহলেও ই বৰবৰুৱাৰ কাব্য প্ৰতিভাৰ এক পৰিপক্ক নিদৰ্শন। আগৰ দুখন কাব্যৰ বহু দোষ ত্ৰুটীৰ পৰা এই কাব্য খনি মুক্ত। বিশেষকৈ কবিৰ ব্যক্তিগত বিৰহ বেদনাৰ কথাই কাব্য কাহিনীৰ গতি ব্যাহত কৰা নাই। কাব্যৰ ভাষা আৰু বিষয় বস্তু নিৰ্ব্বাচনত এই কাব্যতে কবিয়ে এটি সুস্পষ্ট মতো দাঙ্গি ধৰিছে। স্বদেশৰ স্বাধীনতা ৰক্ষাৰ বাবে মূলা গাভৰুৱে যি বীৰত্ব প্ৰদৰ্শন কৰি যুদ্ধক্ষেত্ৰত প্ৰাণ এৰিলে তাৰ কাব্য কাহিনীয়ে চিৰদিন অসমীয়া সাহিত্যৰ ভঁৰাল চহকী কৰি ৰাখিব।

১৬। T S Eliot On Poetry and Poets P 160

## || চতুৰ্থ অধ্যায় ||

# || হিতেশ্বৰ বৰবৰুৱাৰ অন্যান্য কাব্যসমূহ ||

## (আভাস কাব্য ঃ বিৰহিণী বিলাপ কাব্য ঃ ডেচ্‌দিমোনা কাব্য অঙ্গিলা কাব্য)

### || কাব্য-প্ৰণালীৰ অভিনৱত্ব ||

আধুনিক কাব্য বুলিলে আমি সাধাৰণতে সাহিত্যিক মহাকাব্যক (Literary or Secondary Epic) বুজোঁ। মিল্টনৰ পেৰেডাইজ লষ্ট মধুসূদনৰ মেঘনাদবধ আদি এই শ্ৰেণীৰ কাব্য। মহাভাৰত ৰামায়ণ ইলিয়াড আৰু অডিচী আদি মহাকাব্যক স্বভাৱজাত বা প্ৰাথমিক (Epic of Growth or Primary Epic) মহাকাব্য বুলি আখ্যা দিয়া হয়। প্ৰাথমিক মহাকাব্য কোনো এটা বিশেষ যুগৰ এজন বিশেষ কবিৰ সৃষ্টি নহয়। ই বহুযুগৰ সঞ্চিত অভিজ্ঞতাৰ ভাণ্ডাৰ। আনহাতে সাহিত্যিক মহাকাব্য কোনো এক বিশেষ সময়ৰ বিশেষ কবিৰ সাহিত্যিক সৃষ্টি। উইলিয়াম হেনৰী হাডচনে মহাকাব্যৰ এই শ্ৰেণী বিভাগৰ কথা উল্লেখ কৰি কৈছে For purposes of historical study this (Epic) has to be subdivided into primitive epic and later epic The former of these has also been called the epic of growth to mark the fact that unlike the epic of art with which it is thus coustrasted it is not in its entirety the work of a single author but to some extent the result of a process of evolution and that a large amount of pre existing material in the shape of floating legends and earlier folk poems and sagas is gathered up in its composition [১]

স্বভাৱজাত মহাকাব্য (Epic of Growth) আৰু সাহিত্যিক মহাকাব্যৰ (Literary Epic) মাজত এনে মূলগত পাৰ্থক্য সত্ত্বেও মহাকাব্যৰ লক্ষণ সম্পৰ্কে কোনো ধৰাবন্ধা সীমা ৰেখা নাই। সাহিত্যিক মহাকাব্য স্বভাৱজাত মহাকাব্যৰ গু

১। William Henry Hudson An Introduction to the Study of Literature p 105 106

আৰু গৰিমাৰে কোনো কোনো বিশেষ প্ৰতিভাৱান কবিৰ স্বকীয় চিন্তাৰ মাজেদি গঢ় লৈ উঠে। সেয়ে মহাকাব্যৰ লক্ষণৰ কথা আলোচনা কৰোতে আমি স্বভাৱজাত মহা কাব্যক চকুৰ আগত ৰাখিব লগা হয় আৰু এই লক্ষণসমূহ কম বেছি পৰিমাণে সাহিত্যিক মহাকাব্যত বিৰাজমান হৈ থকা দেখা যায়। প্ৰাচ্য পাশ্চাত্যৰ সমালোচক পণ্ডিতসকলে মহাকাব্যৰ লক্ষণ সমূহ জুকিয়াই উলিয়াবৰ চেষ্টা কৰিছে। উদাহৰণ স্বৰূপে ই এম ডব্লিউ টিলয়াডে তেওঁৰ ডা ই লিচ এপিক্ এণ্ড ইটছ বেকগ্ৰাউণ্ড' (The Fnglish Fpic and Its Background) নামৰ প্ৰখ্যাত গ্ৰন্থত মহাকাব্যৰ লক্ষণ সমহ চালি জাৰি উলিয়াইছে। চি এম বাওৰাই তেওঁৰ ফ্ৰম ভাজ্জিল টু মিল্টন ( From Vigril to Milton ) নামৰ গ্ৰন্থত মহাকাব্যৰ গুণাগুণ বিচাৰ কৰিছে। ভাৰতীয় সমালোচক পণ্ডিত বিশ্বনাথ চক্ৰৱৰ্ত্তীয়ে তেওঁৰ সাহিত্য দপ ণতো মহাকাব্যৰ লক্ষ াসমহৰ পূঙ্খানুৰূপে বিচাৰ কৰিছে। এই সমালোচকসকলৰ আলোচনাৰ মূল হিচাবে মহাকাব্যৰ লক্ষ ।সমহ তলত দিয়া ধৰণে জুকিয়াই পেলাব পাৰি "(১) বিষয়ৰ ব্যাপকতা (২) বহু শাখা প্ৰ ।াখাৰ লগত মলৰ সম্বন্ধ নিৰ্বাহ (৩) চৰিত্ৰৰ বহুলতা (৪) বৰ্ণনাত্মকতা (৫) বহুৰসা স্নকতা (৬) বীৰত্ব আৰু ঔদাহৰ প্ৰাধান্য (৭) মানৱ জীৱনৰ বিচিত্ৰ অভিব্যক্তি (৮) আদ। আৰু চিৰন্তন সত্যৰ ৰূপায়ণ (৯) উদাত্ত ভাষাশৈলী ( ) জাতীয় সা স্কৃতিক চেতনা (১১) নৈসৰ্গিক শোভা চিত্ৰণ (১২) মহৎ উদ্দেশ্য ( ৩) সৰ্গ ৰচনা [২]

আমি ইতিপূৰ্বে আলোচনা কৰা অসমীয়া কাব্য কেইখনিত ওপৰত উল্লেখ কৰা লক্ষণসমূহ কম বেছি পৰিমাণে আছে আৰু সেয়ে এই কাব্যসমূহক সাহিত্যিক মহা কাব্য আখ্যা দিয়া হৈছে। এই বিধ কাব্যৰ উপৰি আন এবিধ কাব্য আছে যাক আমি এই শ্ৰেণীত ৰ নোৱাৰে।। বহিৰঙ্গত সৰ্গ বিভাজনেৰে সাহিত্যিক মহাকাব্য যেন লাগিলেও এই শ্ৰেণীৰ প্ৰকৃতে দীৰ্ঘ াৰয়বী কবিতা ( Longer Narrative Poems ) আখ্যা দিয়া হয়। মাইকেল মধুসূদন দত্তৰ বীৰাঙ্গনা আৰু ব্ৰজাঙ্গনা এই শ্ৰেণীৰ কাব্য—যত মেঘনাদবধ কাব্যৰ লক্ষণসমূহ পাবলৈ নাই। মধুসূদনৰ বীৰাঙ্গনা আৰু ব্ৰজাঙ্গনাৰ আৰ্হিত হিতেশ্বৰ বৰবৰুৱাই যথাক্ৰমে আভাস আৰু বিৰহিণী বিলাপ কাব্য ৰচনা কৰে। এই দুখনি কাব্যৰ উপৰিও বৰবৰুৱাই শেক্স পীয়েৰৰ ওথেলো নাটকৰ নায়িকা ডেচদিমোনাৰ ওপৰত এটি কাব্য ৰূপ দি ৰচনা কৰে ডেচদিমোনা কাব্য আৰু অলিভাৰ গল্ডস্মিথৰ উপন্যাস— ভাইকাৰ অৱ ওৱেক ফিল্ডৰ (Vicar of Wakefield) অন্তৰ্গত এটি বেলাডৰ অসমীয়া অনুবাদৰ ভিত্তিত ৰচনা কৰে অঙ্গিলাকাব্য। বৰবৰুৱাৰ এই চাৰিখনি কাব্য প্ৰকৃততে দীৰ্ঘ াৰয়বী কবিতাহে আৰু তেওঁৰ সাহিত্যিক মহাকাব্য তিনিখনৰ লক্ষণসমূহ ইয়াত পাবলৈ নাই। এই অভিনৱ কাব্য প্ৰ ।ালীৰে ৰচনা কৰা কাব্য চাৰিখনিৰ আলোচনা এটি এই অধ্যায়ত দাঙি ধৰা হৈছে।

২। ড সত্যেন্দ্ৰ নাথ শৰ্মা অসমীয়া কাহিনী কাব্যৰ প্ৰবাহ পৃ ৩

## ১॥ 'আভাস কাব্য'॥

সাহিত্যিক মহাকাব্যৰ আৰ্হিৰ পৰা সম্পূৰ্ণ পৃথক কৰি এক পৰীক্ষামূলক প্ৰচেষ্টাৰে পোন প্ৰথমবাৰৰ বাবে অসমীয়া সাহিত্যত ৰচনা কৰা হিতেশ্বৰ বৰবৰুৱাৰ আভাস কাব্য গীতিকাব্য হিচাবে এক অভিনৱ সৃষ্টি। খ্ৰীষ্টাব্দ ১৯১৪ত প্ৰকাশ পোৱা এই কাব্যখনিৰ অভিনৱত্বৰ ওপৰত মন্তব্য দি কবিয়ে কাব্যৰ পাতনিত নিজেই কৈছে আভাস কাব্যৰ বৰ্ণিত বিষয় সেইটি পাঠক পাঠিকাসকলৰ ওচৰত নতুন নহলেও এই কাব্যখনিৰ লিখা প্ৰণালী অসমীয়া ভাষাত সম্পূৰ্ণ নতুন বুলিলেও মিছা কোৱা নহয়। এই নতুন প্ৰণালী অৱলম্বন কৰি আমি কিমান দূৰ কৃতকাৰ্য্য হৈছো সে চো পাঠক পাঠিকাসকলে বিচাৰ কৰিব।

এই নতুন প্ৰণালী মাইকেল মধুসূদন দত্তৰ বীৰাঙ্গনা কাব্যৰ প্ৰণালীৰ দ্বাৰা প্ৰভাৱান্বিত হলেও স্থানৰ অভিনৱত্ব মন কৰিবলগীয়া। বীৰাঙ্গনা কাব্যত ব্যৱহৃত প্ৰণালী মধুসূদনে গ্ৰহণ কৰিছিল—খৃ পূ ৪৩ৰ শতালীৰ এটি মধ্যবিত্ত পৰিয়ালত জন্মগ্ৰহণ কৰা অমৰ কবি ওভিদৰ ( Ovid ) প্ৰখ্যাত কাব্য হেৰইডছৰ ( Heroides ) পৰা। হেৰইডছ হল বচা বচা বীৰাঙ্গনাৰ দ্বাৰা লিখিত একৈশটা পত্ৰৰ কাব্য গতিকে ই এখনি পত্ৰ কাব্য। এই কাব্যৰ মুঠ পত্ৰৰ সংখ্যা একৈছ তাৰে শেষৰ ছখন পত্ৰ—বিশেষজ্ঞসকলৰ মতে—ওভিদৰ নিজা ৰচনা নহয়। এই পত্ৰ কাব্যৰ আৰ্হিৰে মধুসূদনে বঙলা সাহিত্যত বীৰাঙ্গনা কাব্য ৰচনা কৰে। মধুসূদনৰ পৰিকল্পনা আছিল—ওভিদৰ দৰে একৈছখনি পত্ৰ ৰচনা কৰি কাব্যখনি সম্পূৰ্ণ কৰাৰ কিন্তু তেওঁ এঘাৰখন পত্ৰৰ ৰচনাহে সম্পূৰ্ণ কৰিলে। হিতেশ্বৰ বৰবৰুৱাহে হলে ওভিদৰ আৰ্হিৰে তেওঁৰ আভাসত সম্পূৰ্ণ একৈছ গৰাকী বীৰাঙ্গনাৰ প্ৰতিচ্ছবি দাঙি ধৰিবলৈ সক্ষম হয়। সংখ্যা হিচাবে বীৰাঙ্গনা একৈছ হলেও বৰবৰুৱাৰ কাব্য লিখা প্ৰণালী ওভিদ বা মধুসূদনৰ পত্ৰ কাব্যৰ আৰ্হিৰ নহয়। অৰ্থাৎ আভাসত একৈছ গৰাকী বীৰাঙ্গনাৰ কাব্যিক প্ৰতিচ্ছবিহে ( Poetic Pictures ) সজোৱা হৈছে —বীৰাঙ্গনাসকলে লিখা কিছুমান পত্ৰ যাত সজোৱা হোৱা নাই। উদাহৰণ স্বৰূপে মধুসূদনৰ বীৰাঙ্গনা কাব্যৰ শকুন্তলা ৰুক্মিণী উৰ্ব্বশী জাহ্নবী ভানুমতী তাৰা সূৰ্পনখা দুঃশলা দ্ৰৌপদী কৈকেয়ী আৰু জনা —তেওঁলোকৰ স্বামী নাইবা প্ৰিয়জনলৈ অন্তৰৰ ভাৱ অনুভূতি আশা আকাঙ্ক্ষা বা তেওঁলোকৰ জীৱনৰ বিশেষ পৰিস্থিতি বিৱৰি একোখনিকৈ পত্ৰ লিখিছে। এই পত্ৰ কাব্যিক বৰ্ণনাসমূহ নাটকীয় আত্মোক্তিৰ (dramatic monologues) দৰে হৈছে পত্ৰ লিখিকা বীৰাঙ্গনাসকল আৰু যালৈ এই পত্ৰসমূহ লিখা হৈছে সেই বীৰ নায়কসকল—আমাৰ সমুখত মূৰ্ত্তিমন্ত হৈ উঠে। বৰবৰুৱাই পত্ৰ কাব্যৰ আৰ্হি নলৈ নাটকীয় বৰ্ণনাত্মক আৰ্হিৰে বীৰাঙ্গনাসকলৰ সমস্ত সজ গুণৰ কাব্যিক বৰ্ণনাহে আগ বঢ়াইছে। কাব্য পাঠ কৰিলে এনেহে লাগে যেন বৰবৰুৱাই এটি সুৱনি

কোঠাৰ বেৰত আঁৰি থোৱা বীৰাঙ্গনাসকলৰ ছবিবোৰ চাই চাই বীৰাঙ্গনাসকলক সম্বোধন কৰি তেওঁলোকৰ গুণাৱলী বিবৰি গৈছে। বীৰাঙ্গনাসকলে নিজে লিখিম বুলি ভাবি থকা কথাবোৰকে যেন কবিয়ে লিখি পেলাইছে তাত যেন তেওঁৰ নিজৰ কথা একো নাই। বৰবৰুৱাই এনে অভিনৱ কাব্য প্ৰণালীৰে এহাতে বীৰাঙ্গনাসকলৰ গুণ গৰিমাৰ কীৰ্ত্তন কৰিছে আৰু আনহাতে বীৰাঙ্গনাসমূহৰ কাব্যিক প্ৰতিচ্ছবিৰ মাজেদি এক মানৱীয় জীৱন দৰ্শন দাঙি ধৰিছে।

সমালোচকসকলে মধুসূদনৰ বীৰাঙ্গনা কাব্যৰ ওপৰত কৰা মন্তব্য বৰবৰুৱাৰ আভাস তো প্ৰযোজিত হয়। সমালোচক যোগীন্দ্ৰনাথ বসুৰ মতে—বীৰাঙ্গনা কাব্যত মধুসূদনৰ কাব্যিক ভাষা ছন্দ আৰু কলা—শীৰ্ষস্থানলৈ উঠিছে। তেওঁৰ মতে মেঘনাদবধৰ গাম্ভীৰ্য্য ( high seriousness ) আৰু ব্ৰজাঙ্গনা কাব্যৰ গীতি সৌন্দৰ্য্য ( Lyric beauty ) একত্ৰিত হৈ বীৰাঙ্গনা কাব্যৰ সৃষ্টি হৈছে।[৩] হিতেশ্বৰ বৰবৰুৱায়ো তেওঁৰ বুৰঞ্জীমূলক সাহিত্যিক কাব্য কেইখনিৰ অনেক নৱীন নিৰীক্ষাৰ মাজেদি আভাস কাব্যত কাব্যকলাৰ এটি অভিনৱ নিদৰ্শন দাঙি ধৰিবলৈ সক্ষম হয়। আভাসৰ ছন্দ নিটোল ভাষাৰ গতিবেগ সাৱলীল প্ৰকাশ ভঙ্গী নিমজ আৰু ভাৱ অগভীৰ মৰ্ম্মস্পৰ্শী। সেয়ে প্ৰকাশৰ লগে লগে এই কাব্যখনিয়ে বাণীৰ কাষত অসমীয়া পঢ়ুৱৈ সমাজৰ পৰা যথোচিত সমাদৰ লাভ কৰে। বাণীৰ ৬ষ্ঠ বৰ্ষ ১ম সংখ্যাৰ এটি মন্তব্য প্ৰণিধানযোগ্য হ'ব ( আভাস ) এখনি সৰু কবিতা পুথি দেশী বিদেশী ২১টি নাৰী চৰিত্ৰ লৈ পুথিখনি ৰচা হৈছে। লিখকৰ ভাষা সৰল তৰল আৰু তাত স্বাভাৱিক কবিত্ব শক্তিৰ বিকাশ পাইছে পুথিত বৰ্ণোৱা চৰিত্ৰ কেইটি যথাযথৰূপে ফুটি উঠিছে। বিদেশী নাৰী চৰিত্ৰ কেইটিও লেখকে নিজৰ খকুৱা কৰি লৈছে। সাধাৰণতে বিদেশী ঘটনা নিজৰ ভাষাত স্বাভাৱিকৰূপে তৰলা কৰি প্ৰকাশ কৰা টান তাত অলপ নহয় অলপ অস্বাভাৱিকতাৰ ছাঁ আহি পৰেহি কিন্তু আভাসৰ লিখক তাৰ পৰা সম্পূৰ্ণৰূপে মুক্ত। আৰু বিদেশী নাৰী চৰিত্ৰ কেইটিক সহজে বুজিবলৈ লিখকে তাৰ লগে লগে একোটি টোকা দিছে সেই কাৰণেই ঘটনাবিলাক আৰু সহজ হৈ পৰিছে। দৰাচলতে কবলৈ গলে লিখকৰ এই পুথিখনি পঢ়ি বৰ ৰং পাইছোঁ আৰু তাৰ কাৰণে লিখকক অশেষ ধন্যবাদ দিছোঁ। আভাসত লিখকে যি কেইটি চৰিত্ৰৰ আভাস দিছে আৰু যি কেইটি চৰিত্ৰই অতীত মানুহক মোহিত কৰিছিল আৰু এতিয়াও যাক সুঁৱৰিলে মন আনন্দৰে পৰিপূৰ্ণ হয় আৰু ভক্তিত আপোনা আপুনি মূৰ দোঁ খাই যায় তেনে চৰিত্ৰ কেইটিক অসমীয়া ভাষাত বৰ্ণাই আমাৰ ভাষাক যে কিমান চহকী কৰিলে তাক কোৱা টান। আশাকৰোঁ লিখকে যেন আগলৈকো এইদৰে মাতৃ ভাষাৰ বাগানত এপাহ দুপাহি ফুল পেলাই থাকে।

---

৩। মধুসূদন ৰচনাৱলী—পৃ ৪৭ৰ পৰা।

## ॥ কাব্যৰ ভিতৰ-চ'ৰা ॥

এটি মনোৰম ছনেটেৰে কবিয়ে আভাস কাব্যৰ আভাস তলত দিয়া ধৰণে দাঙি ধৰিছে

আভাস আভাস মাথো। বীৰ ৰমণীৰ
আভাস আভাস মাথো। সতী জীৱনৰ
পুণ্যৱতী পতিব্ৰতা নিস্বাৰ্থ প্ৰেমিকা
তিৰোতাৰ স্বাৰ্থত্যাগ দেশ বিদেশৰ।
কত যুগ হৈ গল নপৰে মনত
তিযাগিলে সৱে প্ৰাণ কিন্তু কীৰ্ত্তি যাৰ
জগতৰ নৰে গায় কাব্যৰূপী স্বৰে
আভাসত দিলো আজি আভা মাত্ৰ তাৰ ॥
আভাস মাথোন আভা লাহৰী ফুলৰ—
সুসাৰ বাত যাৰ অপৰূপ শোভাত
মোহিছিলে নৰনাৰী জগতৰ প্ৰাণী
গন্ধে যাৰ দশোদিক আজিও গোন্ধায় ॥
আনি তাৰ আভা মাত্ৰ চিত্ৰ দৰশালো
আভাসত মাথো তাৰ আভাস দাঙিলো।

ইয়াৰ পৰা এই কথা পৰিষ্কাৰ হয় যে ওভিদ আৰু মধুসূদনৰ কাব্যিক আৰ্হিৰে বৰবৰুৱাই দেশ বিদেশৰ একৈশ গৰাকী বীৰ ৰমণীৰ সতীত্ব বীৰত্ব নিস্বাৰ্থ পতিপ্ৰেম ঈশ্বৰপ্ৰেম স্বাৰ্থত্যাগ আদি গুণৰাজিৰ কাব্যিক আভাস দিয়া কাব্যখনিৰ উদ্দেশ্য। একৈশ গৰাকী বীৰাঙ্গনাৰ ভিতৰত সোতৰ গৰাকী লোৱা হৈছে ভাৰতীয় পুৰাণ আৰু মহাকাব্য দুখনিৰ পৰা আৰু বাকী চাৰি গৰাকী বিদেশৰ বীৰাঙ্গনা। কাব্যত বৰ্ণিত দেশীয় বীৰাঙ্গনা কেইগৰাকী হ'ল—ৰাধা বৃন্দা দেৱকী যশোদা ৰোহিণী সুভদ্ৰা উত্তৰা সাবিত্ৰী অহল্যা দ্ৰৌপদী কুন্তী তাৰা মন্দোদৰী জনা তিলোত্তমা অৱজা আৰু বৈদেহী। বিদেশী বীৰ ৰমণী হলেও দেশীয় কাব্য দৰ্শনৰ সাজেৰে সুশোভিত কৰি তোলা চাৰি গৰাকী বীৰাঙ্গনা হ'ল—জোচেফাইন ( Joshephine ) জোৱান ডাৰ্ক ( Joan d ark ) বোডেচিয়া ( Boadecea ) আৰু লায়লা। এই সৰ্বমুঠ একৈশ গৰাকী দেশী বিদেশী বীৰাঙ্গনাৰ বিভিন্ন কৰ্ম আৰু আদৰ্শৰ কীৰ্ত্তন কৰি কবিয়ে আভাস কাব্যক পৃথিৱীৰ সমগ্ৰ নাৰীসমাজৰ গৌৰৱৰ প্ৰতীক হিচাবে দাঙি ধৰিছে।

ভাৰতীয় ঐতিহ্যৰ বীৰাঙ্গনা কেইগৰাকীৰ বিভিন্ন গুণ গৰিমা বিভিন্ন ৰঙৰ তুলিকাৰে অঙ্কিত কৰা হৈছে। ৰাধা বৃন্দা দৈৱকী আৰু যশোদাৰ মহত্ব শ্ৰীকৃষ্ণ প্ৰেমৰ মাজেদি

উদ্ভাসিত হৈছে। ৰাধাই অনন্ত প্ৰেমেৰে ভগৱান শ্ৰীকৃষ্ণৰ অন্তৰ জয় কৰিবলৈ সক্ষম হৈছিল এই অনন্ত প্ৰেমৰ বাবেই ৰাধা বহু সাংসাৰিক গঞ্জনা হাঁহি হাঁহি মূৰ পাতি লৈছিল

ঈশ্বৰ প্ৰেমিকা তুমি অনন্ত প্ৰেমেৰে
বান্ধিছিলা ঈশ্বৰক দোলেৰে ভক্তিৰ।
লাহৰী হিয়াত কত সহিলা গঞ্জনা
কুটীলাৰ—আৰু দেৰি। গোকুলবাসীৰ॥
মিছা কলঙ্কৰ বোজা কত বলা তুমি
কত অপবাদ দিলে ননদে তোমাৰ
সি সৱত তুমি কিন্তু কটাক্ষো নকৰি
পজিছিলা শ্ৰীকৃষ্ণক মুক্তিৰ আধাৰ॥ (ৰাধা)

আন এগৰাকী ব্ৰজৰ নাৰীৰাঙ্গনা বৃন্দাই ৰাধা আৰু কৃষ্ণৰ অনন্ত প্ৰেমৰ সাঁকো হিচাবে কৰ্ত্তব্য সমাপণ কৰিছিল। বৃন্দাৰ ত্যাগৰ বিহনে ৰাধা কৃষ্ণৰ অনন্ত প্ৰেমৰ নিদৰ্শন হয়তো পৃথিৱীত নাথাকিলেহেঁতেন

নোহোৱা হেঁতেন দেৱি। জনম তোমাৰ
শ্ৰীকৃষ্ণৰ ব্ৰজলীলা পৱিত্ৰ নিৰ্ম্মল
ন লেখে ন পৰি। জগত
ৰলেহেঁতেন ছবি ৰাধাৰ উজ্জ্বল॥ (বৃন্দা)

এই কাব্যাংশত ৰাধা কৃষ্ণৰ অনন্ত ঐশ্বৰিক প্ৰেমৰ ওপৰত মানৱীয় চেতনাৰ প্ৰভাৱ আৰু গুৰুত্ব আলোচিত হৈছে আৰু ইয়াৰ দ্বাৰা কবিৰ বৈষ্ণৱিক চিন্তাধাৰা উজ্জ্বল হৈ উঠিছে।

বাৎসল্য প্ৰেমেৰে ভগৱান শ্ৰীকৃষ্ণৰ অন্তৰ জয় কৰা আন দুগৰাকী মহীয়সী নাৰী হ'ল—দৈৱকী আৰু যশোদা। শ্ৰীকৃষ্ণক পুত্ৰ হিচাবে লাভ কৰিবলৈ কৰা সাধনাৰ পথত দৈৱকীয়ে সহ্য কৰিব লগা হৈছিল বৰ্ণনাতীত নিৰ্যাতন

কোমল তিৰোৰ হিয়া মাতৃৰ পৰাণ
এটি সন্তানৰ শোক সহিব নোৱাৰে
সাতোটিৰ শোক কিন্তু সহিছিলা তুমি
বিকলে তিয়াই বুকু চকুলো দুধাৰে॥
বিধিৰ নিৰ্ব্বন্ধ দেৱি! অষ্টম গৰ্ভত
তোমাৰ জনম ল'লে বৈকুণ্ঠৰ পতি
দানৱ দলন হেতু বধিব কংসক
দুৰাচাৰ ভ্ৰাতৃ তব দাৰুণ দুৰ্মতি॥ (দৈৱকী)

তেনেদৰে অসীম আধ্যাত্মিক সাধনাৰ বলত যশোদাই শ্ৰীকৃষ্ণক পুত্ৰ হিচাবে লালন পালন কৰাৰ মনোৰথ পূৰ্ণ হৈছিল।

বলৰামৰ মাতৃ ৰোহিণীও আছিল অতীৱ সদ্‌গুণৰ অধিকাৰিণী। অথচ অতীত ভাৰতৰ কবিসকলে এই গৰাকী ৰমণীৰ কাব্যিক চিত্ৰ এখনি দাঙি নধৰাটো সঁচাই পৰিতাপৰ কথা।

বৈদেহী বা সীতা প্ৰভু শ্ৰীৰামচন্দ্ৰৰ প্ৰিয়তমা ভাৰ্য্যা। বৈদেহী হৈছে—তিৰোতাই স্বামীৰ অৰ্থে কৰিব পৰা সমস্ত ত্যাগৰ প্ৰতীক। কিন্তু বিধিৰ লিখন এনেহে আছিল যে সকলো মহৎ গুণৰ অধিকাৰিণী হৈও সীতাই জীৱনত এটাৰ পাছত এটাকৈ নিৰ্য্যাতন সহিব লগা হৈছিল। কিন্তু সকলো দুখ নিৰ্য্যাতনৰ জুইত সীতাৰ সতীত্ব সোণৰ দৰে নিকা হৈ জিলিকি উঠিছিল

সুখ সম্ভোগত উঠা বৈঁচুৱাৰে পৰা
অৰণ্যৰ দুখ কিন্তু দুখ নাভাবিলা
পতিপদ সেৱা কৰি পতিব্ৰতা তুমি
অৰণ্যতে স্বৰ্গসুখ ভোগ কৰিছিলা॥ (বৈদেহী)

কবিয়ে শ্ৰীকৃষ্ণৰ ভগ্নী সুভদ্ৰাৰ কাব্যিক চিত্ৰ অতীৱ মনোৰম কৰি অঙ্কিত কৰিছে। সুভদ্ৰা হৈছে—তিৰোতাৰ বীৰত্ব আৰু মানৱতাৰ প্ৰতীক। বীৰ অৰ্জ্জুনৰ লগত পলাই আহোঁতে অসীম কৌশলেৰে ৰথ পৰিচালনা কৰি সুভদ্ৰাই বীৰত্বৰ পৰিচয় দিছিল। সুভদ্ৰাৰ এই বীৰত্বৰ অবিহনে অৰ্জ্জুনে যাদৱ সেনাৰ হাতত নিশ্চিত পৰাজয় বৰণ কৰিব লগা হ'লহেঁতেন

সিকালত তুমি দেৱী! পাৰ্থৰ সাৰথি
বিজুলী সঞ্চাৰে ৰথ কতযে চলালা
বীৰাঙ্গনা ৰূপ ধৰি যাদৱ সোঁতাৰে
অৰ্জ্জুনক তুমি সেই যুদ্ধ কৰোৱালা॥
নহ'লাহেঁতেন যদি সাৰথি পাৰ্থৰ
নিদিলা তোমাৰ যদি সাহস পাৰ্থক
নোৱাৰিলে হয় জানো লভিব তোমাক
সমৰত হকৰাই যাদৱ সৱক॥ (সুভদ্ৰা)

সুভদ্ৰা কেৱল ৰণকৌশলতে বীৰাঙ্গনা নাছিল তেওঁৰ অন্তৰ আছিল বীৰাঙ্গনাসুলভ গুণৰ আধাৰ। কুৰুক্ষেত্ৰ মহাসমৰত পুত্ৰ অভিমন্যুৰ নিধনৰ হৃদয়বিদাৰক বাতৰি পায়ো বীৰমাতৃ সুভদ্ৰাৰ অন্তৰ হাঁহাকাৰ কৰি উঠিল। তদুপৰি বীৰাঙ্গনা সুভদ্ৰাৰ দৃষ্টিত শত্ৰু আৰু মিত্ৰৰ মাজত কোনো প্ৰভেদ নাছিল

"বীৰৰ জননী তুমি নকৰিলা শোক
দুটুকিলা চকু পানী পুত্ৰৰ শোকত ॥
পাণ্ডৱৰ ঘৰে ঘৰে অভিমন্যু শোকে
চকু পানী টুকি টুকি সবে কান্দিছিলা।
পুত্ৰৰ অতুল কীৰ্ত্তি শুনি সমৰত
তুমি কিন্তু বীৰমাতা আনন্দ লভিলা ॥
অতি জ্ঞানৱতী তুমি দীক্ষিতা ধৰ্ম্মত—
ভাগৱত-ধৰ্ম্মতত্ত্ব তুমি বুজিছিলা —
শত্ৰু মিত্ৰ ভিন পৰ নাছিল তোমাৰ
সকলোকে সমভাব তুমি কৰিছিলা ॥ ( সুভদ্ৰা )

বীৰ অভিমন্যুৰ প্ৰিয়তমা পত্নী উত্তৰাৰ আৰু ঋষি গৌতমৰ অভিশপ্তা পত্নী অহল্যাৰ গুণাৱলী বৰ্ণনা কৰোতে কবিয়ে দৈৱৰ হাতত এওলোক যে অসহায় পুতলা সেই কথা প্ৰতীয়মান কৰিবলৈ চেষ্টা কৰিছে।

পাণ্ডৱৰ পত্নী দ্ৰৌপদীক এক চিৰস্মৰণীয় আদৰ্শ স্বৰূপ কৰি আভাসত তুলি ধৰা হৈছে। নানান ঘাট প্ৰতিঘাটৰ মাজেদি দ্ৰৌপদীৰ আদৰ্শাৱলী সমুজ্জল হৈ উঠিছে। আধ্যাত্মিক চিন্তাৰ যোগেদি তেও সফলো জীৱন পৰীক্ষাতে উত্তীৰ্ণ হৈছিল।

পাণ্ডৱ মাতৃ কুন্তীও জীৱনত অকল্পনীয় নিৰ্য্যাতনৰ সন্মুখীন হৈছিল। কবিয়ে কুন্তীৰ মাতৃত্বক প্ৰণিপাত জনাইছে কিয়নো তেওঁ গৰ্ভজা বীৰ পুত্ৰসবে বসুধাক অত্যাচাৰী শাসনৰ পৰা মুক্ত কৰিছিল আৰু এই উপলক্ষে অনুষ্ঠিত কুৰুক্ষেত্ৰ মহাসমৰত অসীম বিক্ৰমেৰে যুঁজি তেওঁলোকে অমৰ খ্যাতি আজিও ৰাখিছে।

সেই যেই হক তোমাৰ প্ৰণামো তোমাক
ভাগ্যৱতী তুমি আই দেৱী স্বৰূপিনী ॥
তুমি যেনেতো তেহে দেৱী পুত্ৰ সবে যাৰ
ভূভাৰ সংহাৰ কৰি কুৰুক্ষেত্ৰ ৰণে
ৰাখিলে অক্ষয় কীৰ্ত্তি অতুল মৰ্ত্ত্যত।
যাৰ কীৰ্ত্তি মালা গাঁথি কাব্যৰূপী সূতে
বেদব্যাস মহাকাব্য শ্ৰীমহাভাৰত
বিৰচিলা—ভাৰতৰ অমৃত পুখুৰী ॥ ( কুন্তী )

সাবিত্ৰী আছিল ৰজা মদ্ৰৰ কন্যা আৰু অৱন্তী ৰাজ্যৰ ৰাজকুমাৰ সত্যৱানৰ পত্নী। সাবিত্ৰী একনিষ্ঠতা আৰু দৃঢ়তাৰ প্ৰতীক যাৰ সহায়ত তেওঁ আনকি মৃত্যুৰাজ যমৰ অন্তৰো জয় কৰিবলৈ সক্ষম হৈছিল আৰু মৃত স্বামীক পুনৰ জীৱন্ত কৰি তুলিছিল। কবিয়ে সতী সাবিত্ৰীৰ গৰিমা কাব্যধ্বনিত অতি মনোৰমকৈ বৰ্ণনা কৰিছে

ধন্য ধন্য তুমি দেৱি ! সুযশ তোমাৰ
অনন্ত অক্ষয় এই মৰ জগতত
সতী অগ্রগণ্যা তুমি মৃতপতি তনু
পালে ওলোটাই প্রাণ তোমাৰ বলত ॥
তোমাৰ বলত তনু সতীত্ব তেজস্ —
পিতৃকুল পতিকুল দুয়ো উদ্ধাৰিলা
অপুত্রক পিতা তনু পালে পুত্রদান
অন্ধ ৰজা চকু আৰু সাম্রাজ্য লভিলা ॥
অসম্ভৱ কাণ্ড দেৱি ! মৰ জগতত
সতীত্বৰ বলে তুমি কৰিলা সাধন
জগতত নৰে গায় তোমাৰ সুযশ
পুণ্যৱতী তুমি তনু সার্থক জীৱন ॥ (সাৱিত্রী)

কাব্যখনিৰ আন দুটি নাৰী চৰিত্র—তাৰা আৰু মন্দোদৰী—যাৰ যোগেদি নাৰীৰ উত্তম বিবেক বুদ্ধিৰ জ্বলন্ত নিদর্শন দাঙ্গি ধৰা হৈছে। মহান বীৰ বালিৰ পত্নী তাৰাই তেওঁৰ স্বামীক ভ্রাতৃ সুগ্রীৱৰ লগত যুদ্ধত প্রবৃত্ত হ'বলৈ খাটনি ধৰিছিল। তাৰাই উপলব্ধি কৰিছিল যে সুগ্রীৱ দৈৱবলত বলীয়ান। তদুপৰি সুগ্রীৱ বালি ৰজাৰ নিজা ভ্রাতৃ। বালিয়ে কিন্তু তাৰাৰ অনুৰোধ ৰক্ষা নকৰি ভ্রাতৃৰ লগত যুদ্ধত প্রবৃত্ত হ'ল। শ্রীৰামচন্দ্রই সুগ্রীৱক এই যুদ্ধত গোপনে সহায় কৰিছিল। আৰু বালি আৰু সুগ্রীৱ যুদ্ধত প্রবৃত্ত হৈ থকা অৱস্থাত গোপন ঠাইৰ পৰা শৰ নিক্ষেপ কৰি শ্রীৰামে বালিক বধ কৰিছিল। তাৰাই স্বামীক যুদ্ধৰ পৰা ঘূৰাই আনিব নোৱাৰি এহাতে যেনেকৈ অতি আঘাত পাইছিল আনহাতে শ্রীৰামচন্দ্রই বালিক অন্যায়ভাৱে বধ কৰা দেখি অতি আশ্চর্য্য প্রকাশ কৰিছিল।

শুনিছে তাৰাই প্রভু ! পৰব্রহ্ম তুমি
পূর্ণ অৱতাৰ হৰি পাতকী তাৰক ॥
সত্যনিষ্ঠ ন্যায়বান কিন্তু কি কাৰণে
নাশিলা স্বামীক মোৰ কপট যুদ্ধত ?
তুমি যদি কৰা এনে নিন্দনীয় কাম
তেন্তে প্রভু ! কত আৰু ধৰ্ম্ম জগতত ? (তাৰা)

লঙ্কাপতি ৰাৱণৰ পত্নী মন্দোদৰীয়ে অতুলনীয় বিবেক বুদ্ধিৰ পৰিচয় দিয়ে। শ্রীৰামচন্দ্রৰ ভার্য্যা সীতাদেৱীক অপহৰণ কৰি অনা দুষ্কার্য্যৰ বাবে অনুতপ্ত হবলৈ মন্দোদৰীয়ে ৰাৱণক বুজনি দি কৈছিল যে লঙ্কাৰ কল্যাণৰ হকে ৰাৱণে সীতাক ৰামৰ ওচৰলৈ ক্ষমা

প্ৰাৰ্থনাৰে যুৰাই পঠাব লাগে। মন্দোদৰীৰ এনে সময়োপযোগী পৰামৰ্শ ৰাৱণে প্ৰত্যাখ্যান কৰি সোণৰ লঙ্কা ছাইত পৰিণত কৰিছিল। মন্দোদৰীৰ কৌশলৰ বলতে লঙ্কাত সীতাৰ সতীত্ব ৰক্ষা পৰিছিল। মন্দোদৰীৰ পৱিত্ৰ চৰিত্ৰ ৰাৱণৰ দুৰ্মতিৰ কাষত অতীৱ উজ্জ্বল হৈ উঠিছে

সতী তুমি জানিছিলা সতীত্ব কি ধন
সি বুলি সতীত্ব তুমি ৰখালা সীতাৰ
নতু—অসহায় সীতা কি কৰি ৰাখিব
ৰাৱণৰ হাতে সতী ধৰ্ম্ম আপোনাৰ?
তুমি সতি! জ্ঞানৱতী শুশুনি তোমাৰ
নীতিপূৰ্ণ উপদেশ লঙ্কা নাশ পালে
একলক্ষ বীৰ পুত্ৰ চন্না লক্ষ নাতী
সমৰ ক্ষেত্ৰত প্ৰাণ ত্যজিলে অকালে।' (মন্দোদৰী)

জনা হ'ল তিৰোতাৰ বীৰত্বৰ প্ৰতীক আৰু পুৰুষৰ কাপুৰুষালিৰ কাষত এই বীৰত্ব দুগুণে উদ্ভাসিত হৈছে। জনা নীলধ্বজ ৰজাৰ পত্নী। তেওঁলোকৰ বীৰপুত্ৰ প্ৰবীৰে অৰ্জ্জুনৰ যজ্ঞ ঘোৰা আটক কৰে আৰু এই অপৰাধৰ বাবে প্ৰবীৰ অৰ্জ্জুনৰ হাতত নিধন হয়। ৰজা নীলধ্বজে পুত্ৰবধী অৰ্জ্জুনৰ ওপৰত প্ৰতিশোধ নলৈ মিত্ৰতা কৰি অৰ্জ্জুনৰ আধিপত্য স্বীকাৰ কৰি লৰলৈ যোৱা দেখি জনাৰ মাতৃ হৃদয়ে হাঁহাকাৰ কৰি উঠে আৰু ৰজা নীলধ্বজক ক্ষত্ৰীয় ধৰ্ম্ম ৰক্ষা নকৰাৰ বাবে উপহাস কৰে

কি কৰা কি কলা নাথ! কি কৰিলা তুমি
বিপক্ষৰ নেকি হায়! পশিলা শৰণ?
পাৰ্থ পুত্ৰহন্তা মোৰ বৈৰী নিদাৰু।
কৰিলা কিৰূপে তাৰে মিত্ৰ আচৰণ?
জনম তোমাৰ ৰাজা! ক্ষত্ৰীয় কুলত
বীৰ মহাতেজা তুমি মাহেশ্বৰী পতি
পুত্ৰৰ মৃত্যুত যদি নকৰ সমৰ
কিৰূপে ৰাখিবা নাথ! ক্ষত্ৰীয়ৰ ৰীতি?
পুৰুষ জনম লৈ তিৰোতো নিন্দিত
কৰিবা কিৰূপে কৰ্ম্ম? পৱিত্ৰ বংশত
কলঙ্কৰ পানী কিয় ঢালা প্ৰাণনাথ?
দুৰ্যশ তোমাৰ ৰব থাকিব মৰ্ত্ত্যত॥ (জনা)

এই একে বিষয় বস্তুৰ ভিত্তি কৰি মধুসূদনৰ বীৰাঙ্গনা কাব্যৰ শেষ পত্ৰখনি (এঘাৰ নম্বৰ) জনাই ৰজা নীলধ্বজলৈ বুলি লিখিছে।

আভাস কাব্যত তিলোত্তমাক নাৰীৰ অনন্ত সৌন্দৰ্য্যৰ আকৰ হিচাবে দেখুৱা হৈছে। আৰু এই সৌন্দৰ্য্যই অসম্ভৱকো সম্ভৱ কৰি তুলিব পাৰে। সৰগত দেৱতাই যি কাৰ্য্য সমাধা কৰিব নোৱাৰে তিলোত্তমাই অনন্ত সৌন্দৰ্য্যেৰে তাক সম্ভৱ কৰি তুলিব পাৰে।

জোচেফাইন—সম্ৰাট নেপোলিয়নৰ পত্নী। এগৰাকী পতিব্ৰতা পত্নীয়ে স্বামীৰ সুখ আৰু উন্নতিৰ অৰ্থে কেনেকৈ নিজৰ সৰ্ব্বস্ব ত্যাগ কৰিব পাৰে—তাকে জোচেফাইনৰ কাব্যিক চিত্ৰত প্ৰকাশ কৰা হৈছে। জোচেফাইনে জানিব পাৰিলে যে তেওঁৰ প্ৰিয়তম স্বামীয়ে অষ্ট্ৰীয়া ৰজাৰ কন্যা অগষ্টা মেৰীয়াক বিয়া কৰিবলৈ ইচ্ছুক। কিন্তু ফৰাচী দেশৰ নীতিমতে জোচেফাইনৰ জীৱিত অৱস্থাত নেপোলিয়নে আন এগৰাকী তিৰোতাক পত্নী হিচাবে গ্ৰহণ কৰিব নোৱাৰে। পতিকে স্বামীৰ সন্তোষৰ কাৰণে জোচেফাইনে হাঁহিমুখে স্বামীৰ পৰা বিদায় লৈ জাহাজেৰে আমেৰিকাৰ ফালে চিৰদিনৰ বাবে গুচি গল। জোচেফাইনে এই কাৰ্য্যৰ দ্বাৰা তিৰোতাৰ স্বাৰ্থত্যাগৰ এক অপূৰ্ব্ব নিদৰ্শন দাঙি ধৰিলে।

আন এগৰাকী বিশ্ববিখ্যাত ফৰাচী বীৰাঙ্গনা জোৱান ডাৰ্কৰ এখান অতীৱ মনোমোহা ছাব আভাসত অঙ্কিত হৈছে। অৰ্লিন্সৰ কুমাৰী জোৱান প্ৰকৃতাৰ্থতে বীৰাঙ্গনা আছিল। বৃটেইনৰ আক্ৰমণৰ পৰা মাতৃভূমি ফৰাচীক ৰক্ষা কৰিবৰ বাবে তেওঁ দৈৱিক প্ৰেৰণা লাভ কৰিছিল। অসীম বীৰত্ব সাহস আৰু দৃঢ়তাৰে ব্ৰিটেনৰ লগত যুদ্ধ কৰি জোৱানে ফৰাচীদেশ ৰক্ষা কৰিছিল। কিন্তু এদিনে দুৰ্ভাগ্যবশতঃ অৱশেষত এগৰাকী ফৰাচী বীৰাঙ্গনা ব্ৰিটেনৰ হাতত আটক হৈ পৰে আৰু ব্ৰিটেনে তেওঁক জীয়াই জীয়াই জুইত পুৰি মাৰিছিল। কিন্তু জোৱানৰ আদৰ্শ—জনম ভূমিৰ সেৱাৰ আদৰ্শ—আজি চিৰকলীয়া আদৰ্শ। বৰবৰুৱাই আমাৰ কাব্যত এই এগৰাকী ৰমণীক আজি আপোন আৰু চিৰস্মৰণীয়া কৰি ৰাখিছে

কৃষকৰ কন্যা তুমি আজন্ম দুখীয়া
পৰ্ব্বতৰ মাজে ভেড়া খুৰাইছা চৰাই
কোনে যেন দিলে কৰ দৈৱবাণী এটি
কাণত তোমাৰ জোনা! মুকুতি বজাই॥ [জোনা জোৱান ডাৰ্ক]
বীৰাঙ্গনা তুমি জোনা! স্বৰগৰ পৰী
জনম তোমাৰ মাতৃ ভূমিৰ কাৰণে—
ফৰাচীৰ স্বাধীনতা ৰক্ষা কৰা তুমি
অৰ্গলিন অৱৰোধ কৰিছে ব্ৰিটনে॥ (জোৱান ডাৰ্ক)

আভাসত উদ্ভাসি হৈ উঠা আন এগৰাকী বিদেশৰ ৰমণী হল বৃটেইনৰ বীৰাঙ্গনা ৰাণী বোডোচিয়া। জুলিয়াচ চীজাৰে বৃটেইন আক্ৰমণ কৰোঁতে ৰাণী বোডে

চিয়াই যি কল্পনাতীত সাহস আৰু বীৰত্ব প্ৰদৰ্শন কৰিলে সি স্বাধীনতাপ্ৰিয় মানৱৰ বাবে হৈ ৰল এটি চিৰকলীয়া আদৰ্শ

বীৰাঙ্গনা ৰূপ ধৰি যুদ্ধ সাজ পিন্ধি
নগৰৰ ৰাজ তুমি হ'লা বোডেচিয়া।
ঘোৰ সমৰত যোগ দিলা তুমি ৰঙ্গে
অতুল সাহসে বান্ধি আপোনাৰ হিয়া॥
গভীৰ গৰ্জ্জন কৰি ভীমামূৰ্ত্তি ধৰি
কৰিছিলা বিপক্ষেৰে যুদ্ধ ঘোৰতৰ —
তিষ্ঠিব নোৱাৰি কিন্তু সমুখ যুদ্ধত
তিয়াগি তোমাক গ'ল সেনা ব্ৰিটনৰ॥
শত্ৰুৰ মাজত হই অকলশৰীয়া
অৱশে অকলে যুদ্ধ কৰিলা বহুত
বিপক্ষ সেনাৰে সতে বীৰাঙ্গনা দৰে
অতুল সাহস ল'লা নাৰী বুকুত॥ (বোডেচিয়া)

আৰবদেশৰ সদাগৰ কাচেমৰ কন্যা লায়লা। সেই দেশৰ বাদচাহৰ পুত্ৰ মজনুৰ লগত প্ৰেম প্ৰণয়পাশত আৱদ্ধ। লায়লাই অনন্ত প্ৰেমৰ বাটত অশেষ সাংসাৰিক নিৰ্য্যাতন সহিব লগা হৈছিল কিন্তু কোনো বাধাই লৈলৈকৰ অমৰ প্ৰেম নিঃশেষ কৰিব নোৱাৰিলে। প্ৰকৃতাৰ্থত প্ৰেমৰ পৰিপূৰ্ণতা এই যে পৰাৱতীত জানে। সেইবাবে লায়লাই নশ্বৰ দেহা এৰি অনন্ত প্ৰেমৰ পৰম শান্তি লভিবৰ বাবে সৰগলৈ গমন কৰিলে

এৰে বুলি তুমি সখি মুদিলা দুচকু
অন্তৰত কাৰ ধ্যান মূৰ্ত্তি কায়েচৰ
নশ্বৰ জীৱন এৰি পালা স্বৰ্গলোক
অনন্ত স্বৰ্গত অনন্ত প্ৰেমৰ॥ (লায়লা)

## ॥ কাব্যত জীৱন দৰ্শন ॥

বৰবৰুৱাৰ বুৰঞ্জীমূলক সাহিত্যিক মহাকাব্য কেইখনিৰ মাজেদি জীৱনৰ যি করুণ সুৰ উদ্ভাসিত হৈছে সিয়ে এই দীৰ্ঘাৱয়ৱী কবিতা শ্ৰেণীৰ কাব্যখিনিৰ মাজেদি বিয়পি পৰিছে। দৈৱ লিখনৰ ফলত কাব্যত বৰ্ণিত আটাই কেইগৰাকী ৰমণীয়ে অকথনীয় দুখ কষ্ট নিৰ্য্যাতন আৰু পৰীক্ষা নিৰীক্ষাৰ সন্মুখীন হৈছে কিন্তু এই সকলোবোৰ অতিক্ৰম কৰি নিজ গুণ গৰিমাৰে এই নাৰীসকল মহান হৈ উঠিছে। কবিয়ে নাৰীৰ নিৰ্য্যাতনৰ বাবে দৈৱক দোষাৰোপ কৰিছে

## সীতাৰ ওপৰত দৈৱ ঃ—

বিধিৰ নিৰ্ব্বন্ধ কিন্তু নখণ্ডিলে তথু
তোমাক হৰণ কৰি নিলে দশাননে—
পঠিয়াই মাৰীচক মায়া মৃগ কৰি
আঁতৰাই দুটি ভাই বুদ্ধিৰ ছলনে ॥ ( বৈদেহী )

## কুন্তীৰ ওপৰত দৈৱ ঃ—

কিন্তু কৰ্ম্ম দোষে তুমি গোটেই জীৱন
কান্দিছিলা সংসাৰৰ ভীষণ ক্ষেত্ৰত
দেখি বিষময় ফল কুৰু সমৰত
যি টুকিলা চকুপানী কৰি সমৰ্পণ
অভিমন্যু মহাবীৰ কাৰে হাতত
অকালত সেই পানী ( চকুৰ ডুবাৰি )
হইছিলে শেষ মাথো আচ্ছিলে বৰ
অন্তিমৰ দিনা দেখি তোমাৰ চকুত ॥ ( কুন্তী )

## দ্ৰৌপদীৰ ওপৰত দৈৱ —

দেৱী স্বৰ্গনী দেৱী প্ৰাণ স্বৰ্গীয়া
কুন্তীৰ স্নেহৰ তুমি একেটি বোৱাৰী
ভাগ্যৰ দোষ কিন্তু—বাদি উঠে হিয়া—
জীৱনত পালা তুমি বহু বেদনা ॥ ( দ্ৰৌপদী )

## অহল্যাৰ ওপৰত দৈৱ —

তুমি সতী পবিত্ৰা কিন্তু কৰ্মফলে —
ৰূপত তোমাৰ মোহি দেৱ পুৰন্দৰ
গৌতমৰ ৰূপ ধৰি হৰিলে তোমাক — ( অহল্যা )

অপৰিসীম দৈৱ লীলাৰ উপৰিও আভাস নাৰী চৰিত্ৰ কেইটিৰ ওপৰত ধৰ্ম্মীয় চিন্তা আৰু ঈশ্বৰ প্ৰেমৰ প্ৰাধান্য দেখা যায়। জনা হে কেৱল চিৰাচৰিত ধৰ্ম্মীয় চিন্তাৰ বিপক্ষে একপ্ৰকাৰ বিপ্লৱ ঘোষণা কৰিছে। বাকী সকলোটিয়ে ভাগ্য লিপি আৰু ঈশ্বৰৰ ইচ্ছাক অখণ্ডনীয় বুলি নীৰৱে মানি লৈছে। কিন্তু তুলনামূলক অধ্যয়নত দেখা যায়—

মধুসূদনৰ বীৰাঙ্গনা কাব্যৰ নায়িকাসকলে কোনো ধৰ্মীয় আদৰ্শৰ বশীভূত হৈ ভাগ্য লিপিৰ লগত মিত্ৰতা স্থাপন কৰিব খোজা নাই। 'বীৰাঙ্গনা' কাব্যৰ কেইগৰাকীমান নায়িকাই তেওঁলোকৰ পত্ৰসমূহত তেওঁলোকৰ প্ৰেমৰ স্বায়িক দাবীহে উত্থাপন কৰিছে— স্বামী নাইবা প্ৰেমিকৰ ওচৰত (শকুন্তলা তাৰা কক্মিণী শূৰ্পনখা দ্ৰৌপদী, উৰ্ব্বশী আদি)। আন কেইগৰাকীমানে তেওঁলোকৰ স্বামীসকলক চাৰিত্ৰিক দুৰ্ব্বলতাৰ বাবে দোষী সাব্যস্ত কৰিছে (কৈকেয়ী ভানুমতী দুঃশলা জাহ্নবী আৰু জনা)। মধুসূদনৰ চৰিত্ৰসমূহত উগ্ৰ নৱন্যাসিক চিন্তাৰ প্ৰতিফলন ঘটিছে। কিন্তু বৰবৰুৱাৰ চৰিত্ৰত নৱ ন্যাসিক ভাৱধাৰা ছেগা চোৰোকাকৈ ভুমুকি মাৰি পুনৰ ধৰ্মীয় ঐতিহ্যৰ লগত বিলীন হৈ গৈছে। অৱশ্যে জীৱনৰ কৰুণ সুৰ আৰু বীৰাঙ্গনাৰ গুণাৱলী উদ্ভাসিত কৰাত প্ৰয়োজন কবি সমানেই কৃতকাৰ্য্য হৈছে। *

---

* কবি বৰবৰুৱাই তেওঁৰ সমগ্ৰ কাব্যতে সম্বোধনাৰ্থত হ্ৰকাৰান্ত শব্দৰ ব্যৱহাৰ কৰা দেখা যায় যেনে—দেৱি নদি সতি ইত্যাদি—।

## ২ ॥ 'বিৰহিণী বিলাপ কাব্য' ॥

হিতেশ্বৰ বৰবৰুৱাৰ আন এটি দীৰ্ঘাৱয়ৱী কবিতা— বিৰহিণী বিলাপ কাব্য ১৯২২ খ্ৰীষ্টাব্দত প্ৰকাশিত হয়। উল্লেখযোগ্য কথা যে এই বছৰতে কবিৰ প্ৰিয়তমা পত্নীৰ অকাল বিয়োগ ঘটে। কবিৰ কাষৰ পৰা চিৰ বিদায় লোৱা পত্নীৰ নামত কাব্যখনি উৎসৰ্গ কৰি কবিয়ে এটি মৰ্ম্মস্পৰ্শী ছনেট ৰচনা কৰে

'আছিল যি ঘৰে পৰে সঙ্গিনী প্ৰাণৰ
অৰ্দ্ধাঙ্গিনী অৰ্দ্ধভাগী দুখ বিপদত
ফুলৰ সতে ফুল মধু সৌৰভ মধুৰ
আশ্ৰিত যি ৰূপে লতা তৰুৰ দেহত
শোওঁতে খাওঁতে কিম্বা কৰোঁতে ভ্ৰমন
ছাঁয়াৰূপে যি আছিল হিতৈষী সঙ্গিনী
মৰুসমনীয়া এই সংসাৰ মাজত
হিতৈষীৰ যাৰ গাঁথি প্ৰফুল্ল মালিনী।
শোক দুখ বিষাদৰ কলা মেঘখনি
আবৰি যেতিয়া ধৰে হিয়া আগাৰ
সি কালত যাৰ সেই মিষ্ট সনা হাঁহি
হৰিছিল অন্তৰৰ দুৰ অন্ধকাৰ
সেই প্ৰিয়া প্ৰাণ প্ৰিয়া প্ৰাণ সখী নামে
উছৰ্গিলো বিৰহিণী এক চিত্ত প্ৰাণে।।

কবিৰ পত্নীৰ প্ৰতি থকা নিগঢ় প্ৰেম আৰু পত্নী বিয়োগত তেওঁৰ বিৰহ জ্বালা— ছনেটটিত মূৰ্ত্তিমন্ত হৈ উঠিছে। কবিৰ ব্যক্তিগত বিৰহ জ্বালাৰ এটি কাব্যিক প্ৰতিবিম্ব হিচাবে এই কাব্যখনিৰ এটি স্বকীয় মূল্য আছে।

### ॥ মধুসূদনৰ 'ব্ৰজাঙ্গনা' কাব্যৰ প্ৰভাৱ ॥

হিতেশ্বৰ বৰবৰুৱাই বিৰহিণী বিলাপ কাব্য ৰচনাৰ প্ৰেৰণা লাভ কৰিছিল মাইকেল মধুসূদন দত্তৰ ব্ৰজাঙ্গনা কাব্যৰ পৰা। ১৮৬১ খ্ৰীষ্টাব্দত পুথি আকাৰে প্ৰকাশ পোৱা ব্ৰজাঙ্গনা কাব্যত ওঠৰটা অংশ যুক্ত এটিহে সৰ্গ (প্ৰথম সৰ্গ) আছে। শ্ৰীকৃষ্ণ আঁতৰি

থকাত ৰাধাৰ যি বিৰহ—তাক কাব্যখনিত বৰ্ণনা কৰা হৈছে। মধুসূদনে কাব্যখনিৰ বিভিন্ন কবিতাসমূহক গীতি ধৰ্মী কবিতা (Odes) বুলি আখ্যা দিছে। জয়দেৱৰ গীত গোবিন্দ আৰু বিদ্যাপতিৰ ধৰ্ম কাব্য অধ্যয়ন কৰি লাভ কৰা প্ৰেৰণাৰে মধুসূদনে কাব্যখনি ৰচনা কৰে। কিন্তু এই প্ৰেৰণা আছিল সম্পূৰ্ণ মানৱীয় আৰু সাহিত্যিক, বৈষ্ণৱ ধৰ্মীয় মতৰ লগত ইয়াৰ কোনো সম্বন্ধ নাছিল। ৪ মধুসূদনে বৈষ্ণৱ ধৰ্মৰ প্ৰভাৱৰ আঁতৰত থাকি ৰাধা আৰু কৃষ্ণৰ প্ৰেম-বিৰহ মানৱ মানৱীৰ প্ৰেম বিৰহ হিচাবে কাব্যত তুলি ধৰিবলৈ প্ৰয়াস কৰিছে। শ্ৰীকৃষ্ণৰ পৰা আঁতৰি থাকি প্ৰেম-বিৰহৰ জ্বালাত সেই পুৰি মৰি ৰাধা তেওঁলোকৰ প্ৰেমৰ আনুসংগিক সকলো বস্তুকে সম্বোধন কৰিছে আৰু শ্ৰীকৃষ্ণৰ বাতৰি সুধিছে। এই আনুসংগিক বস্তুবিলাক হ'ল—বাঁহী মেঘ যমুনা ময়ূৰা চৰাই পৃথিৱী প্ৰতিধ্বনি উষা ফুল পৰ্বত সন্ধিয়া গোবৰ্দ্ধন গিৰি সাৰিকা পখী কৃষ্ণচূড়া বৃক্ষ বান্ধৱী আৰু বসন্ত। শ্ৰীকৃষ্ণৰ বিৰহতো ৰাধাৰ বাবে বেদনা দায়ক কিয়নো শ্ৰীকৃষ্ণ প্ৰেমৰ সোঁৱৰণী ঘটনা বিলাকে ৰাধাৰ বিৰহ প্ৰকট কৰি তোলে। বিৰহ বেদনাৰ কাব্যিক অভিব্যক্তিৰ মাজেদি এটি আশাবাদী সুৰ বাজি আছে আৰু সিয়ে শেষৰ কবিতাটিত (বসন্ত) পৰিপূৰ্ণতা লাভ কৰিছে।

বকুল ফুল ফুলি উঠা দেখি ৰাধাই জানিছে যে বসন্ত আহিল যদি বসন্ত আহিল মাধৱো (শ্ৰীকৃষ্ণ) নিশ্চয় আহিব

ফুলিল বকুল ফুল কেন লো গোকুলে আজি
কহ তা স্বজনী?
আইলা কি ঋতুরাজ? ধরিলা কি ফুল সাজ
বিলাসে ধরণী?
মুছিয়া নয়ন-জল চল লো সকলে চল
শুনিব তমাল তলে বেণুর সুরব
আইল বসন্ত যদি আসিবে মাধব। (বসন্ত) ৫

ব্ৰজাঙ্গনা কাব্যৰ এটি বিশেষত্ব হ'ল—বিভিন্ন ছন্দ কলাৰ প্ৰাচুৰ্য্য। ড সুকুমাৰ সেনৰ মতে—বঙলা সাহিত্যত প্ৰথম গীতি ধৰ্মী কবিতা (Odes) হিচাবে 'ব্ৰজাঙ্গনা কাব্যৰ এটি ঐতিহাসিক মূল্য আছে। ৬

ব্ৰজাঙ্গনা কাব্যৰ ওপৰত কৰা ওপৰৰ চমু আলোচনাটিয়ে বৰবৰুৱাৰ বিৰহিণী বিলাপ কাব্যৰ অধ্যয়নত আমাক সহায় কৰিব। বৰবৰুৱাৰ কাব্য কবিতাত মধুসূদনৰ

---

৪। ড অজিত কুমাৰ ঘোষ মধুসূদন ৰচনাৱলী পৃ ৪৬ (পাতনি)
৫। মধুসূদন দত্ত ব্ৰজাঙ্গনা কাব্য ১৭ (১)
৬। ড সুকুমাৰ সেন বাঙ্গালা সাহিত্যেৰ ইতিহাস (২য় খণ্ড) পৃঃ ৫৬।

প্ৰভাৱ আছে। অথচ প্ৰতি খোজতে বৰবৰুৱাই অভিনৱত্ব ৰক্ষা কৰি তেওঁৰ নিজা অমৰ কাব্যিক প্ৰতিভাৰ পৰিচয় দি গৈছে। এই কাব্যৰ নায়িকা নিৰ্ব্বাচনত বৰবৰুৱাই বিশ্বজনীন সাহিত্যাদৰ্শৰ এটি চানেকি দাঙি ধৰিছে। খ্ৰীষ্টিয়ান মধুসূদনে বৈষ্ণৱ ধৰ্ম্মৰ ৰাধাক নায়িকা হিচাবে লৈ কাব্য ৰচনা কৰাতে যেন এৰ বিপাণ্ডত পৰিৱ লগা হৈছে। কিন্তু বৰবৰুৱাই মানৱ অন্তৰৰ বিৰহ বেদনাৰে কাব্য ৰচনা কৰিবলৈ লওঁতে কোনো ধৰ্ম্ম গ্ৰন্থৰ নায়িকা নিৰ্ব্বাচন নকৰি এগৰাকী নাৰীক নায়িকা হিচাবে গ্ৰহণ কৰিছে। গতিকে বিৰহিণী বিলাপ কাব্যৰ নায়িকা হ ল— এগৰাকী বিৰহিণী —যি সমগ্ৰ বিৰহি ী নাৰীৰ প্ৰতীক স্বৰূপ।

স্বামী বা প্ৰিয়জনৰ পৰা আঁতৰি থকা বিৰহিণীয়ে নানান বস্তুক সম্বোধন কৰি অন্তৰৰ বিৰহ বেদনা উজাৰি দিছে। এই বস্তুবিলাক হ ল—বান্ধৱী নৈসৰ্গিক বস্তু পখী বসন্ত কল্পনা সৰগৰ গ্ৰহ নক্ষত্ৰ স্বপ্ন ইত্যাদি। বিৰহি ী বিলাপৰ নায়িকাই ব্ৰজাঙ্গনাৰ ৰাধাতকৈ বেছি বস্তুক সম্বোধন কৰি মনৰ বিৰহ প্ৰকাশ কৰিবলৈ সুবিধা পাইছে কিয়নো বৰবৰুৱাৰ কাব্যত আছে ছয়টি সৰ্গ আৰু প্ৰতি সৰ্গ বহু অ াত বিভক্ত আনহাতে মধুসূদনৰ কাব্যত ওঠৰটা অংশ যুক্ত মাত্ৰ এটিহে সৰ্গ আছে।

বিৰহিণী বিলাপৰ ভিন্ন স্বৰীয়া ছন্দ আৰু ভাৱঘনতাই—ইয়াৰ কবিতাসমূহক ব্ৰজাঙ্গনাৰ কবিতাসমূহৰ দৰে শ্ৰেষ্ঠ গীতি ধৰ্ম্মী কবিতালৈ ( Odes ) ৰূপান্তৰিত কৰিছে। বিৰহিণী নায়িকাই সম্বোধন কৰা বিষয় বস্তুবোৰে তেওঁৰ বিৰহ বেদনাক বেছি প্ৰকট কৰি তুলিছে আৰু নি সন্তাত বিৰহি ীৰ হিয়া দগ্ধ হৈছে। বিৰহিণীৰ ভাৱ অনুভূতিক গভীৰ কৰি তুলিবৰ বাবে কবিয়ে কাব্যৰ আৰম্ভণিত কালিদাসৰ মেঘদূতম ৰ এটাকি শ্লোকৰ উদ্ধৃতি দি ছ।

## ॥ কাব্যৰ বিলাপ-বিননি ॥

কাব্যৰ প্ৰথম সৰ্গত বিৰহিণীয়ে এখানি গীতি কবিতাৰ মাজেদি সখীক সম্বোধন কৰি কৈছে তেওঁ প্ৰিয়তমৰ পৰা আঁতৰি থাকি বিৰহৰ জ্বালাত ভুগিছে। তেওঁ ঘৰত অকলে অকলে দিন নিয়াইছে ইফালে বাৰিষাও আহি পালেহি তেওঁৰ অন্তৰ ব্যাকুল হৈ উঠিছে। তেওঁ যেতিয়া সৰু হৈ আছিল প্ৰিয়জনৰ প্ৰেমৰ পৰশ পোৱা নাছিল আৰু তেওঁৰ মন আছিল অতি সৰল আৰু চিন্তামুক্ত। তেওঁৰ হৃদয়ৰ পদুমপাহি যেতিয়া ফুলা নাছিল ভোমোৰাও অহা নাছিল। কিন্তু সময়ত যেতিয়া ই ফুলিল ভোমোৰাৰূপী তেওঁৰ প্ৰিয়জনে তেওঁৰ মন হৰণ কৰিলে। ভোমোৰাসদৃশ তেওঁৰ প্ৰিয়জনৰ প্ৰতিজ্ঞাৰ ওপৰত বিৰহিণীৰ কোনো আস্থা নাই

(১)

সখি ঐ!

নজনা আছিলোঁ
ভালেই আছিল—
সুখৰ হেপাহ নাছিল মোৰ।
নিচিনো স্বোৱামী
প্ৰণয় নুবুজো
অজলা ভাবত আছিলো ভোৰ।

[২]

হৃদয় পদুম আছিল অফুলা
নিচিনো ভোমোৰা কেনুৱা ধন।
কালি পাহ সখি! ফুলিল পদুম
পৰিল ভোমোৰা প্ৰেমিক মন।

[৩]

(কিন্তু) লুটুৰা ভোমোৰা জাতেই চঞ্চল।
পদুমৰ মধু পদুম থই
কেতেকী ফুলত মধু আশা কৰি
পৰিল ভোমোৰা পগলা হৈ॥ (প্ৰথম সৰ্গ ছ)

বিৰহিণীয়ে প্ৰেমিকৰ মুখ আনকি প্ৰেমিকৰ নাম পাহৰি থাকিবলৈকে চেষ্টা কৰিছে কিন্তু যিমানেই পাহৰিব খোজে সিমানেই বিৰহ বেদনাই তেওঁক হেঁচি ধৰে আৰু কাম বনত তেওঁ মন নবহা হয়। মৌ মাখিৰ গুণ গুণনিত মলয়াৰ মৃদু পৰশত প্ৰকৃতি ৰাজ্যত ৰঙৰ মেলা বহে তেনে সময়তো তেওঁৰ হিয়াৰ দেৱতাক কোনে বান্ধি ৰাখে—বিৰহিণীয়ে নুবুজে। প্ৰেম বিৰহত ভুগি বিৰহিণীয়ে গোটেই পুৰুষ জাতিটোকে নিৰ্দ্দয় বুলি আখ্যা দিছে। বিৰহিণীগে যেন কোনো উপায়কে পোৱা নাই

গুঞ্জৰে ভোমোৰা বলিছে মলয়া
হাঁহিছে প্ৰকৃতি সতী
এনুৱা কালত কোনে ধৰি ৰাখে
মোৰ পৰাণৰ পতি? (প্ৰথম সৰ্গ ঞ)

"কিৰূপে বা ৰাখোঁ প্ৰাণ।
জ্বলিছে বিৰহ জুই
পুৰিছে হৃদয় মোৰ শুকান বননি।
প্ৰেম সাগৰত সখি।
উঠিছে বিৰহ ঢউ
কৰিছে আকুল মোক নাপাওঁ তৰণী॥" (প্ৰথম সৰ্গ ট)

দ্বিতীয় সৰ্গত বিৰহিণীয়ে আকাশৰ চন্দ্ৰ সূৰ্য্য গ্ৰহ নক্ষত্ৰ বিজুলী অস্তগামী সূৰ্য্য আৰু মেঘক সম্বোধন কৰি কৰি মনৰ বেদনা প্ৰকাশ কৰিছে। বিৰহিণী নাৰীৰ অন্তৰৰ ভাব অনুভূতি ধৰি ৰখা এই এলানি গীতি কবিতাৰে (Odes) বৰবৰুৱাই অসমীয়া সাহিত্যক চহকী কৰি গৈছে। সূৰ্য্যক সম্বোধন কৰি বিৰহিণীয়ে প্ৰিয়জন কিয় অহা নাই তাৰ সম্ভেদ লবলৈ চেষ্টা কৰিছে

(২)

দিবাকৰ।—প্ৰতিদিনে
পশ্চিম পৰ্ব্বত পিনে
যোৱা তুমি সন্ধিয়াত আহা পুৱা হলে
কিন্তু মোৰ যিটি গল কিয়নো নাহিলে?

(৪)

জগত পোহৰা তুমি
পোহৰা পাতাল ভূমি
স্বৰগ পোহৰা—কৰা উজ্জ্বল সংসাৰ।
হৃদয় কিয়নো মোৰ দোৰ্ঘোৰ এন্ধাৰ?

(৫)

তুমি পাত পাত কৰি
ত্ৰিজগত আছা ঘূৰি
দেখিছা সকলো ঠাই জগতৰ প্ৰাণী
নাপালানে দেখা দেৱ।—ক তো মোৰ স্বামী? (সূৰ্য্য)

তেনেদৰে চন্দ্ৰক সম্বোধন কৰি কৈছে—চন্দ্ৰই প্ৰেমিক প্ৰেমিকাৰ অন্তৰলৈ বিমল সুখ শান্তি কঢ়িয়াই আনে কেৱল বিৰহিণীৰ অন্তৰকহে তেওঁ শান্ত কৰিব নোৱাৰিলে। তৰাৰ চিকমিকনিক বিৰহিণীয়ে তেওঁৰ বিৰহত কৰা উপহাস বুলি গণ্য কৰিছে আৰু তৰাক দুষ্ট বুলি অভিহিত কৰিছে

(১)

কিয়নো হাঁহিছ ভই স্বৰগৰ তৰা

মৃদু মিচিকিয়া হাঁহি ?
কিয়নো মাৰিলি ঠাঁহি
হৃদয়ত শেল মোৰ ? কিয় জুই দিলি ?
উপহাস তই মোক কিয়নো কৰিলি ?

(২)

অন্তৰত বিহ লই
মুখ হাঁহিমুৱা কই
বিদ্রূপি হাঁহিলি মোক আনন্দ মনত !
জানিলোঁ আজিহে—দুষ্ট থাকে ৰয়গত।" (তৰা)

বাৰিষাৰ বিজুলীক সম্বোধন কৰি বিৰহিণীয়ে প্রশ্ন কৰিছে

(১২)

স্বামী বিৰহত কান্দিছোঁ বাগৰি
হাঁহিছ মাথোন তই ?
বাৰিষা কালৰ কলা মেঘ সতে
ভুমুকা ভুমুকি কই ?

(১৩)

ইমান কান্দিলোঁ ইনাহ বিনাই
নালাগিলে বেয়া তোৰ ?
চিয়াখনি নেকি শিলেৰে বন্ধোৱা
অন্তৰ বন্ধোৱা তোৰ ? (বিজুলী)

মেঘক সম্বোধন কৰি বিৰহিণীয়ে খাটনি ধৰিছে—মেঘে যেন বিৰহিণীৰ অন্তৰৰ বিৰহ ব্যথাৰ কথা কোনোবা অজান দেশত থকা তেওঁৰ প্রিয়জনক দিয়েগৈ। এই কবিতাটিত কালিদাসৰ মেঘদূতম কাব্যৰ প্রভাৱ সুস্পষ্ট। দূত হিচাবে বাৰ্ত্তা লৈ যাবলৈ বিৰহিণীয়ে মেঘৰ ওচৰত আবেদন জনাইছে

মেঘ। তই কৰি গই
স্বামীৰ আগত গই
যুগমীয়া কৰি প্রাণ
তেওঁতে অৰ্পিছো মই।
কবি গই মোৰ কথা

( শুনি জানো লাগে বেথা )
অকালে কান্দিছো মই
চকুলো দুধাৰি লই ॥ ( মেঘ )

তৃতীয় সৰ্গত চৰাইক উদ্দেশ্য কৰি প াচটি গীতি কবিতা ৰচনা কৰা হৈছে। মধুসূদনৰ 'ব্ৰজাঙ্গনা'ত চৰাই সম্পৰ্কীয় কবিতা মাত্ৰ দুটিহে আছে। অন্তৰৰ বিৰহ বেদনা উজাৰি দি বিৰহিণীয়ে সম্বোধন কৰা চৰাই কেইজনী হ ল— কুলি সখীয়তী কেতেকী শালিকী আৰু কাউৰী। মধুসূদনৰ ব্ৰজাঙ্গনা ৰ বিৰহিণী ৰাধাই সম্বোধন কৰা চৰাই দুজনী হ ল— ময়ূৰী আৰু সাৰিকা। গতিকে দুইখন কাব্যতে মিল থকা চৰাইজনী হ ল— শালিকী বা সাৰিকা।

মধুসূদনৰ ৰাধিকাই পিঞ্জৰাৱদ্ধ সাৰিকা ৰ পুতৌলগা অৱস্থা নিৰীক্ষণ কৰি চৰাইজনীৰ লগত নিজৰ অৱস্থাৰ এটি সমন্বয় বিচাৰি পাইছে

আজি ও পাখীৰ ম বুজি আমি বিলক্ষণ—
আমিও বন্দী গো আজি ব্ৰজ কাৰাগাৰে।
সাৰিকা অধীৰ ভাবি কুসুম কানন
ৰাধিকা অধীৰ ভাবি ৰাধা বিনোদন। [৭]

বৰবৰুৱাৰ শালিকী ও পিঞ্জৰাৱদ্ধ। ।।লিকীযে ৰজাৰ কাৰেঙৰ পিঞ্জৰাত সমস্ত কৃত্ৰিম মৰম আৰু যত্নৰ মাজত দিন কটা ছে। তথাপিও শালিকীজনী কিবা দু খত ব্যাকুল

(২)

নিতে নিতে আনি দিছে তোক পখি।
নতুন নতুন ফল।
দেৱৰো বাঞ্ছিত খাইছ পায়স
সোন্দা চেনি চম্পা ক ন ॥

(৩)

আপোন হাতেৰে চক্ৰৱৰ্ত্তী ৰজা
কৰিছে আদৰ তোক
ইমান সুখতো তথাপি শালিকী!
কিয় কৰি থকা শোক? ( শালিকী )

বুৰঞ্জীমূলক কাব্য কেইখনিত বৰবৰুৱাৰ স্বদেশ প্ৰীতিয়ে লুকা ভাকু খেলি থকাৰ

৭। মধুসূদন দত্ত ব্ৰজাঙ্গনা কাব্য ( ৩)

দৰে এই শালিকী নামৰ গীতি কবিতাটিতো কৱিৰ স্বদেশ প্ৰীতি বিৰহিণীৰ বেদনাৰ মাজেদি ভুমুকি মাৰিছে। বিৰহিণীয়ে জানিব খুজিছে—ৰাজ-কাৰেঙৰ সোণৰ সজাত থকা শালিকীৰ বেজাৰৰ কাৰণ কি? কোনো কবিয়ে হয়তো কাৰণ দৰ্শাই কব দেশৰ স্বাধীনতা হেৰাই যোৱাতে চৰাইজনীৰ অন্তৰ বেজাৰেৰে ভৰি পৰিছে। কিন্তু যি জনী শালিকী অসমৰ তাইৰ চিন্তা জানো পৰাধীন অসমীয়া মানুহৰ চিন্তাতকৈ বেলেগ হব পাৰে? অসমীয়া মানুহেই যদি স্বাধীনতাৰ কথা চিন্তা নকৰে অসমৰ চৰাইজনীয়ে সেই চিন্তা কৰিব কেনেকৈ? সেয়ে শালিকীৰ বেজাৰৰ কাৰণ—দেশৰ পৰাধীনতা নিশ্চয় নহয়। বিৰহিণীয়ে অনুমান কৰিছে—শালিকীৰ বেজাৰৰ কাৰণ তাইৰ প্ৰিয় শালিকাৰ লগত হোৱা বিচ্ছেদহে। তলৰ কবিতাংশই কবিৰ নিভাজ স্বদেশ প্ৰেমৰ নমুনা দিয়ে

(৯)

কয় কোনো কবি হেৰুৱালি তই
স্বাধীনতা মহাধন।
সি দুখতে তই কান্দি থাক নিতে
সদা বিয়াকুল মন॥

(১)

এই কথা পখি। যিটো কবি কয়
একোকে নাজানে তেওঁ।
সংসাৰ ক্ষেত্ৰৰ পলসত পৰি
নাই লোৱা তেওঁ লেও॥
যিদিনা অৱধি আসাম মাতৃয়ে
হেৰালে স্বাধীন ধন।
সিদিনা অৱধি আসামবাসীৰ
পৰৰ অধীন মন॥

(১২)

সিদিনা অৱধি অসমীয়া জাতি
আনৰ গোলাম হল।
খোৱা পিন্ধা, লোৱা উঠা বহা শোৱা
লোকৰ হাতত গল॥

(১৩)

তথাপিও পখি। এটাযো মুখত
নাই বিষাদৰ চিন।
তইতো শালিকী! আসামৰে পখী?
তয়ো হ'বি পৰাধীন॥

(১৪)

স্বাধীনতা গ'ল সেই বুলি তোৰ
জানিছো।—নাকান্দ মন।
নীলা পৰ্ব্বতৰ কাঠনি মাজত
এৰিবলি স্বোৱামী ধন॥ (শালিকী)

কুলি চৰাইক সম্বোধন কৰি বিৰহিণীযে আক্ষেপ কৰিছে যে বিৰহ বেদনাত জৰ্জ্জৰিত সকলৰ প্ৰতি বসন্তৰ কুলিৰ কোনো সহানুভূতি নাই। কুলিজনীক যেতিয়া মানুহে আটক কৰিব তেতিয়াহে তাই বিৰহ বেদনাৰ কথা উপলব্ধি কৰিব পাৰিব। সখীয়তী ৰ গানৰ সুৰৰ লগতহে বিৰহিণীয়ে প্ৰাণৰ সুৰৰ এটি সমন্বয় বিচাৰি পাইছে কিয়নো সখীয়তীজনীয়েও বিৰহিণীৰ দৰে প্ৰেমাস্পদক বিচাৰি হাবাথুৰি খাই ফুৰিছে। কেতেকী ৰ গানৰ মাজত বিৰহিণীয়ে অকণমান সান্ত্বনা লভিবলৈ সমৰ্থ হৈছে

(৩)

নাথাকিল ভাল পোৱা তেওঁৰ মনত
তিয়াগি তোমাক পখি! লুকাল বনত?

(৪)

সচাঁনে কোৱাছে। তুমি বিচাৰিছা তাক?
পৰাণৰ প্ৰাণ বুলি ভাবিছিলা যাক?

(৫)

সচাঁ যদি আহা পখি। কৰো কোলাকুলি
তোমা মোৰ একে দশা একেই সমূলি॥

(৬)

হেৰালে তোমাৰ স্বামী প্ৰাণপতি মোৰ।
দুয়োটিৰ একে দুখ যাতনা দোৰ্ঘোৰ॥ (কেতেকী)

কাউৰী জনীক সম্বোধন কৰি বিৰহিণীয়ে আশা কৰিছে—জনবিশ্বাসত কুশল মঙ্গলৰ বাৰ্ত্তাবাহী দূত হিচাবে খ্যাতি থকা কাউৰীজনীয়ে তেওঁৰ প্ৰিয়জনৰ বাতৰি নিশ্চয়

তেওঁক দিবহি। যদিহে কাউৰীয়েও কোনো সম্বাদ দিব নোৱাৰে বিৰহিণীৰ মৃত্যু সুনিশ্চিত

(৫)

"নকৰা কিয়নো
ক'লীয়া কাউৰি।
মোৰো ওচৰত গছত পৰি
নাকান্দা আহুটী।
আহিব তোমাৰ
মোৰামী ৰতন এতিয়া ঘৰি ?

(৬)

কই যা কাউৰি।
মোৰে মূৰ খাৱ।
পাৰ যদি তৎ বাৰ্ত্তা তেওঁৰ।
কেতিয়া আহিব ?
কেতিয়া দেখিম
সেই হাঁহি মুখ চকুৰে মোৰ ?

(৭)

যদিহে নকৰি
বাতৰি কাউৰ।
জানিবি অভাগী মৰিব আজ।—
বিৰহ জুইৰে
দেহা থৰি দিব
প্ৰণয় থৰিবে চিতাটী সাজি॥ (কাউৰী)

চতুৰ্থ সৰ্গত বিৰহিণীয়ে বসন্ত ক নিষ্ঠুৰ আখ্যা দিছে কিয়নো সকলো সুখ আনন্দ সৌন্দৰ্য্য লৈ বসন্ত আহিল কিন্তু তেওঁৰ স্বামীকহে লৈ নাহিল। স্বামীৰ অবিহনে বসন্তৰ সমস্ত আনন্দ তেওঁৰ বাবে অৰ্থহীন। সেয়ে বসন্তক সম্বোধন কৰি বিৰহিণীয়ে গাইছে

(১)

"শুচি যা বসন্ত। তই
এই অসময়
এতিয়া নাহিবি তই আহিবি পাছত।
আনিবি যেতিয়া মোৰ
পৰাণৰ প্ৰাণ
হৃদয় ৰাজাৰ ৰজা স্বামীক লগত ॥ (বসন্ত)

স্বামীক লৈ আনিব নোৱাৰিলে মলয়া আকো বিৰহিণীৰ কাষলৈ আহিব নালাগে। বিৰহিণীয়ে মলয়াক তেতিয়াহে আদৰিব যেতিয়া—

(৫)

সৌভাগ্য উদয় যদি
কেতিয়াবা হয়
সুখৰ বেলিটি যদি হাঁহে আকাশত
বিৰহ সাগৰ সিচি
যদি কেতিয়াবা
স্বোৱামীক লই বহো ফুলনি মাজত (মলয়া)

মন চকু হেপাহ আদি কবিতাতো একে বিৰহ বেদনাকে প্ৰকাশ কৰা হৈছে। শান্তিৰ অন্বেষণ কৰি গাভৰু বিৰহিণী আহি তলৰ সিদ্ধান্তত উপনীত হৈছে

(৩)

বিষম কঠোৰ সংসাৰ মাজে
নাথাক অলপো ৰহ।
বিৰহ চউৰ গাজনিয়ে সতে
যাব যে মিহলি হই। (শান্তি)

মধুসূদনৰ বিৰহিণী ৰাধিকাৰ আশাবাদী সুৰটি বৰবৰুৱাৰ বিৰহিণীৰ মাজত পাবলৈ নাই। পাৰ্থিৱ প্ৰেমৰ ব্যৰ্থতাই অৱশেষত জীৱনৰ করুণ সুৰৰ লগত মিত্ৰতা কৰি বহিছে।

পঞ্চম সৰ্গত বিৰহিণীয়ে মাধৈ লতাৰ পৰা নিয়ৰৰ টোপা সৰি থকা দেখি ভাবিছে মাধৈ লতা তেওঁৰ দৰেই বিৰহিণী। সাগৰৰ বুকুত বিলীন হবলৈ বুলি বিৰামহীনভাৱে বৈ যোৱা নই থনি দেখি বিৰহিণীয়ে ভাবিছে—তেৱো একেদৰেই স্বামীৰ লগত মিলনাকাঙ্ক্ষাত ব্যাকুল। এই মিলন স্পৃহাক প্ৰকৃতিৰ ৰীতি বুলি বুজি লৈ বিৰহিণীয়ে নৈৰ্থনিক প্ৰশ্ন কৰিছে—প্ৰকৃতাৰ্থত পৃথিৱীত মিলন জানো সম্ভৱপৰ?

(৩)

হেজাৰ হেজাৰ ঢৌ থই থই প্ৰাতৰাই
সমুদ্ৰে তোমাক নদি।
কৰে আলিঙ্গন।
তুমি দুয়ো হাত মেলি সুখে আলিঙ্গন কৰি
পতিয়ে সইতে হোৱা
আনন্দে মিলন॥

(৪)

কিন্তু মোৰ দশা নদি। চোৱাচোন ভাবি তুমি
টোপনিত কত দিন
দেখোঁতে সপোন
হাত দুটি মেলি মেলি তেওঁক ধৰিব খোজো।
নাপাওঁ ধৰিব হায়।
নহয় মিলন॥

(৫)

সাৰ পাই কান্দো। কাটো। চকুৰ চকুলো টোকো
পূৰি মৰো। বিৰহৰ
জ্বলা অগনিত।
কোৱাচোন কোৱা নদি। পাম কি তেওঁক মোৰ?
পাম জানো মিলনৰ সুখ পৃথিবীত? (নই)

শোৱনি—কোঠাত সোমাই বিৰহিণীয়ে উপলব্ধি কৰিছে স্বামী অবিহনে কোঠাটোৰ কোনো সামগ্ৰীৰে মূল্য নাই। গোলাপ ফুলপাহি খোপাত গুজি লোৱাৰ আনন্দকণ হেৰাই গৈছে কাৰণ তাৰ সৌন্দৰ্য্য উপভোগ কৰিবলৈ স্বামীয়ে কাষত নাই। অকণি সান্ত্বনাৰ বাবে বিৰহিণী পৰ্ব্বতৰ কাষ চাপিছে কিন্তু পৰ্ব্বতৰ হিয়াযে শিলেৰে বন্ধোৱা। তাক বিৰহিণীৰ চকুলোৱে গলাব কেনেকৈ? সেয়ে নদৰ দাতিত বহি বিৰহিণীয়ে আবেদন জনাই কৈছে

(৫)

বৰ লাগে নদি। ৰবাচোঁ থস্তেক
চকুলো এধাৰি নিবা।
যদি কৰবাত পোৱা মোৱামীক
তেওঁৰ পাৱতে দিবা॥

(৬)

নাৰী জনমৰ শেষ উপহাৰ
চকুৰ চকুলো ধাৰি।
লই যোৱা নদি। দিবা যোৱাৰীক
মাতিছোঁ কাকুতি কৰি ॥ ( নহৰ দাতিত )

ষষ্ঠ সৰ্গত বিৰহিণীয়ে কল্পনাৰ সহায়ত নিজৰ অৱস্থা উপলব্ধি কৰিবলৈ চেষ্টা কৰিছে। স্বপ্নত স্বামীৰ মুখখনি দেখি তেওঁ অকণশৰীয়া অৱস্থা আৰু অপূৰ্ণ আশাৰ কথা হৃদয়ঙ্গম কৰিছে। জীৱনত তৃষ্ণাকাঙ্ক্ষাৰ জানো পূৰ্ণতা আছে?

"যি দাৰুণ হেপাহত
সাগৰ শোহিব খোজে,
গুচে কি পিয়াহ তাৰ এটোপা পানীত?
পূৰ্ণিমাৰ বগা জোন
চাব খোজে প্ৰাণে যাৰ
তাৰ কি হৃদয় শান্ত হয় জোনাকীত? ( স্বপ্ন )

স্বপ্নৰ যোগেদিহে বিৰহিণীয়ে স্বামীৰ কাষ চাপিছে আৰু এনে এটি সিদ্ধান্তত উপনীত হৈছে যে প্ৰেম সপোনৰ খেলাৰ সদৃশ আতন্ত্য। অকলে অকলে বিৰহিণীয়ে নিজৰ মনৰ মাজতে এটি শেষ সিদ্ধান্তত উপনীত হবলৈ চেষ্টা কৰিছে। তেওঁ বুজি উঠিছে যে প্ৰকৃতিৰ চিৰন্তন আৱৰ্ত্তনৰ মাজত পাৰ্থিৱ প্ৰেমৰ স্থান নাই। তেওঁৰ বাবে সুখ এটা অবাস্তৱ অভিজ্ঞতা। চাৰিও ফালে চাই বিৰহিণীয়ে দেখিছে প্ৰকৃতি ৰাজ্যত অনন্ত প্ৰেম আৰু সৌন্দৰ্য্য বিৰাজ কৰিছে। কিন্তু মানৱৰ কাৰণে এই প্ৰেম আৰু সৌন্দৰ্য্য পৰিবৰ্ত্তনশীল আৰু অস্থায়ী। পুখুৰী নামৰ কবিতাটিত প্ৰকৃতি প্ৰেম আৰু মানৱ প্ৰেমৰ মাজত এটি তুলনা দাঙ্গি ধৰা হৈছে। নিজ মতে বিৰহিণীয়ে এটি আপোচ মীমাংসালৈ আহিছে যেনেদৰে যে তেওঁ নিজ কপালৰ লিখন মানি লব আৰু মৃত্যু পৰ্য্যন্ত তেওঁৰ প্ৰিয় স্বামীক আৰাধনা কৰি থাকিব

(৫)

'অন্ত হলে ভৱ লীলা
তেওঁৰ পাৱৰ ধুলা
আপোন শিৰত তুলি কৰি লম থাপনা।
দেখোঁতে দেখোঁতে যেন
প্ৰাণপখী উৰি যায়
আৰু যে নালাগে একো এয়ে মাথো কামনা।" ( নিজ মতে)

এনেদৰে 'বিৰহিণী বিলাপ' কাব্যত এগৰাকী বিৰহিণীৰ বিৰহ বেদনা সমগ্ৰ বিৰহিণীৰ বিৰহ বেদনালৈ ৰূপান্তৰিত হৈ বিশ্বজনীন সুৰত উদ্ভাসিত হৈছে। এগৰাকী নাৰীৰ প্ৰিয়জনৰ সৈতে মিলনৰ যি চিৰন্তন কামনা—সিয়ে বিভিন্ন ভাৰ মুচ্ছনাৰে প্ৰকৃতিৰ বিভিন্ন বস্তুৰ মাজেদি ( Objects of Nature ) অন্তদৃষ্টিৰ ( Introspection ) বলত চিৰ মূৰ্ত্তিমান হৈ উঠিছে। কোনো বিশেষ দেশ কাল আৰু পাত্ৰৰ সহায় নোলোৱাকৈ ৰচনা কৰা বিৰহিণী বিলাপ কাব্য হিতেশ্বৰ বৰবৰুৱাৰ কাব্যিক প্ৰতিভাৰ এটি অভিনৱ নিদৰ্শন।

## ৩ ॥ 'ডেচ্‌দিমোনা কাব্য' ॥

হিতেশ্বৰ বৰবৰুৱাৰ আন এটি দীৰ্ঘাৱয়ৱী কবিতা—ডেচদিমোনা কাব্য ১৯১৭ খ্ৰীষ্টাব্দত প্ৰকাশিত হয়। শ্যেক্সপীয়েৰৰ ওথেলো (Othello) নাটকৰ বিষয় বস্তুৰ ওপৰত ভিত্তি কৰি ৰূপত্ত কৰা এই কাব্যখনিয়ে বৰবৰুৱাৰ স্বকীয় চিন্তা আৰু কাব্য প্ৰতিভাৰ সম্যক পৰিচয় দিয়ে। শ্যেক্সপীয়েৰৰ অমৰ লিখনি আৰু কাব্যিক চিন্তাৰ ওপৰত এটি গভীৰ উপলব্ধি হোৱাৰ বাবেই স্বকীয় চিন্তাৰ পৰিচয় দি এই অভিনৱ কাব্যখনি ৰচনা কৰিবলৈ বৰবৰুৱা সমৰ্থ হয়। কাব্যত গেৰাল্ড মাছেৰ (Gerald Massey) তলৰ শাৰী কেইটিৰ উদ্ধৃতি দি কবিয়ে এই গভীৰ উপলব্ধিৰ পৰিচয় দিছে

> And for all time he (Shakespeare) wears the crown
> Of lasting limitless renown
> He reigns whatever monarchs fall
> His throne is in the heart of all

শ্যেক্সপীয়েৰৰ অমৰ ট্ৰেজেডি ওথেলোৰ নায়িকা—ডেচদিমোনাৰ ওপৰত এখনি গীতি কাব্য ৰচনা কৰিবলৈ মানস কৰি কবি যেন দুৰাশা ডাকিনীৰ কবলত পৰিল। সেয়ে কাব্যৰ চমু পাতনিত কবিয়ে লিখিছে আমাৰ অনন্ত দুৰাশাৰ অন্ত নাই। জগতৰ সৰ্ব্বপ্ৰধান কবি কবিকুল শিৰোমণি চেক্ষপীৰ ক'ত? আৰু আমাৰ নিচিনা ক্ষুদ্ৰতকৈও ক্ষুদ্ৰ নগণ্য প্ৰাণী ক'ত? অথচ দুৰাশা ডাকিনীয়ে পাই আমাক যি ইচ্ছা তাকে কৰাইছে।'

এই ডেচদিমোনা কাব্যখনি আমাৰ সেই দুৰাশাৰেই ফল। মহাকবি চেক্ষপীৰৰ অথেলো নাটকৰ প্ৰধান নায়িকা ডেচদিমোনাৰ ছয়ালৈ এই ক্ষুদ্ৰ কাব্যৰ অৱতাৰণা।

কবিয়ে তেওঁৰ মৰমৰ ভনীটি জয়দাৰ নামত কাব্যখনি সমৰ্পণ কৰিছে। ইয়াত কবিৰ পবিত্ৰ ভগ্নী স্নেহৰ নিদৰ্শন ফুটি উঠাৰ উপৰিও কবিৰ আটাই কেইখনি অমূল্য কাব্যৰ উল্লেখ আছে

> আৰু সেই তাহানিৰ অকৰা আজলি
> যাৰে সতে গাঁথিছিলে মালা পলাশৰ
> উন্মাদিনী বিৰহিণী মইনা মালিতা
> মালচ' আঁজলি ধ্বংস কয়তাপুৰৰ

আভাস আভাসময়ী চিত্ৰ ৰমণীৰ
অস্ফুটন ঢোপাকলি চেক্ষ্যৰ কালৰ
বৈদেহীৰ নিৰ্ব্বাসন চকুলোৰে ভৰা
তিৰোতাৰ আত্মদান' জয় সাগৰৰ॥
বীৰ প্ৰসৱিনী এই আসাম ভূমিৰ
মূৰ্ত্তিমতী শক্তিৰূপা ভীম নিনাদিনী
বীৰকন্যা বীৰাঙ্গনা বিধৱা গাভৰু
মূলা নামে তাহানিৰ আহোম ৰমণী
সেই আজ্ঞলিৰে গথা ডেচদিমোনা' মোৰ
অতি হেপাহত দিলো তোমাৰ হাতত

এই সমপণত উল্লেখ থকা মতে বৰবৰুৱাই 'মইনা' আজলি আৰু বৈদিহীৰ নিৰ্ব্বাসন নামৰ তিনিখনি পুথি ৰচনা কৰিছিল। কিন্তু এই পুথি কেইখনি এতিয়াও আমাৰ হস্তগত হোৱা নাই।

কাব্যৰ সমৰ্পণৰ পাছতে মহাকবি চেক্সপীৰ নামৰ ছনেটিত বৰবৰুৱাই বিশ্বকবিজনাৰ গুণানুকীৰ্ত্তন কৰিছে। এই ছনেটটি কবিৰ মালচ নামৰ ছনেট পুথিখনিত অন্তৰ্ভুক্ত হৈছে। ছনেটিয়ে শ্বেক্সপীয়েৰৰ ওপৰত কবিৰ দৃষ্টিভঙ্গী সদৰী কৰিছে

জানো দিলে বীণাপাণি বীণা আপোনাৰ
বজাব তোমাক কবি। দেখি যোগ্যবান
সি বীণাতে গাই জানো সুমধুৰ গীত
কৰিলা মোহিত তুমি মানৱৰ প্ৰাণ॥
দিলে জানো চিত্ৰলেখা লেখনী নিজৰ
আকিলা মোহিনী ছবি কিবা চমৎকাৰ
মিৰেণ্ডা জেচিকা আৰু ডেচদিমোনা সতী
লিউক্ৰেটীনা ওফিলীয়া চিত্ৰ জুলীয়াৰ॥
কাব্য ফুলনিত তুমি কবিৰূপী কুলি
কি বসন্তে কি হেমন্তে সকলো কালতে
আন্ধাৰত পোহৰত মনৰ হৰিষে
গালা মধুময় গীত মধুৰ সুৰতে॥
প্ৰণমো তোমাক আমি কবিকুলমণি!
মৰিও অমৰ তুমি বিখ্যাত জগতে॥"

ছনেটিৰ পৰা এই কথা পৰিষ্কাৰ হয় নাৰী চৰিত্ৰৰ বিশেষজ্ঞ স্বৰূপ বৰবৰুৱাৰ চকু আবদ্ধ হৈছে—শ্বেক্সপীয়েৰৰ নায়িকাৰ ওপৰতহে, ইয়াত কোনো নায়কৰ উল্লেখ নাই।

সেয়ে ওথেলো নাটকৰ নায়িকা ডেচদিমোনাৰ ওপৰতহে কবিয়ে অসমীয়া কাব্যখনি ৰচনা কৰে। কাব্যৰ প্ৰস্তাৱনাত কবিয়ে ওথেলো নাটকৰ নায়ক নায়িকা ওথেলো আৰু ডেচদিমোনাৰ ট্ৰেজেডি চমু আভাস দি তেওঁৰ ভ্ৰান্তি নামৰ ছনেটটিৰে ইয়াৰ সামৰণি মাৰিছে

ভ্ৰান্তি।
নিৰ্ম্মল জোনৰ তুমি কলঙ্কৰ চিন!
অজ্ঞান অবোধ, হায়। ভ্ৰান্তি কলঙ্কিনী।
কি যে ভাল কি যে বেয়া নাই একো ভিন॥

তোমাৰ ছলতে ভুলি কত ভ্ৰান্তজনে
ধ্বংস কৰে আপোনাৰ সোণৰ সংসাৰ॥ (মানচৰ পৰা)

## ॥ কাব্যৰ কাহিনী, মূলৰ লগত ইযাৰ প্ৰভেদ ॥

শ্বেক্সপীয়েৰৰ নাটকৰ ডেচদিমোনাৰ কাহিনীৰ ওপৰত ভিত্তি কৰি অসমীয়াত গীতি কাব্য এখনি ৰচনা কৰোতে বৰবৰুৱাই মূলৰ পৰা কেইবাটিও ক্ষেত্ৰত আঁতৰি আহিছে। শ্বেক্সপীয়েৰৰ ডেচদিমোনাৰ ছায়া হে লোৱা হৈছে হুবহু অনুকৰণ কৰা হোৱা নাই। শ্বেক্সপীয়েৰৰ ওথেলো ডেচদিমোনাৰ সৰ্ব্বজনবিদিত কাহিনীৰ পুনৰাবৃত্তি নকৰি আমি আলোচনাত মাত্ৰ দেখুৱাম বৰবৰুৱাৰ কাব্য কাহিনী মূলৰ পৰা কোন কোন ক্ষেত্ৰত আঁতৰি আহিছে আৰু ইয়াৰ মাজেদি বৰবৰুৱাৰ স্বকীয় চিন্তা কেনেদৰে প্ৰকাশ পাইছে। তদুপৰি কাব্যখনিৰ আঙ্গিকৰ দিশতো আমি ৰেখাপাত কৰিম।

ডেচদিমোনা কাব্যৰ গঠন প্ৰণালী সম্পূৰ্ণ স্বকীয়া ধৰণৰ। কাব্যখনি বাইছটা ছনেটৰ এটি গুচ্ছ ( A Sonnet Sequence )। প্ৰথমটোৰ পৰা শেষৰটোলৈ— আটাই কেইটি ছনেট এডালি কাব্য কাহিনী সূতাৰে গঁথা। গতিকে কাব্যখনিক আমি ছনেট ধৰ্ম্মী কাব্য বুলিও আখ্যা দিব পাৰো। এনে গঠন প্ৰণালীৰ কাব্য অসমীয়াত কিয় ভাৰতীয় সাহিত্যতে নিশ্চয় বিৰল।

ছনেট গুচ্ছৰ ছনেট কেইটি শ্বেক্সপীয়েৰীয় ৰীতিৰ। তিনিটি চতুষ্ক ( quatrains ) আৰু এটি যুগ্মকৰ ( Couplet ) দ্বাৰা একোটি ছনেট গঠিত হৈছে। শ্বেক্সপীয়েৰীয় ছনেটৰ মিল বিন্যাসৰ আদৰ্শ ইয়াত আংশিক ভাৱেহে গ্ৰহণ কৰা হৈছে এই মিল বিন্যাসৰ আদৰ্শ এনে ধৰণৰ কখ কখ গঘ গঘ চছ চছ জজ। কাব্যৰ প্ৰথম ছনেটটি পৰীক্ষা কৰি চালেই এই মিল বিন্যাসৰ শিথিলতা আমাৰ চকুত পৰিব

ত্ৰেবান্তিৰ কন্যা তুমি জন্ম ভেনিচত

সৰ্ব্ব ৰূপ গুণযুক্তা অতীৱ সুন্দৰী,
ঐশ্বৰ্য্য ধনৰ কিন্তু আশা পৰিহৰি
মন-প্ৰাণ সঁপিছিলা তুমি ওথেলোত।
কৃষ্ণবৰ্ণ মুৰ বংশে জন্ম ওথেলোৰ
আছিলে ওথেলো নিজে অতি কদাকৃতি
কিন্তু শুনি গল্পছলে বীৰোচিত কীৰ্ত্তি
ওথেলোত দিলা সঁপি জীৱন নিজৰ॥
ওথেলো তোমাক পাই স্বৰ্গ ঢুকি পালে
ওথেলোক পাই তুমি ভাহিলা সুখত
কিন্তু হায়! কান্দে প্ৰাণ! কপাল দোষত
দুষ্ট ইয়াগোৱে পাছে বিপদ ঘটালে॥
অন্তৰ কুভাবে ভৰা দুষ্ট ইয়াগোৰ
ইয়াগো নীচ প্ৰকৃতি পাপীষ্ঠ দোৰ্দ্ধোৰ॥

ইয়াৰ মিল বিন্যাস এনে ধৰণৰ ক খ খ ক গ ঘ ঘ গ ঙ ক ক ঙ গ গ। ইয়াৰ চতুষ্কসমূহৰ মিল বিন্যাস শ্বেক্সপীয়েৰীয় আদৰ্শৰ একান্তৰ ভংগীৰ (alternating rhyme) নহৈ পেট্ৰাৰ্কীয় আদৰ্শৰ আবদ্ধ ভংগীৰ (enclosed type) হৈছে। তদুপৰি এজোৰ মিত্ৰাক্ষৰৰ (ক খ খ ক) সলনি দুজোৰ বা ততোধিক মিত্ৰাক্ষৰ ব্যৱহাৰ কৰা হৈছে। অথচ তিনিটি চতুষ্ক আৰু এটি যুগ্মকেৰে ছনেটটি যে গঠনত শ্বেক্সপীয়েৰীয় তাত সন্দেহ নাই। বৰবৰুৱাই ছনেটৰ গঠন প্ৰণালীত কেনেদৰে অবাধ স্বাধীনতা গ্ৰহণ কৰিছে তাক ইয়াৰ পাছৰ অধ্যায়ত বিতংকৈ আলোচনা কৰা হব।

ডেচদিমোনা কাব্যৰ কাহিনী শ্বেক্সপীয়েৰৰ Othello নাটকৰ পঞ্চম অঙ্কৰ দ্বিতীয় দৃশ্যৰ (Act V Sc II) পৰা লোৱা হৈছে। কাব্যৰ নায়ক নায়িকাৰ বচনৰ সূত্ৰ ধৰি কবিয়ে কাব্য কাহিনী কৈ গৈছে। কাব্যৰ কৰুণ কাহিনী কওঁতে কবিয়ে ডেচদিমোনাক ডেচী বুলি সম্বোধন কৰিছে। মূল নাটকৰ দৃশ্য নিৰ্দ্দেশনা এনে ধৰণৰ (A bed chamber in the castle Desdemona in bed asleep enter Othello with a light)। এই নিৰ্দ্দেশনা কাব্যত নাটকীয় কৌতুহল বজাই ৰাখি উত্থাপন কৰা হৈছে। ডেচদিমোনাৰ নিদ্ৰিত অৱস্থাৰে কাব্য কাহিনী আৰম্ভ হৈছে আৰু ডেচদিমোনাৰ মৃত্যুৰে ইয়াৰ সামৰণি পৰিছে। দৃশ্যটি কাব্যত অতি মনোৰমকৈ অঙ্কিত কৰা হৈছে

কান্দি উঠে প্ৰাণ সতি! নচলে লেখনি
কঁপি কঁপি উঠে হিয়া পৰিলে মনত
গভীৰ দুপৰ নিশা কি মনত ভাৱি
আহিল ওথেলো ঘৰে তোমাৰ কাষত॥

উন্মাদৰ দৰে, হায়! (টোপনি তোমাৰ)
তোমাৰ মুখনি চাই মন-প্ৰাণ হৰা
বুলিলে ওথেলো — জানো এয়েই কাৰণ।
চাই যোৱা আহি হেৰা আকাশৰ তৰা।
পুনু মনে ভাবি কিবা বুলিলে আকউ
তোমাক নকৰে। আজি হত্যা প্ৰাণ প্ৰিয়া।
ঢোপাকলি ফুলপাহি নউ ফুলোতেই
কি সঁতেৰে কৰো নাশ? বিদৰিছে হিয়া।'
ই বুলি হাতৰ পৰা দিলে দলিয়াই
তৰোৱাল খনি সতি। কাঢ়ি হমুনিয়া॥ (ছনেট ন ৩)

নায়ক নায়িকাৰ কথোপকথন (dialogues) উদ্ধৃত কৰাৰ মাজত ৰখা হৈছে। এই কথোপকথনৰ কিছুমান মূলৰ হুবহু অনুবাদ আৰু কিছুমান কবিৰ নিজা সৃষ্টি। কবিৰ অভিনৱ কথন ভঙ্গীত কাব্য কাহিনী আগ বাঢ়োতে ১২ ও ১৫ আৰু ১৬ ন ছনেটত কথোপকথন সম্পূৰ্ণ নাটকীয় ধৰণৰ হৈ পৰিছে।

প্ৰথম আৰু দ্বিতীয় ছনেটত কবিয়ে নায়ক ওথেলো আৰু নায়িকা ডেচ দিমোনাৰ করুণ কাহিনীৰ এটি আভাস দিছে। ২ন ছনেটত অতি কম কথাতে করুণ কাহিনীৰ মূল কাৰণ দাঙি ধৰা হৈছে

কত ষড়যন্ত্ৰ কৰি কান্দি উঠে প্ৰাণ।
কেচিওৰে সতে সতি। দিলে অপবাদ
দুষ্টমতি ইয়াগোৱে—সন্দেহ জন্মাই
ওথেলোৰ অন্তৰত ঘটালে প্ৰমাদ॥
সতীত্বত কৰি সতি! বিষম সন্দেহ
উন্মাদৰ দৰে হ'ল স্বোৱামী তোমাৰ
বিষাদ ভাৰৰে আহি বেলি ওথেলোৰ
ঢাকিলে হঠাত হায়! কৰি অন্ধকাৰ॥
কতযে হেপাহ কৰি হৃদয় ক্ষেত্ৰত
যি লাহৰী আশা লতা ৰোলে ওথেলোই
বিষম সন্দেহৰূপী কালমূৰ্ত্তি ৰদে
সেই লতা অকালত পেলালে শুকাই॥
সন্দেহৰ সাগৰত ডাঁহিলে ওথেলো—
উন্মাদ ওথেলো আজি শান্তি হেৰুৱাই॥ (ছনেট ন ২)

এই কাব্যা শত ওথেলোৰ অন্তৰ ক এখনি কেন্দ্ৰ'ৰ লগত, ডেজ্ডৰ জীৱনৰ আশা'ক এজুপি লতা ৰ লগত আৰু ডেজ্ডৰ সন্দেহ'ক কাল মূৰ্ত্তি ৰ দৰ লগত তুলনা কৰা হৈছে। সন্দেহ ক পুনৰ সাগৰ ৰ লগত তুলনা কৰা হৈছে। গোটেই ছনেট ধৰ্ম্মী কাব্যখনি এনে উপমাৰে ঠাহ খাই আছে।

কাব্যৰ কাহিনী প্ৰকৃততে ৩নং ছনেটত আৰম্ভ হৈ ২২নং ছনেটত সামৰণি পৰিছে।

কাব্যখনিৰ নায়ক নায়িকাৰ কথোপকথন মূল নাটকৰ নায়ক-নায়িকাৰ কথোপকথনৰ লগত বিজাই চোৱা যাওক।

কাব্যত —

ওথেলো প্ৰণয়ৰ উপহাৰ ভালপোৱা চিন
দিছিলো৷ তোমাক প্ৰিয়ে ৰুমাল পাটৰ
সি ৰুমালখনি তুমি দিলা কেচিওক
গোপনীয় ভাৱে চিন গুপ্ত প্ৰণয়ৰ॥ (ছনেট ন ১৩)

মূল নাটকত —

Othello That handkerchief which I so lov d and gave thee
Thou gav st to Cassio (Act V Sc II Line No 51)

ডেচ দিমোনাই ওথেলোৰ মিছা অপবাদ প্ৰত্যাখ্যান কৰিবলৈ চেষ্টা কৰি কলে

কাব্যত —

কান্দি কান্দি ক লা ডেচি ' নহওঁ নি চয়
বিশ্বাসঘাতিনী মই তিৰোতা তোমাৰ
পবিত্ৰ কেচিও নাথ। কলঙ্কী নহয়।
কেচিওৱে মোৰ প্ৰেম ভাই ভনী প্ৰেম
সি প্ৰেমত পাপ ভাব লেখো নাথ। নাই,
নাই দিয়া কেচিওক প্ৰেম উপহাৰ
ৰুমাল পাইছে জানো বাটত হেৰাহ॥
মিছা কলঙ্কৰ মাথে৷ এই অপবাদ
কেচিও পবিত্ৰ নাথ ' নিৰ্ম্মল স্বভাৱ॥ (ছনেট ন ১৩)

মূল নাটকত —

Desdemona And have you mercy too! I never did
Offend you in my life never lov d Cassio
But with such general warrantry of heaven
As I might love I never gave him token
(Act V Sc II Lines 62—64)

কাব্যত হত্যাকাণ্ডৰ ধৰণ আৰু নাৰীৰ আদৰ্শ চিত্ৰণত বৰবৰুৱাই স্বকীয় চিন্তাৰ পৰিচয় দিছে। মূল নাটকত ওথেলোৱে প্ৰিয়তমা পত্নীৰ ৰক্ত ক্ষৰণ কৰিবলৈ অসমৰ্থ হৈ টেঁটু চেপি হত্যা কৰিছে (He smothers her)। কিন্তু কাব্যত ওথেলোৱে ডেচ্‌দিমোনাক হত্যা কৰিবলৈ প্ৰথম দুবাৰ তৰোৱাল দাঙি লৈও নিষ্ঠুৰতম কাৰ্য্য সম্পাদন কৰিব নোৱাৰি দলিয়াই পেলাইছে। কিন্তু তৃতীয়বাৰ তেওঁ প্ৰিয়তমা পত্নীৰ বুকুত তৰোৱালেৰে আঘাত হানিছে —

ওথেলো সাজু হোৱা প্ৰিয়ে। তুমি মৃত্যুৰ নিমিত্তে
প্ৰমাণত আৰু মোৰ নাই প্ৰয়োজন।
খন্তেক অপেক্ষা কৰা তেন্তে প্ৰাণনাথ।
বুলিলা সুন্দৰি। শুনি স্বামীৰ বচন॥
যি পাপিনী কলঙ্কিনী বুলিলে ওথেলো
জলালে অগনি মোৰ হিয়াৰ মাজত
খন্তেকো থাকিব দিয়া সেই পাপীষ্ঠাক
উচিত নহয় আৰু এই জগতত॥

ডেচ্‌দিমোনা! প্ৰাণ প্ৰিয়া ওথেলোৰ প্ৰাণ॥
লোৱা প্ৰিয়ে। কৰা এয়া সাদৰে গ্ৰহণ
সংসাৰৰ ভালপোৱা স্বামীৰ মৰম
জীৱনৰ প্ৰতিদান। প্ৰেম পৰিণাম॥
এই বুলি কৈয়ে সতি। হিয়াত তোমাৰ
তৰোৱালে সতে ঘাপ মাৰিলে দুবাৰ॥ (ছানেট ন ১৬)

হত্যাকাণ্ডৰ ধৰণতকৈ আদৰ্শৰ ক্ষেত্ৰত বৰবৰুৱা অধিক সচেতন। মূলত নৰ পিশাচ ওথেলোৰ কৱলৰ পৰা ৰক্ষা পাবৰ কাৰণে ডেচ্‌দিমোনাই এনেদৰে কৈছে O banish me my Lord but kill me not (Act V Sc II Line 82) [নিৰ্বাসন দিয়া মোক প্ৰভো। কিন্তু হত্যা নকৰিবা] অৰ্থাৎ শেক্সপীয়েৰৰ ডেচ্‌দিমোনা ওথেলোৰ পৰা আঁতৰি থাকি জীয়াই থাকিবলৈ ইচ্ছুক। মূলত ডেচ্‌দিমোনাৰ এই উক্তিৰ লগে লগেই ওথেলোৱে যেন পত্নীৰ প্ৰতি থকা মৰমৰ শেষ কণাটিকো হেৰুৱাই পেলাইছে আৰু সেয়ে সি হৰ দৰে গৰজি উঠিছে এনেদৰে Down Strumpet [ধ্বংস হ ব্যভিচাৰিণী]। কিন্তু কাব্যত ডেচ্‌দিমোনাক হিন্দু নাৰীৰ—সীতা সাবিত্ৰী দ্ৰৌপদীৰ—চিৰন্তন আদৰ্শৰ মাজলৈ লৈ অনা হৈছে। এই আদৰ্শত পত্নীয়ে পতিক প্ৰাণে নামাৰিবলৈ কাকুতি মিনতি কৰিলেও পতি সঙ্গৰ পৰা আঁতৰি থকাৰ কামনা নাই। স্বামীৰ চৰণ চিন্তাই

হিন্দু-নাৰীৰ ইহকাল পৰকালৰ আদৰ্শ। কাব্যত বৰবৰুৱাই এই আদৰ্শ সমুজ্জ্বল কৰি ধৰিছে। সেয়ে কাব্যৰ ডেচীয়ে নিৰ্ব্বাসন নিবিচাৰি মনে-প্ৰাণে কাকুতি কৰিছে

ডেচ দিমোনা স্ত্ৰীবধ কৰিব খোজা কি কাৰণে তুমি?
কোনে দিলে এনেকুৱা প্ৰবৃত্তি হে নাথ?
বিশ্বাসঘাতিনী মই নহওঁ তোমাৰ
ব্যভিচাৰিণী পত্নী মোক নাভাবা হঠাত॥
ডেচীৰ স্বোৱামী তুমি তুমি ডেচী প্ৰাণ
খাওঁতে শোওঁতে মোৰ তুমিয়েই ধ্যান॥ (ছনেট নং ১১)

আৰো

নাকাটিবা আজি নাথ! যদি ইচ্ছা থাকে
কাটা মাৰা যেই কৰা কৰিবা দিনত॥
নকৰো মৃত্যুৰ ভয় ভাগ্যৱতী বুলি
ভাবিম নিজকে নাথ! তোমাৰ হাতত
প্ৰাণ যদি যায় মোৰ যদি মৃত্যু হয়
তোমাৰ মুখনি দেখি অন্তিম কালত॥
স্বোৱামী পৰম গুৰু তিৰী জনমৰ
গুৰুৰ হাতত মৃত্যু ফল সৌভাগ্যৰ।" (ছনেট নং ১৪)

কাব্যত বৰবৰুৱাৰ আৰু দুই এটি স্বকীয় চিন্তাৰ পৰিচয় পোৱা যায়। মূল নাটকত ডেচ দিমোনাই স্বামী-প্ৰদত্ত আপুৰুগীয়া ৰুমালখনি কেনেকৈনো তেওঁৰ হাতৰ পৰা অন্তৰ্দ্ধান হ'ল তাৰ কাৰণ জানিবলৈ নৌ পাওঁতেই মৃত্যু বৰণ কৰিছে। এই ৰুমাল হৰণকাৰিণী ইয়াগো পত্নী এমিলীয়া হত্যাকাণ্ড ঘটিত হোৱাৰ ঠিক লগে লগেই ওথেলোৰ শোৱনি কক্ষত প্ৰৱেশ কৰিছে আৰু হত্যাকাণ্ডৰ সম্ভেদ পাইছে। এমিলীয়াই ওথেলোৰ লৈতে এক মুহূৰ্ত্তমান অতিবাহিত কৰোঁতেই ডেচ দিমোনাৰ মুখৰ পৰা নিগৰি অহা মৰ্মভেদী শব্দ কেইটা তাইৰ কাণত পৰিছে O falsely falsely murdered এক মুহূৰ্ত্ত পলম নকৰি এমিলীয়া ডেচ দিমোনাৰ কাষ চাপিছে আৰু সেই নিষ্ঠুৰ হত্যাকাণ্ড কোনে কৰিলে জানিব খুজিছে। তাৰ উত্তৰত ডেচ দিমোনাই সমস্ত দোষ নিজৰে ওপৰতে জাপি লৈ নিজেই সেই হত্যাৰ কাৰণ বুলি কৈ মৃত্যু বৰণ কৰিছে

মূল নাটকত —

Emil O who hath done this deed?
Des No body! I myself Farewell
Commend me to my kind lord farewell (Dies)
[Act V Sc II Lines 126 128]

কিন্তু, কাব্যত অমিলীয়ে ( Emilia ৰ অসমীয়া ৰূপান্তৰ ) ডেচদিমোনাৰ মৃত্যুৰ আগ মুহূৰ্তত হেৰুৱা ৰুমালখনৰ কাৰণে যে তাইয়ে দায়ী এই কথা সখীৰ আগত স্বীকাৰ কৰিছে

“বুজিব নোৱাৰি সখি ! স্বামীৰ ছলনা
মনে মনে দিলে। আনি ৰুমাল তোমাৰ !
হায় ! সখি ! আজি দেখোঁ সেই ৰুমালেই
অগনি জলাই পোৰে তোমাৰ সংসাৰ !॥ ( ছনেট নং ১৮ )

ডেচীৰ মৃত্যুৰ আগতেই অমিলীয়ে অ'থেলোৰ ভ্ৰান্তি দুৰ কৰিছে

এহ বুলি কান্দি সখী কলে ওথেলোক—
সেনাপতি ! সখী মোৰ অসতী নহয় ॥
কৌশল জালত পৰি দুষ্ট মানুহৰ
বিশ্বাসঘাতিনী ভাবা সখীক প্ৰাণৰ ॥ ( ছনেট ন ১৮ )

অৱশেষত, ওথেলো ডেচী অমিলী—প্ৰতিজনৰে ভ্ৰম ভঙ্গ হৈছে আৰু ডেচীয়ে দুয়োৰে

পৰা আত্মবিশ্বাস লৈ বিদায় মাগিছে

কাঢ় এটি হুমুনিয়া চকু দুটি মেলি
বুলিলা সখীক ডেচি ! সখী মৰমৰ !
আনে কটা নাই মোক কাটিলো নিজেই
নিজেই কৰিলোঁ শেষ এহ জীৱনৰ ॥
নাকান্দিবা তুমি সখি ! মোৰ বেজাৰত
ছুটুকিবা চকুপানী সকলো মৰিম —
আৰু নাথ ! নাকান্দিবা তুমিও শোকত
মৃত্যুৰ পাছতো মই ইয়াকে চিন্তিম
জীৱনে মৰণে যেন তুমিয়েই স্বামী
সি জন্মতো স্বামী যেন তোমাকেই পাওঁ
অনন্ত প্ৰেমেৰে ভৰা স্বৰ্গৰ মাজতো
তোমাৰ পাৱতে যেন দেহাটি বিকাওঁ ॥
এই বুলি চকু দুটি মুদিলা সুন্দৰি !
স্বৰ্গত গলা পাছে দেহা পৰিহৰি ॥ ( ছনেট নং ১৯ )

কাব্যৰ ২০ নং আৰু ২২ ন ছনেটত তিনিটা হত্যাকাণ্ড সংঘটিত হৈছে। সখীৰ মৃত্যুৰ কাৰণে নিজকে অপৰাধী বিবেচনা কৰি অমিলীয়ে আত্মহত্যা কৰিছে। আৰু এই আত্ম হত্যাৰ যোগেদি কবিয়ে সখী প্ৰেমৰ নিদৰ্শন দাঙি ধৰিছে

নাপালা দেখিব তুমি তোমাৰ শোকত
অমিলী সখীয়ে ডেচি! ত্যজিলে পৰাণ
আপোনা আপুনি কাটি আপোনাৰ ডিঙি
সখী প্ৰেম মৰমৰ দেখাই প্ৰমাণ ॥' (ছনেট নং ২)

আনহাতে পত্নী হত্যাৰ দাৰুণ আঘাতত ওথেলোৰ অন্তৰত প্ৰতিহিংসাৰ জুই দপ্‌দপাই জ্বলি উঠিছে আৰু নৰৰূপী পিশাচ ইয়াগোক অ'থেলোৱে নিজ হাতে হত্যা কৰিছে :

নেদেখিলা তুমি ডেচি! ওথেলো তোমাৰ
প্ৰাণৰ স্বামীয়ে সতি! দাৰুণ হিংসাত
স হাৰিলে দুষ্টমতি ইয়াগোৰ প্ৰাণ ॥ (ছনেট ন ২)

কিন্তু কাব্যত বৰ্ণিত এই দুই ঘটনা মূল নাটকত সম্পূৰ্ণ বেলেগ। মূলত অমিলীয়াই আত্ম হত্যা কৰা নাই, ইয়াগোৱেহে তাইক হত্যা কৰিছে। নাটকৰ বৰ্ণনীৰ ভিতৰৰ নিৰ্দেশনা এনে ধৰণৰ [ Othello runs at Iago Iago kills Emilia ] তদুপৰি মূলত ওথেলোৱে ইয়াগোক হত্যা কৰা নাই। নাটকৰ একেবাৰে শেষত ইয়াগোৰ কেনে শাস্তি হ'ব—তাৰ এটি ইঙ্গিতেৰে যৱনিকা পতন হৈছে।

কাব্য কাহিনী এনেদৰে আংশিক ভাৱে মূলৰ পৰা আঁতৰি আহিছে আৰু পুনৰ ২২ ন ছনেটত নাটকীয় কাহিনীৰ লগত বজিতা খাই ইয়াৰ সামৰণি পৰিছে। ২।৮ ওথেলোৱে তৰোৱালেৰে আত্মহত্যা কৰিছে। মৃত্যুৰ আগ মুহূৰ্ত্তত মৃত ডেচদিমোনাৰ ওঁঠত ওথেলোৱে চুমা আঁকি দিছে

I kissed thee ere I kill d thee no way but this
Killing myself to die upon a kiss

[ Act V Sc II Lines 362 363 ]

কাব্যত এই হত্যাকাণ্ডৰ এটি মৰ্ম্মস্পৰ্শী বৰ্ণনা দিয়া হৈছে

নেদেখিলা তুমি ডেচি। এই বুলি কৈয়ে
তৰোৱালে সতে বেপি ডিঙি আপোনাৰ
তোমাৰ বিৰহ তাপ সহিব নোৱাৰি
ঢাল খাই পৰি গ'ল ওথেলো তোমাৰ ॥
ডিঙিত সাৱটি ধৰি খাই এটি চুমা
শোকেৰে বুলিলে— ডেচি! বিদাৰিছে হিয়া
মৃত্যুৰ আগেয়ে মই খাইছিলো চুমা
অন্তিমতো খাওঁ এটি—চুমা এটি দিয়া ॥"
এই বুলি দুয়ো গালে খালে দুটি চুমা

উন্মাদ ওথেলো আজি দোৰ্থোৰ উন্মাদ।
প্ৰাণপ্ৰিয়া ডেচি। বুলি মুদিলে দুচকু
পৰিহৰি প্ৰাণ পাছে ভুলিলে বিষাদ।।
ভ্ৰান্তিৰ ছলত পৰি আজি হাঁহাকাৰ।
ভস্মীভূত হ'ল পুৰি সোণৰ সংসাৰ।। ( ছনেট নং ২২ )

## ॥ কাব্যৰ আদৰ্শ ॥

শেক্সপীয়েৰৰ নাটকৰ মূল কাহিনীৰ পৰা কাব্য কাহিনীক এনেদৰে আংশিকভাৱে আঁতৰাই অনাৰ মূলতে আছে বৰবৰুৱাৰ নিজা কাব্যাদৰ্শ। তাৰে এটি আদৰ্শ হ'ল— তিৰোতাৰ স্বামীৰ হকে আত্মদান। এই আত্মদানেই বৰবৰুৱাৰ বুৰঞ্জীমূলক সাহিত্যিক মহাকাব্য তিনিখনিৰ ( কমতাপুৰ ধ্বংস তিৰোতাৰ আত্মদান যুদ্ধক্ষেত্ৰত আহোম ৰমণী) মূল আদৰ্শ। তদুপৰি আভাস কাব্যৰ বীৰাঙ্গনা নাৰীসকলৰ আদৰ্শও এয়ে। শেক্সপীয়েৰৰ ডেচ দিমোনাত প্ৰেমৰ গভীৰতা আছে কিন্তু এনে ঐতিহ্যমণ্ডিত আদৰ্শৰ প্ৰতিফলন নাই। বৰবৰুৱাৰ আন এটি উদ্দেশ্য হ'ল– কাব্যিক ন্যায় (poetic justice) প্ৰতিষ্ঠা কৰা। সেয়ে কাব্যত নৰ পিশাচ হয়াগোৰ হত্যা কাণ্ড সংঘটিত হৈছে। শেক্সপীয়েৰৰ নাটকত হয়াগোৰ শাস্তি সম্পৰ্কে লডভিকোৱে গভৰ্ণৰক দিয়া ইংগিতহে মাথোন আছে

To you Governor
Remains the censure of this hellish villain
The time the play the torture etc
[ Act V Sc II Lines 370 372 ]

এইখিনিতে এটি স্বাভাৱিক প্ৰশ্নৰ উদয় হয় শেক্সপীয়েৰীয় নাটকৰ কাহিনীৰ ওপৰত ভাৰতীয় হিন্দু নাৰীৰ আদৰ্শ জাপি দিয়াটো কিমান দূৰ সমীচীন হৈছে? তাৰ উত্তৰত কব লাগিব—পৃথিৱীত জন্ম মৃত্যু প্ৰেম বিৰহ দয়া ধৰ্ম বিভিন্ন পাৰিবাৰিক সামাজিক ৰাজনৈতিক চেতনাৰ ভিত্তিত মানৱ জীৱনৰ বিভিন্ন পৰিস্থিতিৰ সৃষ্টি হয়। দেশ কালৰ বিভিন্ন ঐতিহ্য আৰু আদৰ্শই এই পৰিস্থিতিবোৰক বিভিন্ন জীৱন দৰ্শনলৈ ৰূপান্তৰিত কৰে। মানৱ জীৱনৰ এই চিৰন্তন সমস্যা বা পৰিস্থিতিসমূহ বিভিন্ন সামাজিক আদৰ্শৰ মাজেদি প্ৰতিফলিত হলেও তাৰ বিশ্বজনীন স্বৰূপটি হেৰাই নাযায়। সেয়ে বৰবৰুৱাই শেক্সপীয়েৰীয় সমস্যা এটিৰ ভাৰতীয় চিন্তাৰে কাব্যিক সমাধান বিচাৰি চাইছে আৰু তাৰ ফল স্বৰূপে ডেচ দিমোন এখনি নিভাজ অসমীয়া কাব্যত পৰিণত হৈছে।

# ৪ ॥ আঙ্গিলা কাব্য ॥

হিতেশ্বৰ বৰবৰুৱাৰ অঙ্গিলা এখনি অনুবাদ কাব্য। ১৯১৪ খ্রীষ্টাব্দত ৰচনা কৰা এই কাব্যখনি প্ৰকাশ হয় ১৯১৭ খ্রীষ্টাব্দত। কবিয়ে ইয়াক ক্ষুদ্ৰ কাব্য আখ্যা দি তেওঁৰ মৰমৰ ভনীটি ৺বিমলা আইদেওৰ নামত উচৰ্গা কৰিছে। আচলতে আগৰ তিনখন কাব্যৰ দৰে এটি দীৰ্ঘাৱয়বী কবিতা হলেও—ই এটি ইংৰাজী বেলাডৰ (ballad) অসমীয়া অনুবাদহে। কিন্তু অনুবাদ হলেও কাব্যখনিৰ নিজস্ব সুৰ আৰু লালিত্যই ইয়াক সম্পূৰ্ণ অসমীয়া কাব্যৰ মৰ্য্যাদা প্ৰদান কৰিছে।

বৰবৰুৱাই অঙ্গিলা কাব্যৰ কাহিনী ভাগ লৈছে ওঠৰ শতিকাৰ প্ৰখ্যাত ইংৰাজ কবি অলিভাৰ গল্ডস্মিথৰ (১৭২৮ ১৭৭৪) উপন্যাস ডা ভাইকাৰ অৱ ওৱেকফিল্ডৰ (The Vicar of Wakefield)ৰ পৰা। এই উপন্যাসৰ কেন্দ্ৰীয় চৰিত্ৰ হল এজন ভাইকাৰ—ড প্ৰিমৰজ। এই সহজ সৰল ধৰ্মপ্ৰাণ খ্রীষ্টিয়ানজনৰ মুখেদিয়ে উপন্যাসৰ কাহিনী বেকত কৰা হৈছে। ড প্ৰিমৰজৰ সৰু পৰিয়ালটিৰ সুখ দুখ উঠন পতনৰ কাহিনীযে উপন্যাসখনিৰ বিষয় বস্তু। নিজে অতীৱ সৎ হৈও ড প্ৰিমৰজ শঠতাৰ মেৰপাকত পৰিছে। উপন্যাসখনৰ অসৎ চৰিত্ৰ স্কোৱাৰজন (The Squire) আৰু মি বাৰ্কেলে (Mr Burchell) এই শঠতা আৰু প্ৰৱঞ্চনাৰ বীজ সিঁচিছে। ভাইকাৰ পত্নী দেবৰা (Deborah) আৰু জীয়েকদ্বয় ছোফীয়া (Sophia) আৰু অলিভীয়া (Olivia) সহজে প্ৰৱঞ্চনাৰ মাজলৈ সোমাই গৈছে। ড প্ৰিমৰজে নীৰৱ দৰ্শকৰ ভূমিকা লোৱাৰ বাহিৰে অন্য একো কৰিব পৰা নাই।

উপন্যাসখনিত বত্ৰিছটা অধ্যায়। তাৰে অষ্টম অধ্যায়ত মি বাৰ্কেলৰ লগত ছোফীয়া প্ৰমুখ্যে ভাইকাৰ পৰিয়ালৰ অন্যান্য সকলোৰে আলাপ কৰি থকা এটি দৃশ্য বৰ্ণিত হৈছে। আলোচনা প্ৰসঙ্গত ছোফীয়াই ইংৰাজ কবি মি গ্ৰেৰ কাব্য প্ৰতিভাৰ প্ৰশংসা কৰিছে। ছোফীয়াৰ ভ্ৰাতৃ এজনে ৰোমৰ প্ৰখ্যাত কবি ওভিদৰ কাব্য প্ৰতিভা মি গ্ৰেতকৈ বহু উচ্চ খাপৰ বুলি মন্তব্য কৰিছে। এই আলোচনাৰ প্ৰত্যুত্তৰত মি বাৰ্কেলে এই দুই জন কবিৰ কাব্য সৃষ্টি অলঙ্কাৰ—ভাৰাক্ৰান্ত আৰু বিকৃত ৰুচিৰ পৰিচায়ক বুলি আখ্যা দিছে। তেওঁৰ মতে এটি বেলাডৰ কাব্যিক সৌন্দৰ্য্য এই সকল কবিৰ কবিতাতকৈ বহু উদ্ধত। আৰু এই মন্তব্যৰ যথাৰ্থতা প্ৰতীয়মান কৰিবলৈ মি বাৰ্কেলে এটি বেলাডৰ আবৃত্তি কৰিছে। এই বেলাডটিত আছে এটি স্বয় সম্পূৰ্ণ প্ৰেম কাহিনী। এই কাহিনীয়েই বৰবৰুৱাৰ অঙ্গিলা কাব্যৰ কাহিনী।

গল্ডস্মিথৰ বেলাডটিত আছে চল্লিশটা পংক্তি। প্ৰত্যেক পংক্তিৰ চাৰি শাৰীৰ মিল একান্তৰ ছন্দীৰ—ক খ ক খ ধৰণৰ। ইয়াৰ নায়ক নায়িকা হ'ল এডুইন আৰু এঞ্জেলীনা। এই এঞ্জেলীনাকে অঞ্জিলা নামকৰণ কৰি অসমীয়া কাব্যত তুলি ধৰা হৈছে। কিন্তু নায়কজনৰ নাম অসমীয়াতো একেই ৰখা হৈছে। অসমীয়া অনুবাদটিত কাব্য ৰূপ দিওঁতে কিছু পৰিবৰ্ত্তন লক্ষ্য কৰা যায়। অসমীয়া কাব্যত তিনিটি ছোৱা—প্ৰথম দ্বিতীয় আৰু তৃতীয়। ছোৱা অনুসৰি পংক্তিৰ সংখ্যা ১৫ ২৫ আৰু ৪ মুঠ ৪৪। অসমীয়া কাব্যত চাৰিটা পংক্তি বৃদ্ধি হয়। প্ৰথম ছোৱাৰ আদিতে ইংৰাজী কবিতাটিৰ অষ্টম পংক্তিৰ উদ্ধৃতি দিয়া হৈছে

Then pilgrim turn thy cares forego
All earth born cares are wrong
Man wants but little here below
Nor wants that little long

কবি বৰবৰুৱাই তাৰ অনুবাদ কৰিছে এনেদৰে —

'অতএৱ হেৰা যাত্ৰি' ওলটা ওলটা
চিন্তা এৰা বৰ বেয়া চিন্তা সংসাৰৰ
জগতত মানুহৰ অলপ অভাৱ
সি অভাৱো জানা যাত্ৰি' মাথো খন্তেকৰ।

অসমীয়া কাব্যৰ দ্বিতীয় ছোৱাৰ আৰম্ভণিতে ইংৰাজী কবিতাৰ উনৈশ আৰু বিশ পংক্তিৰ উদ্ধৃতি দিয়া হৈছে

What is friendship but a name
A charm that lulls to sleep
A shade that follows wealth or fame
But leaves the wretch to weep?
And love is still an emptier sound
The modern fair one s jest
On earth unseen

ইয়াৰ অনুবাদ অঞ্জিলা কাব্যত এনে ধৰণৰ —

বন্ধুত্ব কি? বন্ধুত্ব যে একোৱে নহয়
অস্তিত্ব ইয়াৰ মাথো বন্ধু শবদত
যাদুমন্ত্ৰ মাত্ৰ ইটো টোপনি নিওৱা
ঐশ্বৰ্য্য যশৰ ছঁয়া সম্পদ কালত ।।

ভাল পোৱা কথাটিয়ে নিচেই ক্ষসাৰ
উঠি অহা গাভৰুৰ মাত্ৰ উপহাস।
জগতৰ ভিতৰত নেদেখি ইয়াক
অলপো নাপায় কতো ইয়াৰ আভাস॥

কাব্যৰ তৃতীয় ছোৱাৰ আদিতে ইংৰাজী বেলাডৰ শেষৰ চাৰি শাৰীৰ উক্তি দিয়া হৈছে —

No never from this hour to part,
We'll live and love so true,
The sigh that rends thy constant heart
Shall break thy Edwin's too.'

অসমীয়া অনুবাদত এই চাৰি শাৰী ছশাৰী হৈছে

হৰূপে কটাম কাল ইৰূপে উভয়ে
ভাল পাম হটে সিটে কোনো সময়ত
নোহোঁ যেন এৰা এৰি হুমুনিয়া যিটে
অঙ্গিলা! তোমাক শোক দিব হৃদয়ত
সেই হুমুনিয়া মোকো বিনাশ কৰিব
তোমাৰ বিৰহ মই নোৱাৰো সহিব॥

ইংৰাজী বেলাডটি অসমীয়ালৈ অনুবাদ কৰোতে বৰবৰুৱাই নিজস্ব কবিত্ব-প্ৰতিভাৰ পৰিচয় দিছে। ওপৰত তুলনামূলকভাৱে দাঙি ধৰা ইংৰাজী আৰু অসমীয়া কাব্যৰ শাৰীবিলাকেই তাৰ প্ৰমাণ।

## ॥ কাব্যৰ কাহিনী ॥

অঙ্গিলা কাব্যৰ তথা ইংৰাজী বেলাডটিৰ কাহিনী চমুকৈ এনে ধৰণৰ অকলশৰে অনাই বনাই ফুৰি ক্লান্ত হোৱা ডেকা পথিক এজনে বনবাসী সন্ন্যাসী এজনক লগ পাই বাটৰ সন্ধান লৈছে। সন্ন্যাসীজনে ডেকাজনক ৰাতিখন বন ভুই অনুসৰণ নকৰিবলৈ আৰু অকলে তেনেদৰে নাযাবলৈ উপদেশ দিছে। সন্ন্যাসীয়ে ডেকাজনক তেওঁৰ আশ্ৰমতে আশ্ৰয় দিয়াৰ প্ৰতিশ্ৰুতি দিছে। সন্ন্যাসীজনে ডেকা পথিকৰ আগত তেওঁৰ অনাসক্ত জীৱনৰ চমু আভাস দাঙি ধৰিছে

বনৰ মাজত চৰে হৰিণাৰ পাল
সিহঁতৰ প্ৰাণ মই পালেও নহৰো।

যি কৰে কৰ।। মোক সেই ঈশ্বৰৰ
শিকনি* সিহঁতক সদা স্নেহ কৰে।॥
অৰণ্যৰ শাক পাত গছ গছনিৰ
সামান্য আহাৰ মই নিতে আনি খাওঁ।
ফলমূল আদি কৰি ঝৰণাৰ পানী
কুটীৰত থওঁ আনি যত যি যি পাওঁ।।

সন্ন্যাসীৰ কথাত পতিয়ন গৈ ডেকা পথিকে ধীৰে ধীৰে আশ্ৰমত প্ৰৱেশ কৰিছে। সন্ন্যাসীয়ে অভ্যাগতক যথাসাধ্যে শুশ্ৰূষা কৰিছে। অতিথিৰ আগমনত কুটীৰত এক ৰঙৰ মেলাৰহে যেন আয়োজন হৈছে

কুটীৰত ৰঙ্গ দেখি বিড়ালী পোৱালী
ৰঙ্গত অধীৰ হই নাচিব ধৰিলে
ঝিলীয়ে জুৰিলে গান জুই ফিৰিঙতি
জুহালৰ কেউফালে উফৰি পৰিলে।।

কিন্তু এই আনন্দময় পৰিবেশে ডেকা-পথিকক যেন শান্তি দিব পৰা নাই। কিবা এটা অজান কাৰণত তেওঁৰ হিয়া ভাগি পৰিছে। এইখিনিতে অগিলা কাব্যৰ প্ৰথম ছোৱাৰ সামৰণি পৰিছে।

সন্ন্যাসীজনে ডেকাৰ মনৰ দুখ উপলব্ধি কৰি তাৰ কাৰণ অনুসন্ধান কৰিছে। সন্ন্যাসীয়ে ডেকাজনৰ আগত মানৱ জীৱনত বন্ধুত্ব সম্পদ সুখ আৰু প্ৰেমৰ অসাৰতা সদৰী কৰিবৰ চেষ্টা কৰিছে

ভালপোৱা কথাটি যে নিচেই অসাৰ
উঠি অহা গাভৰুৰ মাত্ৰ উপহাস!
জগতৰ ভিতৰত নেদেখি ইয়াক
অলপো নাপায় কতো ইয়াৰ আভাস॥

সন্ন্যাসীৰ কৌতূহল দূৰ কৰিবৰ কাৰণে ডেকা পথিকে নিজৰ কাহিনী কব খুজিছে। কিন্তু সন্ন্যাসীৰ চকুত অচিৰে ডেকাৰ প্ৰকৃত ৰূপ ধৰা নপৰাকৈ নাথাকিল

লাজুকী মুখনি আৰু ওখ বুকুখনি
যোগীটিৰ অন্তৰত সুমুৱালে ভয়
সুন্দৰী বিদেশী যাত্ৰী পাছে ধীৰে ধীৰে
গাভৰু ছোৱালী বুলি দিলে পৰিচয়॥

ছদ্মবেশী গাভৰুৱে তাইৰ জীৱনৰ এটি কৰুণ কাহিনী সন্ন্যাসীৰ আগত নিবেদন কৰিলে। টাইন্ নদীৰ পাৰত আছিল তাইৰ ঘৰ। তাই আছিল মাউৰী

সকতে মৰিলা আই মাউৰী ছোৱালী
আলাসৰ লাড়ু মই আছিলোঁ পিতাৰ।

তাইৰ পাণিপ্ৰাৰ্থী অনেক ডেকা আহিছিল—হাতত মণি কেৰু-ধনৰ উপহাৰ লৈ। সৰ্বশেষত আহিছিল এডুইন নামৰ এজন সুন্দৰ যুৱক। এই যুৱকৰ তাইক দিবলৈ প্ৰেমৰ বাহিৰে অন্য একো নাছিল। অতীৱ দুখীয়া হলেও এডুইন্ আছিল বিজ্ঞ

পিন্ধে সাজ সাধাৰণ (নহয় বিলাসী)
দৰিদ্ৰ এডুইনৰ নাই ঐশ্বৰ্য্যৰ বল
নিজৰ বিজ্ঞতা গুণ সম্পত্তি তেওঁৰ
ভাবিছিলোঁ তাকে মৰো প্ৰকৃত সম্বল।

গাভৰু এই গুণী ডেকাৰ প্ৰেমত আপ্লুত হ'ল। সেই মধুৰ প্ৰেমৰ কথা নীৰৱে সুৰবি গাভৰুৱে কবলে ধৰিলে

মোৰ কাষৰত বহি ফুলনি মাজত
গাইছিলে গীত যত্ৰ সুললিত সুৰে
প্ৰেমগীত ভৰিছিলে গোটেই ফুলনি
ভৰিছিল মৃদু বায়ু ফুলৰ গোন্ধেৰে॥

কিন্তু গৰৱিনী গাভৰুৱে এডুইনৰ বিয়াৰ প্ৰস্তাৱত সন্মতি নজনালে। আৰু তাৰ ফল বিষময় হ'ল। মনৰ বেজাৰত এডুইন কৰবালৈ গুচি গ'ল আৰু নাজিলে পৰা। তেওঁ দুখ বেজাৰত। সেয়েহে ছদ্মবেশী গাভৰুৱে পাপৰ প্ৰায়শ্চিত্ত কৰিব খুজি তেনেদৰে অনাথ বনাই ভ্ৰমি ফুৰিছে আৰু প্ৰাণ ত্যাগ কৰাৰে সংকল্প লৈছে

যি ঠাইত কৰে তেও অনন্ত শয়ন
সি ঠাইত গই মই ত্যজিম জীৱন॥

গাভৰুৰ এই দুটাৰ মাজতে অঙ্গিনা কাব্যৰ দ্বিতীয় ছোৱাৰ সামৰণি পৰিছে

কাব্যৰ তৃতীয় ছোৱাৰ আৰম্ভণিৰ লগে লগে গোটেই ৰহস্যৰ আঁতওলাই পৰিছে আৰু সন্ন্যাসীয়ে গাভৰুক নিজৰ বুকুৰ মাজলৈ টানি আনিছে। কাৰণ এই সন্ন্যাসীজন ছদ্মবেশী এডুইনৰ বাহিৰে আন কোনো নহয়। এডুইন আৰু অঙ্গিনাৰ দুখীয়া প্ৰেম কাতৰ হিয়াৰ বিৰহৰ অগনি নিবাই পুনৰ মিলন ঘটিছে

হৰষে তোমাক আজি লৈ হৃদয়ত
দুখ শোক চিন্তা মোৰ দিও বিসৰ্জ্জন
পৰস্পৰে দুয়ে আৰু নোহোঁ এৰা এৰি
তুমিয়ে সৰ্ব্বস্ব মোৰ তুমিয়ে জীৱন।

বৰবৰুৱাই তেওঁৰ যাদুকৰী কাব্য প্ৰতিভাৰ সহায়ত ইংৰাজী বেলাড এটিৰ সাৰ্থক অসমীয়া অনুবাদ কৰি আমাৰ সাহিত্যৰ ভঁৰাল চহকী কৰি থৈ গৈছে। এই কাব্যখনি পঢ়িলে এনে অনুমান হয় যে সাৰ্থক অনুবাদ মূল সৃষ্টিৰ দৰেই সাহিত্যৰ আপুৰুগীয়া সম্পদ।

ভাব আৰু সৌন্দৰ্য্যৰ দিশৰ পৰা অশ্ৰিলা কাব্যই স্বকীয়তাৰ দাবী কৰিব পাৰে। অনুবাদ কাব্য হিচাবে নায়ক নায়িকাৰ মিলনেৰে কাব্যৰ সামৰণি পৰিলেও বৰবৰুৱাৰ কাব্যিক চিন্তাৰ পৰশ কাঠীত ই করুণ ৰসাত্মক হৈ উঠিছে। ইংৰাজী কবিতাটিত এই করুণ ৰসৰ তীব্ৰতা অনুভৱ কৰা নাযায়। এই করুণ সুৰটিয়ে কাব্যখনিক বৰবৰুৱাৰ অন্য করুণ ৰসাত্মক কাব্য কেইখনিৰ লগত একে কাব্যমালাতে গাঁথি থৈছে।

## ॥ পঞ্চম অধ্যায ॥

# ছনেট' ৰচনাৰ পথত হিতেশ্বৰ বৰবৰুৱা ঃ

**১॥ বৰবৰুৱাৰ সমুখত ছনেটৰ আৰ্হি  ২॥ অসমীয়া ছনেটত বৰবৰুৱাৰ পূৰ্ববৰ্ত্তী কবিসকল  ৩॥ বৰবৰুৱাৰ ছনেট পুথি 'মালচ',  ৪॥ বৰবৰুৱাৰ ছনেট গুচ্ছ—'চকুলো'।**

## ১॥ বৰবৰুৱাৰ সমুখত ছনেটৰ আৰ্হি ॥

হিতেশ্বৰ বৰবৰুৱাৰ ছনেটৰ ছন্দ কলা আৰু ভাব দৰ্শনৰ বিষয়ে আলোচনা কৰিবলৈ যোৱাৰ আগতে ইংৰাজী আৰু বঙলা সাহিত্যৰ অধ্যয়নৰ যোগেদি তেওঁৰ সমুখত অহা পৰা ছনেটৰ বিভিন্ন আৰ্হি সম্পৰ্কে এটি আলোচনাৰ একান্ত প্ৰয়োজন। উনৈশ শতিকাৰ শেষৰ দশক আৰু কুৰি শতিকাৰ প্ৰথম দুই দশক অসমীয়া ৰোমাণ্টিক কবিতাৰ পূৰ্ণ পয়োভৰৰ যুগ। অসমীয়া নব্য নৱ্যাসৰ ওপৰত ইংৰাজী আৰু বঙলা সাহিত্যৰ প্ৰভাৱৰ কথা উপক্ৰমণিকাত আলোচনা কৰি অহা হৈছে। আধুনিক অসমীয়া কাব্য সাহিত্যত বঙ্গকবি মাইকেল মধুসূদনৰ প্ৰভাৱ সম্পৰ্কেও আমি ইতিপূৰ্বে আলোচনা কৰিছোঁ। মধুসূদনৰ চতুৰ্দশপদী কবিতাৱলীৰ প্ৰভাৱো অসমীয়া ছনেটৰ জন্ম আৰু ক্ৰমবিকাশত মন কৰিব লগীয়া। মধুসূদনৰ উপৰিও কবিগুৰু ৰবীন্দ্ৰনাথ ঠাকুৰ আছিল ৰোমাণ্টিক কবিসকলৰ বাবে এটি অনুপম আদৰ্শ। ছনেট ৰচনাত ৰবীন্দ্ৰনাথৰ বিভিন্ন পৰীক্ষা নিৰীক্ষাই অসমীয়া ছনেটকাৰসকলক অনুপ্ৰাণিত কৰিছিল। বঙলা ছনেটৰ আৰ্হিৰ উপৰিও ইংৰাজ কবি শেক্সপীয়েৰ, মিল্টন, ৱৰ্ডছৱৰ্থ আৰু কীটছৰ আৰ্হি অসমীয়া কবিসকলৰ সমুখত আছিল। বৰবৰুৱাৰ সাহিত্যৰ মহাকাব্যৰ আলোচনাত আমি শেক্সপীয়েৰৰ চিন্তা আৰু দৰ্শনৰ প্ৰভাৱৰ কথা আলোচনা কৰি আহিছোঁ। অসমীয়া ছনেটৰ জন্ম আৰু ক্ৰমবিকাশৰ ক্ষেত্ৰতো শেক্সপীয়েৰীয় ছনেটৰ প্ৰভাৱ সুস্পষ্ট।

অসমীয়া ছনেটত এনে বিভিন্ন প্ৰভাৱসমূহ আলোচনা কৰিবলৈ লওঁতে আমি প্ৰথমে ছনেটৰ মূল আৰ্হি দুটিৰ কথা আলোচনা কৰিব লাগিব (১) পেট্ৰাৰ্কীয় আৰ্হি (the Petrarchan model) আৰু (২) শেক্সপীয়েৰীয় আৰ্হি (the Shakespearean model)। এই দুটি মূল আৰ্হিয়ে বিভিন্ন প্ৰভাৱ আৰু পৰিবৰ্ত্তনৰ মাজেদি নৱ নৱ

আৰ্হিৰ ছনেটৰ জন্ম দি পৃথিৱীৰ বিভিন্ন সাহিত্যত ছনেটৰ অধ্যয়ন এক প্ৰকাৰ আমোদজনক কৰি তুলিছে।

ছনেটৰ সংজ্ঞা Chambers Twentieth Century Dictionary ত দিয়ামতে এনে ধৰণৰ "formerly a short (esp lyrical) poem now always one of fourteen lines of ten or eleven syllables rhymed according to one or other of certain definite schemes forming an octave and sestet properly expressing two successive phases of one thought ছনেটৰ ই এটি পুৰণি সংজ্ঞা (classical definition) আৰু ই শেক্সপীয়েৰীয় আৰ্হিৰ ৰোমাণ্টিক ছনেটসমূহক সামৰি নায়। কোনো কোনো সমালোচকে আকৌ পেট্ৰাৰ্কীয় আৰ্হিৰ বাহিৰৰ শিথিল ছনেটসমূহক ছনেট বুলি নকৈ কেৱল চৈধ্যশাৰীয়া কবিতা বা চতুৰ্দ্দশপদী কবিতা (fourteen liners) বুলিহে আখ্যা দিব খোজে। কিন্তু ছনেটৰ বুৰঞ্জী অধ্যয়ন কৰিলে দেখা যায় যে কোনো এক প্ৰকাৰৰ ছন্দ সজ্জাকে মানি লৈ ছনেট ৰচনা কৰা হোৱা নাই। উদাহৰণ স্বৰূপে পেট্ৰাৰ্কীয় আৰ্হিৰ অষ্টক (Octave) আৰু ষড়কৰ (Sestet) বিভাজন আতৰাই অন্যান্য বহু আৰ্হি গ্ৰহণ কৰি পৃথিৱীৰ বিভিন্ন সাহিত্যৰ ছনেটকাৰসকলে ছনেট ৰচনা কৰিছে। শেক্সপীয়েৰৰ ছনেট গুচ্ছই (Sonnet sequence) এই কথাৰ সত্যতা প্ৰমাণ কৰে। কালক্ৰমত শেক্সপীয়েৰীয় ৰীতিৰ ছনেটক নতুন আৰ্হি হিচাবে লৈ পৃথিৱীৰ বিভিন্ন সাহিত্যত ছনেট ৰচনা কৰা হয়। ফৰাচী দেশত আৰু এটি বিশেষ আৰ্হিত ছনেট ৰচনা কৰা হয় আৰু এই আৰ্হিতো পৃথিৱীৰ বিভিন্ন সাহিত্যৰ কবিসকলে ছনেট ৰচনা কৰে। কেৱল ইংৰাজী সাহিত্যতে মিল্টন আৰু ৱৰ্ডচৱৰ্থৰ নিচিনা প্ৰতিভাশালী কবিসকলে পেট্ৰাৰ্কীয় আৰ্হিৰ অন্ধ অনুকৰণ নকৰি নিজা নিজা ধৰণে পৰীক্ষা নিৰীক্ষাৰে ছনেট ৰচনা কৰিছিল। তেওঁলোকে পেট্ৰাৰ্কীয় আৰ্হিত ছন্দসজ্জাৰ নৈপুণ্যৰ সহায়ত পেট্ৰাৰ্কীয় আৰ্হিক অতিক্ৰম কৰিছে। ছনেট ৰচনাৰ বিভিন্ন পৰীক্ষা নিৰীক্ষাৰ সম্পৰ্কে জন ফুলাৰে (John Fuller) কৰা মন্তব্য প্ৰণিধানযোগ্য — Indeed at all periods fascination with the idea of the Sonnet has tended to take precedence over its legitimate use There are a multitude of experiment adapting its rhyme schemes to the poet s particular talents and its history is littered with strokes of brilliant licence and the drudgery of persistent misunderstanding [১]

ভাৰতীয় সাহিত্য ক্ষেত্ৰত প্ৰবেশ কৰিলে দেখা যায়—মধুসূদনে পেট্ৰাৰ্কৰ অন্ধ অনুকৰণ নকৰি এক প্ৰকাৰৰ প্ৰতিযোগিতাৰ মনোভাৱেৰে (Rivalry) ছনেট ৰচনাত প্ৰবৃত্ত হৈছিল। মধুসূদনে ৰাজনাৰায়ণ বসুলৈ লিখা এখন চিঠিত এই সম্পৰ্কে এনেদৰে

১। John Fuller The Sonnet (The Critical Idiom) P 1

মন্তব্য দিছিল In my humble opinion if cultivated by men of genius our sonnet in time would rival the Italian ইটালী ভাষাৰ জ্ঞান আহৰণ কৰা মধুসূদনৰ ইটালী ভাষাতে পেট্ৰাৰ্কীয় ছনেট অধ্যয়ন কৰাৰ সৌভাগ্য ঘটিছিল আৰু তাৰ অনুপ্ৰেৰণাৰে তেওঁ বঙলা ভাষাত ছনেট ৰচনা কৰিছিল। ছনেটৰ এই ক্লাছিকেল আৰ্হিৰ নিখুঁত সাধক হৈও মধুসূদনে নিজস্ব প্ৰতিভাৰে ছনেট কলাত কিছু পৰিবৰ্ত্তন সাধন কৰিছিল। ৰবীন্দ্ৰনাথ ঠাকুৰেও ছনেট কলাৰ বহু পৰীক্ষা নিৰীক্ষা চলায়। ছনেট শিল্পী হিচাবে ৰবীন্দ্ৰনাথ শেক্সপীয়েৰীয় গোষ্ঠীৰ হলেও পেট্ৰাৰ্কীয় আৰ্হিতো তেওঁ হাত দিছিল। শেক্সপীয়েৰীয় আৰ্হিৰ ছনেটত পেট্ৰাৰ্কীয় আৰ্হিৰে অষ্টক আৰু ষড়কৰ বিভাজন তৈয়াৰ কবি ৰবীন্দ্ৰনাথে ছনেট ৰচনা কৰিছিল। আকৌ পেট্ৰাৰ্কীয় আৰ্হিৰ ছনেটত তেওঁ শেক্সপীয়েৰীয় আৰ্হিৰ তিনি চতুষ্ক আৰু যুগ্মক গঠন কৰিছিল। ৰবীন্দ্ৰনাথে এনেদৰে ছনেটৰ এই দুই মূল আৰ্হিৰ সমন্বয়ত অভিনৱ ছনেট ৰচনাৰ প্ৰয়াস কৰিছিল। তদুপৰি ৰবীন্দ্ৰনাথে এনে এবিধ ছনেট ৰচনা কৰিছিল—যি সাতোটি বিভিন্ন মিলৰ যুগ্মকৰ সমষ্টি। বস্তুত সমালোচকে ৰবীন্দ্ৰ ছনেটক ছনেট বুলি নকৈ চতুৰ্দ্দশপদী কবিতা বুলিহে কব খোজে। কবি সমালোচক মোহিতলাল মজুমদাৰৰ মতে—ৰবীন্দ্ৰনাথে বহু উত্তম চতুৰ্দ্দশপদী ৰচনা কৰিছে কিন্তু নিখুঁত ছনেট হলে এটিও ৰচনা কৰা নাই।[২] বহু সমালোচকে আৰু ৰবীন্দ্ৰ ছনেটক ছনেটৰ আলোচনাতে ঠাই দিব নোখোজে।[৩] কিন্তু আমাৰ আলোচনাত ৰবীন্দ্ৰ ছনেটক সামৰি লৈছো।—কিযনো অসমীয়া ছনেটৰ জন্ম আৰু ক্ৰমবিকাশত ৰবীন্দ্ৰ ছনেটৰ প্ৰভাৱ আছে।

ওপৰৰ আলোচনাৰ পৰা এই কথা পৰিষ্কাৰ হয় যে পেট্ৰাৰ্কৰ সময়ৰ পৰা বৰ্ত্তমান সময়লৈ পৃথিবীৰ প্ৰখ্যাত কবিসকলৰ হাতত ছনেটে বিভিন্ন ৰূপ লৈ আহিছে। কেৱল ছন্দ সজ্জাতে নহয় আনকি বিষয় বস্তুৰ ক্ষেত্ৰতো পৰিবৰ্ত্তন মন কৰিব লগীয়া। পেট্ৰাৰ্কে তেওঁৰ ছনেট গুচ্ছত প্ৰেয়সী মেডনালৈ প্ৰেম নিবেদন কৰিহে ছনেট ৰচনা কৰিছিল। শেক্সপীয়েৰেও তেওঁৰ ছনেট গুচ্ছত প্ৰেমক বিষয় বস্তু হিচাবে গ্ৰহণ কৰিছে। কিন্তু মিল্টনৰ সময়ৰ পৰা প্ৰেমৰ উপৰিও অন্য বিষয়ক ছনেটৰ গভত স্থান দিয়া হয়। উনৈশ শতিকাত ছনেটক সকলো ব্যক্তিগত আৰু সাৰ্বিক বিষয়ৰে বাহক হিচাবে গ্ৰহণ কৰা হয়। অৰ্থাৎ প্ৰেমৰ উপৰি অন্যান্য ব্যক্তিগত ভাৱ অনুভূতিয়ে ছনেটত স্থান লোৱাৰ উপৰিও—সামাজিক ৰাজনৈতিক আৰু ধৰ্ম্মীয় চিন্তাও ছনেটৰ বিষয় বস্তু হৈ পৰে।[৪]

২। মোহিতলাল মজুমদাৰ বাংলা কবিতাৰ ছন্দ পৃ ১৯।

৩। ড উত্তম কুমাৰ দাস বাংলা সাহিত্যে সনেট ১২৭।

৪। Dr R M Misra The Elizabethan Sonnet Sequence (A doctoral thesis of G U) P 356

প্ৰখ্যাত ইংৰাজ কবি ৱৰ্ডচৱৰ্থৰ ছনেটৰ অধ্যয়নে এই কথাৰ সত্যতা প্ৰমাণ কৰে। ৱৰ্ডচৱৰ্থৰ হাততে ইংৰাজী ছনেটে বহুল ক্ষেত্ৰ এখনি বাচি লৈ অতি জনপ্ৰিয় হৈ পৰে। It is to Wordsworth that we owe the great and endearing popularity of the form and possibly even the revived appreciation of Shakespeare s Sonnet which as is well known Steevens refused to reprint on the ground that they were unreadable Wordsworth not merely by the surpassing beauty of his 20 or 30 Sonnets but by his sequences is the modern founder of the genre ৫ ৱৰ্ডচৱৰ্থৰ দৰে কলাৰীজ কীটছ ৰোছেটী আৰু এলিজাবেথ বেৰেট ব্ৰাউনিং প্ৰভৃতি কবিসকলেও ব্যক্তিগত আৰু ৰাজহুৱা দুয়ো বিষয়ৰ ওপৰতে ছনেট ৰচনা কৰিছিল। গতিকে দেখা যায় ছন্দ সজ্জা আৰু বিষয় বস্তু—উভয়ক্ষেত্ৰতে—ক্লাচিকেল ছনেটৰ পৰা ৰোমাণ্টিক্ ছনেট বহু দূৰ আঁতৰি আহি জনপ্ৰিয় হৈ উঠে। গতিকে কেৱল ক্লাচিকেল ছনেটকহে ছনেট বুলি আখ্যা দি আবোৰ বাকীবোৰ নাদি ৈ আলোচনাত বহাৰ কোনো যুক্তি নাই।

আমি তলত ছনেটৰ মূল আহি আৰু তাৰ ওপৰত হোৱা পৰিবৰ্তন সমূহৰ—ছন্দ সজ্জা ( rhyme scheme ) আৰু অন্যান্য গুণাৱলীৰ এটি চমু আলোচনা দাঙি ধৰিছোঁ।

## (ক) পেট্ৰাৰ্কীয় আহিৰ ছনেট।

ইটালীৰ প্ৰখ্যাত কবি ফ্ৰান্সেচকো পেট্ৰাৰ্কে (Francesco Petrarch ) ( ১৩০৪—১৩৭৫ খ্ৰী ) ছনেট গুচ্ছ ৰচনা কৰি তেওঁৰ প্ৰেয়সী লৰাৰ ( Laura ) প্ৰতি প্ৰেম নিবেদন কৰে। এ ছনেট গুচ্ছ দুভাগত বিভক্ত লৰাৰ জীৱিত কালত লিখা কবিতাসমূহ আৰু লৰাৰ মৃত্যুৰ পাছত লিখা কবিতাসমূহ। পেট্ৰাৰ্কীয় ছনেট এটিৰ চৈধ্যশাৰী দুটি ভাগত বিভক্ত —প্ৰথম আঠশাৰীক অষ্টক ( Octave ) আৰু পাছৰ ছশাৰীক ষটক ( Sestet ) বোলা হয়। অষ্টকটি চাৰি শাৰীৰ দুটি চতুষ্ক ( quatrain ) আৰু ষটকটি তিনি শাৰীৰ দুটি ত্ৰিপদিকাত ( tercets ) বিভক্ত। প্ৰতি চতুষ্ক আৰু ত্ৰিপদিকাৰ অন্তত পূৰ্ণ যতি পৰে। ৩১৮ টা ছনেটৰ ১০৩ টাত পেট্ৰাৰ্কে আবৰ্ত্ত ভংগীৰ—ক খ খ ক—মিল বিন্যাস ( enclosed rhymes ) অষ্টকৰ দুইটি চতুষ্কতে ব্যৱহাৰ কৰে। এই আবৰ্ত্ত ভংগীক পেট্ৰাৰ্কাৰ ৰীতি বুলি কোৱা হয় আৰু একান্তৰ ভংগীৰ ( alternating rhyme )—ক খ ক খ—মিল পেট্ৰাৰ্কীয় ছনেটৰ ব্যতিক্ৰমহে। গতিকে অষ্টকটিৰ পূৰ্ণ মিল বিন্যাস এনে ধৰণৰ ক খ খ ক ক খ খ ক। ত্ৰিপদিকাত মিল দুটি বা তিনিটি। দুটি মিলৰ ত্ৰিপদিকাৰ আকৃতি হল—গ ঘ গ ঘ গ ঘ আৰু তিনিটি মিলৰ ত্ৰিপদিকাৰ

৫। Encyclopaedia Britanica Vol 20 P 998

আকৃতি হ'ল—গ ঘ ঙ গ ঘ ঙ। কেতিয়াবা অন্ত্যমান পৰিবৰ্ত্তনৰ মাজেদি এই তিনি মিল এনে ধৰণৰ হয় গ ঘ ঙ ঘ গ ঙ

ক্লাচিকেল ছনেটৰ জনক হিচাবে পেট্ৰাৰ্কৰ সৰ্ব্বশ্ৰেষ্ঠ কৃতিত্ব হ'ল—অষ্টক আৰু ষড়কৰ মাজত সুস্পষ্ট আৱৰ্ত্তন সন্ধিৰ ( Volte ) সৃষ্টি কৰাত।

## (খ) শেক্সপীয়েৰীয় আৰ্হি :

মহাকবি শেক্সপীয়েৰৰ ( ১৫৬৪—১৬১৬ খ্ৰী ) যাদুকৰী কাপৰ স্পৰ্শত প্ৰখ্যাত হোৱা ছনেটৰ ৰূপকল্পটি প্ৰথমে ইংৰাজী সাহিত্যত ছাৰ টমাছ ৱাট্ট ( Sir Thomas Wyatt ) (১৫০৩—১৫৪২ ) আৰু ছাৰেৰ আৰ্ল হেনৰী হাৱাৰ্ডৰ ( Henry Howard ) Earl of Surrey ) ( খ্ৰী ১৫১৭—১৫৪৭ ) লেখনীৰ মাজেদি আৱিৰ্ভূত হয়। ৱাটে ইংৰাজীত প্ৰথম ছনেটটি লিখাৰ গৌৰৱ অৰ্জ্জন কৰে। এই ছনেট ৰূপকল্প শেক্সপীয়েৰৰ প্ৰতিভাৰ যোগেদি বিশ্ববিখ্যাত হৈ পৰে আৰু শেক্সপীয়েৰীয় ছনেট বুলিহে ইয়াৰ নামকৰণ কৰা হয়। ১৫৯৭ খ্ৰীষ্টাব্দৰ ভিতৰতে শেক্সপীয়েৰৰ ছনেটসমূহ ৰচিত হলেও সিবিলাক পুথি আকাৰত প্ৰকাশ হয় ১৬১৬ খ্ৰীষ্টাব্দতহে। ১৫৪ টা ছনেটৰ ভিতৰৰ ১২৬ টা ছনেট শেক্সপীয়েৰে তেওঁৰ পৃষ্ঠপোষক ( Patron ) মি ডব্লিউ এইচ ক ( Mr W H ) উদ্দেশ্য কৰি আৰু বাকী ২৮ টা ডাক লেডীক ( the Dark Lady ) উদ্দেশ্য কৰি ৰচনা কৰে। ১২৬ ন ছনেটটো শেক্সপীয়েৰীয় আৰ্হিত নপৰে।

শেক্সপীয়েৰীয় ছনেট গুচ্ছৰ গোটেইখিনি ছনেটৰ ছন্দ সজ্জা একে ধৰণৰ। ছনেট গুচ্ছৰ ১৩৮ ন ছনেটিৰ উদ্ধৃতিৰে আমি এই ছন্দ সজ্জা পৰীক্ষা কৰি চাব খুজিছোঁ

When my love swears that she is made of truth
I do believe her though I know she lies
That she might think me some untutor d youth
Unlearned in the world s false subtleties
Thus vainly thinking that she thinks me young
Although she knows my days are past the best
Simply I credit her false speaking tongue
On both sides thus is simple truth suppress d
But wherefore says she not she is unjust ?
And wherefore say not I that I am old ?
O love s best habit is in seeing trust
And age in love loves not to have years told
Therefore I lie with her and she with me
And in our faults by lies we flattered be

এই ছনেটটিৰ ছন্দ সজ্জা এনে ধৰণৰ কখকখ গঘগঘ চছচছ জজ। ইয়াত তিনিটি চতুষ্ক আৰু এটি যুগ্মক আছে। প্ৰতি চতুষ্কৰ মিল একান্তৰ ভঙ্গীৰ। অষ্টক ষড়কৰ বিভাজন ইয়াত নাই অষ্টক ষড়কৰ মাজৰ ভাৱ যতিও ( break or pause ) নাই। এটি ছনেটৰ তিনি চতুষ্কত কোনো এটি বিষয়ৰ ওপৰত ভাৱৰ ক্ৰমাগত সম্প্ৰসাৰণ ঘটি যুগ্মকত তাৰ এটি সামূহিক মীমাংসাত উপনীত হোৱা দেখা যায়। ছনেটৰ এই ধৰাবন্ধা ছন্দৰীতিৰ মাজতে কবিয়ে কোনো এটি ভাৱৰ যতদূৰ সম্ভৱ সম্প্ৰসাৰণ ঘটাবলৈ চেষ্টা কৰে। কোনো এটি বিশেষ বিষয়ৰ ওপৰত লক্ষ্য স্থিৰ কৰি ভাৱঘনতাৰ সৃষ্টি কৰাই যি কোনো ছনেটৰে মুখ্য উদ্দেশ্য। ৰূপকল্প পেট্ৰাৰ্কীয় নাইবা শেক্সপীয়েৰীয় এই লৈ উদ্দেশ্যৰ সাল সলনি নঘটে। কেৱল পেট্ৰাৰ্কীয় ক্লাছিকেল ছনেটৰ কঠোৰ ছন্দ গাঁথনি শেক্সপীয়েৰীয় ৰোমান্টিক ছনেটত বহুখিনি শিথিল হৈ নতুন ৰূপ লৈছে।

## (গ) ॥ এই দুই মূল আৰ্হিৰ বিবৰ্ত্তন ঃ মিল্টণ ঃ ৱৰ্ডচ বৰ্থ ঃ মধুসূদন ঃ ৰবীন্দ্ৰনাথ ॥

ওপৰত আলোচনা কৰা ছনেটৰ দুই মূল আৰ্হি উত্তৰ সাধকসকলৰ হাতত পৰিবৰ্ত্তনৰ সন্মুখীন হয়। উদাহৰণ স্বৰূপে ইংৰাজী সাহিত্যৰ পৰা মিল্টন আৰু ৱৰ্ডচৱৰ্থক আৰু বঙলা সাহিত্যৰ পৰা মধুসূদন আৰু ৰবীন্দ্ৰনাথক আলোচনাৰ বাবে লোৱা হৈছে। প্ৰসঙ্গক্ৰমে উল্লেখ কৰিব পাৰি যে অসমীয়া ছনেটৰ জন্ম আৰু ক্ৰমবিকাশত এই দুই সাহিত্যৰ প্ৰভাৱ স্পষ্ট।

॥ **জ'ন মিল্টণ** ॥ ( ১৬০৮—১৬৭৭ )॥ ক্লাছিকেল প্ৰতিভাদীপ্ত কবি মিল্টনে ইংৰাজী কাব্যতে হয় ইংৰাজী ছনেটতো ক্লাছিকেল ৰীতিৰ প্ৰবৰ্ত্তন কৰে। প্ৰচলিত শেক্সপীয়েৰীয় ৰীতিক বিদায় দি তেওঁ পেট্ৰাৰ্কীয় ৰীতিৰ ছনেট ইংৰাজী সাহিত্যত প্ৰৱৰ্ত্তন কৰে। যিহেতু মিল্টনৰ প্ৰতিভা সাহিত্যিক মহাকাব্য ৰচনাতে অধিকতৰ নিয়োজিত আছিল তেওঁ ত্ৰিশ বছৰৰ ভিতৰত মাত্ৰ চৌবিশটা ছনেটহে লিখিবলৈ সমৰ্থ হৈছিল আৰু ইয়াৰে পাঁচটা ছনেট ৰচনা কৰা হৈছিল ইটালীয় ভাষাত। মিল্টনীয় একোটি ছনেটত অষ্টক ষড়কৰ বিভাজন আছে। অষ্টকৰ দুই চতুষ্কৰ একেঘোৰ মিল—আবৃত্ত ভঙ্গীৰ কখখক কখখক। ষড়কৰ দুই ত্ৰিপদিকাত প্ৰায় আঠ প্ৰকাৰৰ মিল সজ্জা দেখা যায়—যেনে (১) গঘগ ঘগগ (২) গঘঙ গঘঙ (৩) গঘঙ ঘগঙ (৪) গঘঘ গঘগ (৫) গঘগ ঙঙগ (৬) গঘঘ গঙঙ (৭) গঘগ ঘঙঙ (৮) গঘঙ ঘঙগ। [৬]

---

৬। ড উত্তম কুমাৰ দাশ বাংলা সাহিত্যে সনেট পৃ ৫৮।

ছন্দ সজ্জাৰ এনে বিভিন্ন পৰিবৰ্ত্তনৰ উপৰি আন এটি উল্লেখযোগ্য কথা হ'ল ক্লাছিকেল ৰীতিৰ মিল্টনীয় ছনেটত দেখাত অষ্টক আৰু ষড়কৰ বিভাজন আছে যদিও অষ্টক আৰু ষড়কৰ মাজত কোনো আৱৰ্তন সন্ধি নাই, অথচ এই সন্ধি পেট্ৰাকীয় ছনেটৰ সৰ্ব্বাধিক মূল্যৰ বস্তু। মিল্টনীয় ছনেটত এটি ভাৱৰ সম্প্ৰসাৰণ অষ্টকতে সীমাবদ্ধ নাথাকি ই ষড়কৰ প্ৰথম ত্ৰিপদিকা নাইবা দ্বিতীয় ত্ৰিপদিকা পৰ্য্যন্ত পায়গৈ। মিল্টনৰ এটি ছনেটৰ উদ্ধৃতিৰে এই কথাৰ সত্যতা পৰীক্ষা কৰি চাব পাৰি। মিল্টনৰ 'On His Blindness এটি অতীৱ সুন্দৰ ছনেট

When I consider how my light is spent
Ere half my days in this dark world and wide
And that one talent which is death to hide
Lodged with me useless though my soul more bent
To serve therewith my Maker and present
My true account lest He returning chide —
Doth God exact day labour light denied ?
I fondly ask But Patience to prevent
That murmur soon replies God doth not need
Either man s work or His own gifts who best
Bear His mild yoke they serve Him best His state
Is kingly thousands at His bidding speed
And post o er land and ocean without rest —
They also serve who only stand and wait

এই ছনেটিৰ অষ্টকৰ চতুষ্ক দুটিৰ মাজত পূৰ্ণ যতি পৰা নাই। তদুপৰি অষ্টকত বিকশিত হোৱা ভাৱৰ মূৰ্চ্ছনা ষড়কলৈ অবাধে গতি কৰিছে। আলোচনাৰ পৰা এই কথা পৰিষ্কাৰ হয় যে ক্লাছিকেল ৰীতিৰ পৃষ্ঠপোষক মিল্টনৰ হাতত ছনেটে ৰূপ সলনি কৰিলে।

## ॥ উইলিয়াম ৱৰ্ডচ্‌ৱৰ্থ ॥ ( ১৭৭ —১৮৫০ )

আমাৰ আগৰ আলোচনাতে উল্লেখ কৰিছোঁ—ৰোমাণ্টিক আন্দোলনৰ জনক উইলিয়াম ৱৰ্ডচৱৰ্থে কেনেকৈ ছনেট ৰচনাত হাত দিছিল আৰু ছনেটক অতি জনপ্ৰিয় গীতি কবিতাৰ শাৰীলৈ উন্নীত কৰিছিল। ৱৰ্ডচৱৰ্থে অকলে ৫২৩ টা ছনেট ৰচনা কৰাৰ গৌৰৱ অৰ্জ্জন কৰে। তেওঁৰ ছনেট আৰু ছনেট গুচ্ছত বিভিন্ন বিষয়ে স্থান পায় যেনে —প্ৰেম প্ৰকৃতি ধৰ্ম্ম ভ্ৰমন আৰু স্বদেশ প্ৰেম। মিল্টনৰ দৰে তেওঁ ছনেটৰ ৰূপ কল্পত বহু পৰিৱৰ্ত্তন ঘটায় যদিও তেওঁৰ ছনেট পেট্ৰাকীয় ধৰ্ম্মী। ৱৰ্ডচৱৰ্থৰ

হাতত ছনেটৰ ৰূপকল্পই কেনে আকাৰ ধাৰণ কৰিছিল তাক তলৰ ছনেটটিয়ে প্ৰমাণ কৰিব

*( Composed Upon Westminster Bridge September 3 1802 )*

Earth has not anything to show more fair
Dull would he be of soul who could pass by
A sight so touching in its majesty
This City now doth like a garment wear
The beauty of the morning silent bare
Ships towers domes theatres and temples lie
Open unto the fields and to the sky
All bright and glittering in the smokeless air
Never did the sun more beautifully steep
In his first splendour valley rock or hill
Ne er saw I never felt a calm so deep !
The river glideth at his own sweet will
Dear God ! the very houses seem asleep
And all that mighty heart is lying still

এই ছনেটটিৰ ছন্দ সজ্জা পেট্ৰাৰ্কীয়—a b b a a b b a c d c d c d মিল বিন্যাসৰ। কিন্তু অষ্টকৰ দুই চতুষ্কৰ মাজত পূৰ্ণ যতিৰ অভাৱ ঘটিছে। তদুপৰি অষ্টক আৰু ষড়কৰ মাজৰ ভাৱ যতি সুদৃঢ় নহয়। সেয়েহে দুটা ধাৰা শেক্সপীয়েৰীয় ছনেটৰ এটি যুগ্মক শব্দ। হৈছে—আকৃতিত নহলেও প্ৰকৃতিত। এনেদৰে ক্লাচিকেল ছনেটৰ ধৰা বন্ধা ছন্দ সজ্জা বড চৰ্থৰ হাতত বহু শিথিল হৈ পৰিল।

॥ মধুসূদন দত্ত ॥ (১৮২৪ ১৮৭৩) ইংৰাজী আৰু ইটালীয় ভাষাত ব্যুৎপত্তি আহৰণ কৰি মধুসূদনে বঙলা ভাষাত কাব্য আৰু ছনেট ৰচনা কৰি ইউৰোপীয় নৱন্যাসৰ চল বোৱাই দিয়ে। মধুসূদনে প্ৰধানতঃ পেট্ৰাৰ্কীয় ছনেটৰ আৰ্হি লৈ তেওঁৰ চতুৰ্দশপদী কবিতাৱলী নামৰ ছনেট পুথি ৰচনা কৰে। কিন্তু এই আৰ্হিৰে ছনেট গঠনত তেওঁ বহু পৰিবৰ্তন সাধন কৰে। ছনেটৰ অষ্টক আৰু ষড়কৰ বিভাজনত অষ্টকৰ দুই চতুষ্কৰ মাজত পূৰ্ণ যতি পেলোৱাত ষড়কৰ দুই ত্ৰিপদিকাৰ মাজত অৰ্দ্ধ যতি পেলোৱাত মধুসূদনে অতি সাৱধনতা অৱলম্বন কৰিছিল। ছন্দ সজ্জাৰ নিখুঁত ব্যৱহাৰ সত্ত্বেও তেওঁৰ কিছুমান ছনেটত একোটি ভাৱৰ ঢৌ অষ্টকৰ দুই চতুষ্কতে আবদ্ধ নাথাকি ষড়ক পৰ্য্যন্ত ব্যাপ্ত হৈ পৰা দেখা যায়। এনে ধৰাৰ ছনেটত মিল্টনৰ আৰ্হিৰে তেওঁ অষ্টক আৰু ষড়কৰ

মাজত ভাৱ যতি পেলোৱা দেখা নাযায়। মধুসূদনৰ ছনেটৰ অষ্টকৰ দুই চতুষ্ক কেতিয়াবা আৱৰ্ত্ত মিল ভঙ্গীৰ আৰু কেতিয়াবা একান্তৰ মিল ভঙ্গীৰ। মধুসূদনৰ পেট্ৰাৰ্কীয় ৰীতিৰ কপোতাক্ষ নদ নামৰ ছনেটটিৰ মিল বিন্যাস পৰীক্ষা কৰি চোৱা যাওক

সতত হে নদ তুমি পড় মোৰ মনে। —ক
সতত তোমাৰ কথা ভাবি এ বিৰলে —খ
সতত (যেমতি লোক নিশাৰ স্বপনে —ক
শোনে মায়া মন্ত্ৰধ্বনি) তব কলকলে —খ
জুড়াই এ কান আমি ভ্ৰান্তিৰ ছলনে। —ক
বহুদেশে দেখিয়াছি বহু নদদলে —খ
কিন্তু এ স্নেহেৰ তৃষ্ণা মিটে কাৰ জলে? —খ
দুগ্ধস্ৰোতোৰূপী তুমি জন্মভূমি স্তনে। —ক
আৰ কি হে হবে দেখা? যতদিন যাবে —গ
প্ৰজাৰূপে ৰাজৰূপ সাগৰেতে দিতে —ঘ
বাৰিৰূপ কৰ তুমি এ মিনতি গাবে —গ
বঙ্গজ জনেৰ কানে সখে সখাৰীতে —ঘ
নাম তাৰ এ প্ৰবাসে মজি প্ৰেমভাবে —গ
লইছে যে তব নাম বঙ্গেৰ সঙ্গীতে॥ —ঘ

ছনেটটিৰ গঠন ৰীতি পৰীক্ষা কৰিলে দেখা যায়—ইয়াৰ অষ্টক আৰু ষড়কৰ বিভাজন সুস্পষ্ট। অষ্টকৰ প্ৰথম চতুষ্কৰ মিল একান্তৰ ভঙ্গীৰ কখ কখ দ্বিতীয় চতুষ্কৰ মিল আৱৰ্ত্ত ভঙ্গীৰ—ক খ খ ক। ষড়কৰ দুই ত্ৰিপদিকাৰ মিল- গ ঘ গ ঘ গ ঘ। অষ্টকৰ দুই চতুষ্কৰ মাজত আৰু ষড়কৰ দুই ত্ৰিপদিকাৰ মাজত পাৰ্যতি বা অৰ্দ্ধ যতি পৰা নাই। গতিকে ছনেটটি পেট্ৰাৰ্কীয় ৰীতিৰ হলেও মিল বিন্যাসত মধুসূদনে অভিনৱত্ব ৰক্ষা কৰিছে।

মধুসূদনৰ ছনেটৰ আন এটি অভিনৱত্ব হল ছন্দৰ অক্ষৰ সংখ্যা নিৰ্দ্ধাৰণত। ইংৰাজী ছনেটৰ এটি শাৰীত থাকে পঞ্চ পৰ্ববিশিষ্ট ১০টি দল ফৰাচী ভাষাৰ ছনেটত থাকে ১২টি দল আৰু ইটালীয় ভাষাৰ ছনেটত থাকে ১১টি দল। কিন্তু মধুসূদনে ১৪টি দলৰ সৃষ্টি কৰে। মধুসূদনৰ আটাইবোৰ ছনেটতে এই দল সংখ্যা সুনিৰ্দ্দিষ্ট। মধুসূদনৰ পাছৰ ছনেটকাৰসকলে অৱশ্যে ১৮ দল বিশিষ্ট ছাঁচে বঙলা সাহিত্যত ৰচনা কৰি কৃতকাৰ্য হয়। প্ৰখ্যাত বঙলা সমালোচক আৰু ছনেটকাৰ মোহিতলাল মজুমদাৰে ১৪টি দল বিশিষ্ট ছাঁচহে পচন্দ কৰিছিল। মধুসূদনৰ আন এটি অভিনৱত্ব হল— ছনেটৰ বিষয় বস্তুৰ বিভিন্নতা। তেওঁ প্ৰেম বিষয়ক ছনেট ৰচনাত গুৰুত্ব আৰোপ কৰা নাই। মধুসূদনৰ সমস্ত ব্যক্তিত্ব আৰু শ্ৰেষ্ঠতম ভাৱ অনুভূতি তেওঁৰ ছনেটসমূহত বিকশিত হয়। সেয়ে তেওঁৰ ছনেট সমূহক তেওঁৰ ব্যক্তিত্বৰ দিন লিপি বা 'ডায়েৰী বুলি গণ্য

কৰিব পাৰি। শেক্সপীয়েৰৰ দৰে মধুসূদনেও মনৰ ভাব প্ৰকাশৰ বাবে গীতি-কবিতাৰ আশ্ৰয় লয় আৰু ছনেটৰ মাজেদি ই পৰিপূৰ্ণতা লাভ কৰে।

মধুসূদনে মাত্ৰ পাঁচটি ছনেটতহে প্ৰেমক বিষয় বস্তু হিচাবে গ্ৰহণ কৰে। বাকী ১০৫টা ছনেটত বিভিন্ন বিষয় সামৰি লোৱা হয়। এই বিষয় সমূহ হ'ল—(১) কবিৰ আত্ম পৰিচয় আৰু আত্ম বিশ্লেষণ (২) তেওঁৰ মাতৃ ভাষা আৰু মাতৃ ভূমি (৩) মহান কবি আৰু লেখকৰ গুণানুকীৰ্ত্তন (৪) ভাৰতীয় মহাকাব্যৰ কিছুমান চৰিত্ৰৰ বীৰত্বমূলক গুণাৱলী (৫) প্ৰকৃতি (Nature) (৬) তেওঁৰ দাৰ্শনিক চিন্তা আৰু (৭) তেওঁৰ ধৰ্ম্ম আৰু সংস্কৃতি।

এইখিনিতে বিশেষভাৱে মনত ৰাখিব লগীয়া কথা হ'ল—মধুসূদনৰ ছনেটৰ আঁহিতকৈ বিষয় বস্তুৰ নিৰ্ব্বাচনে অসমীয়া ছনেটকাৰসকলক বিভিন্ন বিষয়ৰ ওপৰত ছনেট ৰচনা কৰিবলৈ প্ৰেৰণা প্ৰদান কৰে। হিতেশ্বৰ বৰবৰুৱাৰ ছনেট পুথি মালচত সঙ্কলিত বিভিন্ন বিষয়ৰ ছনেট সমূহৰ ৰচনাৰ মূল প্ৰেৰণা যে মধুসূদনৰ চতুৰ্দশপদী কবিতাৱলী এই কথাত কোনো সন্দেহ নাই। অৱশ্যে ছনেটৰ গঠন ৰীতিত মধুসূদনৰ তেনে প্ৰভাৱ লক্ষ্য কৰা নাযায়।

## ॥ ৰবীন্দ্ৰনাথ ঠাকুৰ ॥ (১৮৬১—১৯৪১)

কবিগুৰু ৰবীন্দ্ৰনাথে মুঠ ২৮৮টি ছনেট ৰচনা কৰিছিল। তেওঁৰ কবিত্ব প্ৰতিভাই পেট্ৰাৰ্কীয় নাইবা শেক্সপীয়েৰীয় কোনো আঁহিৰে ধৰা বন্ধা ৰীতি মানি লোৱা নাছিল। তেওঁ এই দুই আঁহিৰে ছনেট ৰচনা কৰিছিল আৰু তেওঁৰ ছনেটত এই দুই আঁহিৰ অভিনৱ সংমিশ্ৰণো ঘটিছিল। ছনেটৰ বাহ্যিক আকৃতিত তেওঁ শেক্সপীয়েৰীয় গোষ্ঠীৰ, আনহাতে ইয়াৰ আভ্যন্তৰীণ প্ৰকৃতিত পেট্ৰাৰ্কৰ ছাপ চাপিছে। ছনেটৰ অষ্টক আৰু ষড়কৰ মাজৰ আবৰ্ত্তন সন্ধিৰ ৰবীন্দ্ৰনাথে সৃষ্টি কৰিছিল আৰু এই বিশেষত্ব তেওঁৰ পেট্ৰাৰ্কীয় ধৰ্ম্মীৰ ছনেটখিনিতে নহয় আনকি বিশুদ্ধ শেক্সপীয়েৰীয় আঁহিৰ আৰু কোনো বিশেষ ছন্দ সজ্জাৰ সামৰি নোলোৱা ছনেটতো পৰিলক্ষিত হয়। মুঠতে তুলনামূলকভাৱে ৰবীন্দ্ৰ ছনেটৰ ওপৰত শেক্সপীয়েৰীয় আঁহিৰ ছনেটৰ প্ৰাধান্য বেছি।

ৰবীন্দ্ৰনাথে এবিধ অতি শিথিল আকৃতিৰ ছোট ৰচনা কৰিছিল—যাক সমালোচকসকলে ছনেট বুলি নকৈ কেৱল চৌধাশৰীয়া বা চতুৰ্দ্দশপদী কবিতা বুলি গ্ৰহণ কৰিছে। এনে ছনেটত বিভিন্ন মিলযুক্ত সাতোটি যুগ্মক থাকে। ছনেট হিচাবে ইয়াৰ মূল্য থাককে বা নাথাকক আমাৰ আলোচনাত ই বিশেষভাৱে উল্লেখযোগ্য এই কাৰণেই যে এই বিধ ছনেটৰ অনুকৰণত অসমীয়া সাহিত্যত ভালে কেইজন কবিয়ে চতুৰ্দ্দশপদী ৰচনা কৰিছিল। এই শ্ৰেণীৰ ছনেটক আমি ছনেট বুলি গণ্য কৰিম নে নকৰিম—ই এটি বিতৰ্কমূলক প্ৰশ্ন। আমাৰ নিজস্ব মত হ'ল—কেৱল বাহ্যিক মিল বিন্যাসৰ ওপৰতে

এটি ছনেট সৃষ্টিৰ সাৰ্থকতা নিভৰ নকৰে। ভাৱঘনত্ব একমুখীতা ( oneness of purpose ) এটি ভাৱৰ ক্ৰমাগত বিকাশ সাধন আৰু উৎকৃষ্ট কাব্যিক সৌন্দৰ্য্য—এইবিলাকো এটি ছনেটৰ অবিচ্ছেদ্য অঙ্গ। পেট্ৰাৰ্কৰ সময়ৰ পৰা বৰ্ত্তমান সময়লৈ ছনেটৰ ছন্দ সজ্জাৰ ক্ৰম বিৱৰ্ত্তন দেখা যায় তাৰ ফলত আমি কোনো ধৰাবন্ধা ৰীতিকে ছনেটৰ বাবে অপৰিহাৰ্য্য বুলি কব নোৱাৰো। ছনেট কলাৰ আৰম্ভণিও ৰহস্যাবৃত্ত আৰু পেট্ৰাৰ্কৰ আগৰ পৰাই এই কলাৰ প্ৰচলন আছিল। কালক্ৰমত প্ৰতিভাৱান কবিৰ হাতত এই কলা বিভিন্ন ৰূপ সজ্জা আৰু ভাৱ মূৰ্চ্ছনাৰে মূৰ্ত্তিমন্ত হৈ উঠে। গতিকে ক্লাছিকেল বা ৰোমাণ্টিক—কোনো এবিধ ছনেটৰ কোনো বিশেষ ছন্দ সজ্জাক আৰোৰ গোজ মাৰি ধৰি থাকি ছনেটৰ আলোচনাত বহাৰ কোনো যুক্তিযুক্ততা নাই। বৰঞ্চ পৃথিবীৰ সকলো সাহিত্যতে ছনেটৰ ক্ৰমবিকাশৰ আলোচনাৰ যোগেদি ছনেটৰ—ক্লাছিকেল ৰোমাণ্টিক আৰু আধুনিক শ্ৰেণী বিভাগ কৰাহে অধিক যুক্তিসঙ্গত। গতিকে ৰবীন্দ্ৰনাথ ঠাকুৰৰ শিথিল ছনেট ৰীতিকো আমি আলোচনাত স্থান দিছোঁ কাৰণ এনেবোৰ ছনেটতো নিৰ্দ্দিষ্ট ছন্দ সজ্জাৰ বাহিৰে ছনেটৰ অন্যান্য বহু লক্ষণ থকা দেখা যায়। তদুপৰি এই শ্ৰেণী ছনেটৰ প্ৰভাৱ অসমীয়া ছনেটৰ জন্ম আৰু ক্ৰমবিকাশত অনস্বীকাৰ্য। তলত এনে এটি ৰবীন্দ্ৰ ছনেটৰ উদ্ধৃতি দিয়া হল —

॥ প্ৰস্তৰ মূৰ্তি ॥

হে নিৰ্বাক্ অচঞ্চল পাষাণ সুন্দৰী
দাড়ায়ে ৰয়েছ তুমি কত বৰ্ষ ধৰি
অনম্বৰা অনাসক্তা চিৰ একাকিনী
আপন সৌন্দৰ্যধ্যানে দিৱসযামিনী
তপস্যা মগনা। সংসাৰে কোলাহল
তোমাৰে আঘাত কৰে নিয়ত নিষ্ফল,—
জন্মমৃত্যু দুঃখ সুখ অস্ত অভ্যুদয়
তৰঙ্গিত চাৰিদিকে চৰাচৰময়
তুমি উদাসিনী। মহাকাল পদতলে
মুগ্ধনেত্ৰে ঊৰ্দ্ধমুখে ৰাত্ৰিদিন বলে
কথা কও কথা কও কথা কও প্ৰিয়ে
কথা কও মৌন বধূ ৰয়েছি চাহিয়ে।
তুমি চিৰ বাক্যহীনা তব মহাবাণী
পাষাণে আবদ্ধ ওগো সুন্দৰী পাষাণী।

ছনেটটিৰ মিল বিন্যাস কক খখ গগ ঘঘ ঙঙ চচ ছছ। মূলত শেক্সপীয়েৰীয় আৰ্হিৰ এই ছনেটটিত এটি ভাৱৰ সুন্দৰ কাব্যিক সম্প্ৰসাৰণ ঘটি শেষৰ যুগ্মকটিত ঘনীভূত হৈ এটি স্থিৰ সিদ্ধান্তলৈ আহিছে। শেক্সপীয়েৰীয় একান্তৰ ভঙ্গীৰ মিল বিন্যাসৰ ঠাইত পয়াৰ ছন্দৰ সমাবেশ ঘটিছে যদিও এটি উত্তম শেক্সপীয়েৰীয় ছনেটৰ অন্যান্য সকলো আনুসঙ্গিক উপাদান ইয়াত পোৱা যায়।

## ২॥ অসমীয়া ছনেটত বৰবৰুৱাৰ পূৰ্ব্ববৰ্তী কবিসকল ॥

**॥ (ক) হেমচন্দ্ৰ গোস্বামী, (খ) চন্দ্ৰকুমাৰ আগৰৱালা (গ) লক্ষ্মীনাথ বেজবৰুৱা, (ঘ) পদ্মনাথ গোহাঞিবৰুৱা ॥**

উপক্ৰমণিকাত অসমীয়া সাহিত্যত ছনেট শীৰ্ষক এটি চমু আলোচনা ইতিমধ্যে আগ বঢ়োৱা হৈছে। ইয়াত আমি অসমীয়া ছনেটলৈ অৰিহণা দিওঁতা বৰবৰুৱাৰ পূৰ্ববৰ্তী কবিসকলৰ ছনেট কলা সাধনাৰ ওপৰত এটি আলোচনা আগ বঢ়াইছোঁ।

### (ক) হেমচন্দ্ৰ গোস্বামী (খ্ৰীষ্টাব্দ ১৮৭২—১৯২৮)

হিতেশ্বৰ বৰবৰুৱাৰ চাৰিজন পূৰ্ববৰ্তী কবিৰ ভিতৰত হেমচন্দ্ৰ গোস্বামীৰ নাম অসমীয়া ছনেটত সৰ্ব্বপ্ৰথমে উল্লেখ কৰিব লাগিব। উনৈশ শতিকাৰ নৱম দশকৰ আগ ভাগত গোস্বামীয়ে অসমীয়া সাহিত্যত পোন প্ৰথমবাৰৰ বাবে পেট্ৰাৰ্কীয় আৰ্হিৰ ছনেট ৰচনা কৰি অমৰ খ্যাতি অৰ্জন কৰে। এয়ে অসমীয়া সাহিত্যত ছনেট ৰচনাৰ প্ৰথম পদক্ষেপ। গোস্বামীৰ বাবতো পুথি — ফুলৰ চাকিৰ পাতনিযে এই কথা সদৰী কৰে ইয়াৰ ভিতৰৰ (ফুলৰ চাকিৰ কবিতা) কেইবাটাও কবিতা লেখকে ১৩/১৪ বছৰ বয়সতে লেখা আৰু সেইয়া লেখকে আৰ্হি হাৰ নিয়মও সমান ভাষাত গীতি কবিতা (Lyrical) আৰু চৈধ্যপদী কবিতাৰ (Sonnet) চানেকিও নাছিল। তেনেস্থলত তা কিবা দোষ থাকিলে পাঠকসকলে যেন মাৰ্জনা কৰে।

ফুলৰ চাকিত হেমচন্দ্ৰ গোস্বামীয়ে পেট্ৰাৰ্কীয় আৰ্হিত ৰচনা কৰা ছনেট তিনিটি হল—( ) প্ৰিয়তমাৰ চিঠি ( ) [illegible] আৰু (৩) [illegible] ইয়াৰ ভিতৰৰ প্ৰথম ছনেটটিয়ে অসমীয়া সাহিত্যত প্ৰথম ছনেট হিচাবে আৰু অসমীয়া সাহিত্যত পেট্ৰাৰ্কীয় আৰ্হিৰ শ্ৰেষ্ঠ ছনেট হিচাবেও সাহিত্যৰ বুৰঞ্জীত বিশেষ স্থান অধিকাৰ কৰিছে। ক্লাচিকেল ছনেটৰ ঐতিহ্য ৰক্ষা কৰি এই ছনেটটিত প্ৰেম বিষয়ক এখনি পত্ৰৰ প্ৰেমিকৰ ওপৰত কেনে প্ৰভাৱ-পৰে চিত্ৰ দাঙি ধৰা হৈছে। তলত প্ৰিয়তমাৰ চিঠিৰ উদ্ধৃতিৰে আমি ইয়াৰ ছন্দ সজ্জা আৰু কাব্যিক সৌন্দৰ্য্যৰ এটি সম্যক উপলব্ধি কৰিবলৈ চেষ্টা কৰিম

> সৌন্দৰ্য্যৰ বুকুৰ বাচনি উদঙাই
> প্ৰকৃতিৰ চোৰৰ চালেৰে পিতপিত
> কুকুৰাঠেঙীয়া এই আখৰ কিটিত
> যি অমিয়া থহা আছে কতো আৰু নাই।

কবি নিকুঞ্জত ফুলি কত কবিতাই
মলয়াত উটি উটি ফুৰে পৃথিৱীত
তোমাৰ চিঠিয়ে কিন্তু জানে যিটি গীত
কবিতাৰ কাব্যে তাৰ গোন্ধকো নাপায়।
ফুল ফুলে সৰি যায় শুকায় বননি
বসন্তৰ কুঁহিপাত ৰ'দত লেৰেলে
তোমাৰ চিঠিয়ে প্ৰিয়ে জানে কি মোহিনী
নিতৌ গোলাপৰ বাহী ন ন ফুল মেলে।
যত শুনো চুমা খাওঁ নেলাগে আমনি
হৃদয়ত হেপাহৰ ভোটাতৰা জ্বলে।

ছনেটটিৰ বিষয়বস্তু কাব্যিক দিশৰ পৰা অতি উচ্চ পৰ্য্যায়ৰ। অষ্টকত ভাৱৰ ক্ৰমাগত সম্প্ৰসাৰণ ঘটিছে প্ৰকৃতি ৰাজ্যত কবিয়ে যি সৌন্দৰ্য্যৰ সন্ধান বিচাৰিছে সিয়ে প্ৰিয়তমাৰ চিঠিত ধৰা দিছে। ষটকত এই ভাৱে এটি নতুন ছেদ ধৰি সমাধানৰ ফালে আগবাঢ়িছে। প্ৰকৃতি ৰাজ্যৰ ফুল বননি কুঁহিপাত আদিৰ সৌন্দৰ্য্য ক্ষণস্থায়ী, কিন্তু প্ৰিয়তমাৰ চিঠিৰ মাজেদি প্ৰকাশ পোৱা হিয়াৰ প্ৰেম অনুভূতি নিতে নতুন চিৰসুন্দৰ আৰু আনন্দময়। এটি নিখুঁত ছনেটৰ আনুসঙ্গিক ভাৱানতা একমুখীতা আৰু কাব্যিক সৌন্দৰ্য্য—প্ৰিয়তমাৰ চিঠিত বিৰাজ কৰিছে। ছন্দসজ্জাৰ ফালৰ পৰা দেখা যায়—অষ্টকৰ দুই চতুষ্কৰ মাজত পূৰ্ণবিৰতি আছে। দুপাৰ অংশ আৰু ষড়কৰ মাজৰ আৱৰ্তন সন্ধিও সুস্পষ্ট। কিন্তু ষড়কৰ দুই ত্ৰিপদিকাৰ মাজত তেনে কোনো পূৰ্ণ যতি নাই। ছনেটটিৰ শেষৰ দুই শাৰীয়ে এটি মিলনৰ অনুৰূপ প্ৰেৰণা দান কৰে। ইয়াৰ ছন্দসজ্জা এনে ধৰণৰ কখখক কখখক গঘগ ঘগঘ।

হেমচন্দ্ৰ গোস্বামীৰ আন দুটি ছনেট ইন্দিৰা কন্দা আৰু ৰত্নেশ্বৰ মহন্তক শোক বিষয়ক ছনেট ( Elegiac Sonnets ) আখ্যা দিব পাৰি। ইয়াৰ প্ৰথমটি লোগেশ্বৰ বৰকটকীৰ সহধৰ্ম্মিণী সুৰসুন্দৰী দেৱীৰ মৃত্যু উপলক্ষে আৰু দ্বিতীয়টি কবিৰ বন্ধু ৺ৰত্নেশ্বৰ মহন্তৰ মৃত্যু উপলক্ষে ৰচনা কৰা হয়। এই দুটো ছনেটৰ ছন্দসজ্জা প্ৰিয়তমাৰ চিঠিৰ ছন্দসজ্জাৰ অনুৰূপ।

হেমচন্দ্ৰ গোস্বামীৰ এই ছনেট কেইটিৰ ছন্দসজ্জাত মধুসূদনৰ প্ৰভাৱ অনস্বীকাৰ্য্য। মধুসূদনৰ আহিঁৰে গোস্বামীয়ে ছনেটৰ প্ৰতি শাৰীত চৈধ্যটি দল ব্যৱহাৰ কৰে। কিন্তু অতি পৰিতাপৰ কথা—এনে নিপুণ ছনেট কলাৰ অধিকাৰী হৈও গোস্বামীয়ে ছনেট ৰচনাত মনোনিবেশ নকৰিলে।

### (খ) চন্দ্ৰকুমাৰ আগৰৱালা (১৮৬৭—১৯৩৮)

অসমীয়া ৰোমাণ্টিক কবিসকলৰ ভিতৰত চন্দ্ৰকুমাৰ আগৰৱালাৰ বিশেষত্ব হ'ল—

কবিতাত অতীৰ প্ৰচলিত শব্দৰ ব্যৱহাৰত আৰু সৌন্দৰ্য্যৰ লগত আশ্চৰ্য্যপ্ৰকাশক ভাৱৰ (addition of strangeness to beauty) সংযোগত। তেওঁ কেৱল এজন প্ৰকৃতি পূজাৰীয়ে নহয় মানৱতাবোধৰো একান্ত সাধক। আগৰৱালাৰ কবিতা পুথি প্ৰতিমাত থকা তিনিটি চতুৰ্দ্দশপদী কবিতা হ'ল —সন্ধিয়া, অকলশৰীয়া আৰু সুন্দৰ। ইয়াৰ প্ৰথমটি ছনেটৰ উদ্ধৃতি দিয়া হ'ল —

ৰঙা মুখে ৰঙা বেলি মাগিলে বিদায়
দেখা দিয়ে নিমিষতে সন্ধিয়া লুকায়!
প্ৰথম চুমাৰ ৰেখ গৌ পৰোতেৰ
নিষ্ঠুৰ বিৰহে তাক মচিছে নিলেহ।
হেঙুলি বিচ্ছেদ মেঘে আতৰাই ধৰে
বিধিৰ লিখন হায়। নলৰে নচৰে।
ই বজ্ৰ বাওঁৰি তই কত পুহিছিলে?
মিঠা মুখে মেখ হেৰ শতুক গালিলি।
সন্ধিয়া আইটী হায় মুকলি চুলিৰে
নীৰৱে এন্ধাৰ কৰি বিশ্ব পৰিহৰে।
যোৱা আৰু যোৱা আছে পছিম সাগৰ
বুৰ দি গুচোৱা গৈ সন্তাপ ভাগ।
আজলা চোৱালী হায় সংসাৰৰ ধাৰা
নৌ ধৰে তোৰ গল ইচ্ছা বিধাতাৰ।

ইয়াত সাতোটি পয়াৰ ছন্দৰ যুগ্মক থকা হেতুকে ইয়াক শিথিল ৰবীন্দ্ৰ ছনেটৰ শাৰীত থব পাৰি। ছন্দ সজ্জাৰ ফালৰ পৰা নহলেও কেৱল ভাৱ সম্প্ৰসাৰণ আৰু পৰিৱৰ্ত্তনৰ ফালৰ পৰা ইয়াত অষ্টক আৰু ষষ্ঠকৰ বিভাজন এটি লক্ষ্য কৰা যায়। তদুপৰি শেষৰ যুগ্মকটিৰ ভাৱ পূৰ্ণতা শেক্সপীয়েৰীয় ছনেটৰ যুগ্মকৰ ভাৱ পূৰ্ণতাৰ অনুৰূপ। দ্বিতীয়টি ছনেটৰ ছন্দ সজ্জা প্ৰথমটিৰ অনুৰূপ হলে অষ্টক আৰু ষড়কৰ ভাৱ স্পষ্টতা লক্ষ্য কৰা নাযায়। শেষৰ ছনেটটিৰ ছন্দ সজ্জা বেচ আমোদজনক। প্ৰথমৰ চাৰিটা যুগ্মকৰ মিল বিন্যাস একান্তৰ ভঙ্গীৰ আৰু পিছৰ তিনিটা যুগ্মক পয়াৰ ছন্দৰ। একেবাৰে শেষৰ যুগ্মকটিত শেক্সপীয়েৰীয় ছনেটৰ ভাৱঘনতা লক্ষ্য কৰা যায়। চন্দ্ৰকুমাৰ আগৰৱালাক ছনেটকাৰ হিচাবে জনা নাযায়। তথাপি ওপৰত উল্লেখ কৰা চৈধশৰীয়া কবিতা কেইটিযে এই কথা প্ৰমাণ কৰে যে অসমীয়া কবিসকলে মধুসূদনৰ উপৰি ৰবীন্দ্ৰনাথ ঠাকুৰৰ পৰা ছনেট ৰচনাৰ প্ৰেৰণা লাভ কৰিছিল। শেক্সপীয়েৰীয় ছনেটৰ আহিয়েও তদনুৰূপ প্ৰেৰণা যোগাইছিল।

## (গ) লক্ষ্মীনাথ বেজবৰুৱা (১৮৬৮ – ১৯৩৮)

লক্ষ্মীনাথ বেজবৰুৱাক অসমীয়া সাহিত্যত সাহিত্যৰথী আখ্যা দিয়া হয়। জোনাকী যুগ ৰ কবিসকলৰ ভিতৰত বেজবৰুৱাৰ ব্যক্তিত্ব সৰ্বশ্ৰেষ্ঠ। বেজবৰুৱাই অসমীয়া গদ্যত নাটক সামাজিক ব্যঙ্গ ৰচনা চুটি গল্প আৰু গধুৰ চিন্তামূলক প্ৰবন্ধ ৰচনা কৰি বুৎপত্তি লাভ কৰে। গদ্য সাহিত্যৰ এই বিভাগ সমূহত তেওঁৰ ৰচনাই বাটকটীয়াৰ কাম কৰাৰ বাবে বেজবৰুৱা সাহিত্যৰথী উপাধিৰে বিভূষিত হৈছিল। কবিতা ৰচনা তেওঁৰ কামনাতীত হলেও স্বত স্ফূৰ্ত ভাৱে তেওঁৰ হাতত কবিতাৰ জন্ম হৈছিল। বেজবৰুৱাৰ কবিতাপুথি কদমকলি ত (১৯১৩) কেইটিমান উৎকৃষ্ট গীতি কবিতা আৰু এটি চৈধ্যশৰীয়া কবিতা পোৱা যায়। এই চৈধ্যশৰীয়া কবিতাটিৰ নাম— প্ৰেম । কবিতাটিৰ উদ্ধৃতি তলত দিয়া হ ল —

ব্ৰহ্মাণ্ডৰ সত্ত্ব যিটো পৰিছে নিজৰি
গিৰি বন গছ লতা সচেতন কৰি
অমৃত হাঁহিৰ ৰ ফুলত ফুলায়
যি শকতি প্ৰভাৱত মন্দাকিনী যায়
অণু পৰমাণু মিলে আকৰ্ষি অন্তৰ
পৃথক আতমা মিলি হয় একেশ্বৰ
ব্যৱধান ক্ষয় হয় গুচৰে অ াতৰ
অব্যক্ত বেকত গুচে আত্ম পৰ
সৰ্বাঙ্গে সৰ্বাঙ্গ লয় জীৱনে জীৱন
আনন্দে আনন্দ মহানন্দৰ সৃজন
স জ্ঞাৰ অতীত শক্তি বিশ্বব্যাপী কায
ক্ষণিক সম্ভোগে যাৰ দেৱত্ব মিলায়
মৰু বুৰে শিল পমে বিন্দুৰ পৰাে
প্ৰেম আখ্যা মহাশক্তি জগৎ প্ৰকাশে।

ইয়াত আছে সাতোটি পয়াৰ ছন্দৰ যুগ্মক। ছন্দ সজ্জা হ ল—
ক ক খ খ গ গ ঘ ঘ ঙ ঙ চ চ ছ ছ ধৰণৰ। ছনেটটি শিৰিল ৰবীন্দ্ৰ ছনেটৰ আহিৰ। কবিতাটিত কোৱা হৈছে—বিশ্বৰ সমস্ত সৃষ্টিৰ মাজত প্ৰেম ব্যাপক্ত হৈ আছে। সামৰণিৰ যুগ্মকটিত এই ভাৱ ঘনীভূত হৈছে। বেজবৰুৱাৰ এই চৈধ্যশৰীয়া কবিতাটিয়েও ৰবীন্দ্ৰনাথ ঠাকুৰৰ প্ৰভাৱ স্বীকাৰ কৰি লয়।

## (ঘ) পদ্মনাথ গোহাঞিবৰুৱা (১৮৭১—১৯৪৬)

হিতেশ্বৰ বৰবৰুৱাৰ প্ৰায় সমবয়সীয়া কবি পদ্মনাথ গোহাঞিবৰুৱাই অসমীয়া সাহিত্যৰ

সকলো বিভাগ যেনে—গধুৰ প্ৰবন্ধ কবিতা নাটক আৰু উপন্যাসলৈ লেখত্তলবলগীয়া অৰিহণাৰে অসমীয়া নৱন্যাস আন্দোলনৰ এজন হোতা হিচাবে নিজৰ আসন যুগমীয়া কৰি গৈছে। হেমচন্দ্ৰ গোস্বামীৰ পাছত অসমীয়া ছনেট সৃষ্টিত গোহাঞিবৰুৱাই এক আশাশুধীয়া প্ৰচেষ্টা চলায়। হিতেশ্বৰ বৰবৰুৱাৰ অসমীয়া ছনেটত আবিৰ্ভাৱ নোহোৱা হলে গোহাঞিবৰুৱাই অসমীয়া সাহিত্যৰ সৰ্ব্বশ্ৰেষ্ঠ ছনেটকাৰৰ সন্মান লাভ কৰিলেহেঁতেন। গোহাঞিবৰুৱাৰ দুখনি কবিতা পুথি জুৰণি আৰু ফুলৰ চানেকি—অসমীয়া ৰোমাণ্টিক কবিতাৰ উচ্চতম নিদৰ্শন।

গোহাঞিবৰুৱাৰ জুৰণিত ৰবীন্দ্ৰ আৰ্হিৰ বাইশটি ছনেট পোৱা যায়। এই ছনেট কেইটি হল — কবিতা কবি মন কল্পনা প্ৰকৃতি ৰূপ বাঁহী গীত কাপ মহী প্ৰথম আদি অন্ত আদহীয়া ব্ৰহ্মপুত্ৰ মেঘাহ পুৰণি অসম পটুৱাৰ ভুৰ পালো ৰামায়ণ গুৱাভিৰাম অসম আৰু বঙ্গাল দেশ উৰ্ম্মিলা। এই ছনেটখিনিৰ ছন্দ সজ্জা শিথিল ৰবীন্দ্ৰ ছনেটৰ আৰ্হিৰ। এটি ছনেটত সাতটি পয়াৰ যুগ্মক আছে আৰু ছন্দ সজ্জাৰ আকৃতি হল—ক ক খ খ গ গ ঘ ঘ ঙ ঙ চঁ চ ছ ছ ধৰণৰ। শিথিল ছন্দ সজ্জাৰ ওপৰত প্ৰতিষ্ঠিত হলেও এই ছনেটখিনিত ছনেটৰ অন্যান্য উচ্চতম গুণৰাজি বিৰাজমান। চতুষ্কৰ পৰা চতুষ্কলৈ এটি ভাৱৰ সম্প্ৰসাৰণ ঘটি শেষ যুগ্মকত ই চৰম পৰিণতি লাভ কৰিছে। ২ ২ল শেক্সপীয়েৰীয় ছনেটৰ ধৰ্ম্ম। পয়াৰ ধৰ্ম্মী যুগ্মকৰ ঠাইত একান্তৰ ভঙ্গীৰ ছন্দ সজ্জাৰ আলম লোৱা হলে— জুৰণিৰ এই ছনেটখিনি অসমীয়া সাহিত্যৰ সৰ্ব্বোৎকৃষ্ট শেক্সপীয়েৰীয় ছনেট হিচাবে পৰিগণিত হলাহঁতেন। গোহাঞিবৰুৱাকে আদি কৰি প্ৰায় কেইজন নৱন্যাসৰ বাটকটীয়া কবিয়ে পয়াৰ ছন্দত ছনেট ৰচনা কৰা কথাটিয়ে এই কথা সদৰী কৰে যে এই কবিসকলৰ ওপৰত ৰবীন্দ্ৰনাথ ঠাকুৰৰ প্ৰভাৱ আছিল অতি গভীৰ। গোহাঞিবৰুৱাৰ প্ৰকৃতি নামৰ ছনেটটিৰ উদ্ধৃতিয়ে আমাৰ এই আলোচনাত সহায় কৰিব —

শান্তিৰ মলয়া বলি প্ৰাণ জুৰ কৰে
শীতল বৰণে তাৰ জগত সামৰে
অশান্তি ৰ দৰ তাপ লাগিলে হিয়াত
ছাটিফুটি মন প্ৰাণ নাই তত গাত
মানৱ হিয়াত এনে প্ৰতিবিম্ব কাৰ
নাচে কোন দাপোণত মহিমা অপাৰ ?
দেখি ৰূপ আপোনাৰ মাজে মুগ্ধ নৰ
নকৰে অকণি মন ৰূপ দাপোণৰ।
ভাবুক কবিয়ে চকু ঘন পিধিকায়
ছয়াটিৰ আদি ৰূপ দিয়ে উদিয়াই,—

অনুকৃতি ভিন ৰূপে নৰ প্ৰকৃতিৰ
আদি আঁহি সতে মিলে বাজত সৃষ্টিৰ।
ক্ষণে জুৰ ক্ষণে ঘোৰ ক্ষন্তেকে প্ৰলয়
নোপোৱা বিমুগ্ধ নৰে প্ৰকৃতি আশয়।

**প্ৰথম চতুষ্ক** প্ৰকৃতিৰাজ্যত মনোৰম মলয়াজাকি বলি মন প্ৰাণ জুৰ কৰে। প্ৰকৃতিৰ মৃদু বৰণে জগত আগুৰি ধৰে। কিন্তু তীব্ৰ ৰ দৰ তাপ গাত লাগিলে মন প্ৰাণ ছাটিফুটি কৰে আৰু গাত তত নাইকিয়া হয়। **দ্বিতীয় চতুষ্ক** মানৱৰ হিয়াত যি প্ৰতিবিম্বৰ উদয় হয়—ই কাৰ? কোন দাপোণত অপাৰ মহিমাই নৃত্য কৰিছে? মানৱে নিজৰ ৰূপতে বিমুগ্ধ হৈ থাকি এই দাপোণখনিলৈ মনকে নকৰে। **তৃতীয় চতুষ্ক** — ভাবুক কবিয়ে তেওঁৰ বিচক্ষণ চকুৰে ছঁয়াৰ মাজত লুকাই থকা সত্য উদ্ঘাটন কৰে। কবিৰ দৃষ্টিত মানৱ আৰু প্ৰকৃতিৰ ভিন্ন ৰূপ বাহ্য প্ৰকৃতিৰ অন্তৰালৰ আদি ৰূপত বিলীন হৈ যায়। **সামৰণি যুগ্মক** —সময়ত প্ৰকৃতিয়ে মন প্ৰাণ জুৰ কৰে সময়ত ই প্ৰচণ্ড আকাৰ ধাৰণ কৰে সময়ত ই ধ্ৰ সলীলাৰ সৃষ্টি কৰে। বিমুগ্ধ মানৱে প্ৰকৃতিৰ ৰহস্যৰ আঁতকে ধৰিব নোৱাৰে।

আনহাতে জুৰণিৰ পৰিশিষ্টত থকা তেৰটি ছনেটৰ মিল বিন্যাস আৰু প্ৰকৃতি শেক্সপীয়েৰীয় আঁহিৰ। এই ছনেট কেইটি হ'ল— জুৰণি মাতৃ মোৰ আইদেউ আইকণ হেমচন্দ্ৰ গোস্বামী ৰোহিনীকান্ত হাতীবৰুৱা মাণিকচন্দ্ৰ বৰুৱা লুকুৱা ইঁহি সোণৰ সংসাৰ নাৰায়ণী সন্দিকৈ সত্যনাথ বৰা কমলাকান্ত ভট্টাচাৰ্য্য কমলাকান্ত বৰুৱা আৰু ৰবিনাথ গগৈ। ইয়াৰ প্ৰায়খিনি ছনেটতে কবিয়ে তেওঁৰ বন্ধু আত্মীয় স্বজন আৰু প্ৰখ্যাত ব্যক্তিৰ গুণানুকীৰ্ত্তন কৰিছে।

তেনেদৰে গোহাঁই বৰুৱাৰ ফুলৰ চানেকিত থকা চাৰিটি ছনেট শেক্সপীয়েৰীয় আঁহিৰ। ইয়াৰ ভিতৰৰ কবিতা নামৰ ছনেটিৰ কাব্যিক সৌন্দৰ্য্য অতি উচ্চ খাপৰ

নিমাত বিশ্বৰ ভাষা জড় জগতত
অব্যক্ত ভাবৰ হেতু মানসী ভুৱাৰ
সজীৱ কবিতা সৃষ্টি নিজ্জীৱ পটত
অদৃশ্য কল্পনা কৰি সুদৃশ্য সম্ভাৰ।
নিৰাশ প্ৰেমিকে সাজে সান্ত্বনা কুটীৰ
পূৰ্ণ মিলনত ফুটে প্ৰণয়ৰ ভাষা
উন্মাদ পৰাণ হয় শান্ত সুগভীৰ
কবিতাৰ পাতলিত মেলি ভৰি আশা।
সপোন ৰাজ্যত ফুলে সৌন্দৰ্য্যৰ তৰা
দিঠকৰো নানা ফুল হয় বিকশিত
গোন্ধত আমোলমোল বিষাদিনী ধৰা

অমৃত উপচি পৰে বিষাদী হৃদিত।
মৰ্ত্ত্যৰ মানৱ মন মৰিও অমৰ
কোমল কবিতা কল্পি কৰুণ ৰসৰ।

ইয়াৰ তিনিটি চতুষ্কৰ মিল একান্তৰ ভঙ্গীৰ—ক খ ক খ খ গ খ গ গ ঘ গ ঘ আৰু শেষৰ যুগ্মকটি পয়াৰ ছন্দৰ—খ খ আৰ্হিৰ। এটি চতুষ্কৰ পৰা আনটি চতুষ্কলৈ ভাব সাম্প্ৰসাৰিত হলেও সামৰণিৰ যুগ্মকত ই আৱশ্যকীয় ঘনতা আহৰণ কৰিব নোৱাৰি শিথিল হৈ পৰিছে। মিল বিন্যাসতো ব্যতিক্ৰম পৰিলক্ষিত হয়। সি যি কি নহওক ই এটি অসমীয়া সাহিত্যত শেক্সপীয়েৰীয় আৰ্হিৰ উত্তম ছনেট। কিন্তু এই লানি ছনেটৰ শেষৰটি— কল্পনা চকু—শিথিল ৰবীন্দ্ৰ ধৰ্ম্মীৰ।

# ৩॥ বৰবৰুৱাৰ ছনেট-পুথি 'মালচ' ॥

পূৰ্বৱৰ্তী কবিসকলৰ লগত হিতেশ্বৰ বৰবৰুৱাৰ পাৰ্থক্য এইখিনিতে যে তেওঁ আশাওধীয়া প্ৰচেষ্টাৰে কাব্য আৰু ছনেট ৰচনাত ব্ৰতী হৈছিল। কিন্তু আমি আলোচনা কৰি অহা কবিসকলে সাহিত্যৰ অন্যান্য বিভাগসমূহতো হাত দিছিল আৰু একাগ্ৰতাৰে ছনেট ৰচনাত আত্মনিয়োগ কৰা নাছিল। গতিকে অসমীয়া সাহিত্যৰ ছনেটৰ ভঁৰালত বৰবৰুৱাৰ বৰঙণি সৰ্বাধিক আৰু সৰ্বোৎকৃষ্ট।

বৰবৰুৱাৰ ছনেট সংকলন মালচ প্ৰকাশিত হয় ১৯১৮ খ্ৰীষ্টাব্দত। ১৯০২ খ্ৰীষ্টাব্দত পুথি আকাৰে প্ৰকাশ পোৱা ঢোপাকলিৰ (১ম খণ্ড) গোটেইখিনি ছনেট এই মালচত অন্তৰ্ভুক্ত হৈছে। মালচৰ পাতনিত বৰবৰুৱাই সৰ্বপ্ৰথমে ফ্ৰান্সিস্কা পেট্ৰাৰ্কৰ নাম উল্লেখ কৰিছে কিয়নো এইজনা মহান ইটালীয় কবিৰ আদৰ্শতে পৃথিৱীৰ প্ৰায় সমগ্ৰ সাহিত্যতে ছনেট ৰচনা আৰম্ভ হয়। তাৰ পাছত বৰবৰুৱাই মাইকেল মধুসূদনৰ নাম উল্লেখ কৰিছে কিয়নো এইজনা মহান বঙ্গকবিৰ আদৰ্শতে ভাৰতীয় সাহিত্যত ছনেট ৰচনাৰ বাট মুকলি হয়। ইয়াৰ পৰা এই কথা সুস্পষ্ট হয় যে বৰবৰুৱাই অসমীয়াত ছনেট ৰচনাৰ প্ৰেৰণা লাভ কৰিছিল পোনে পোনে মধুসূদনৰ পৰা। পেট্ৰাৰ্কীয় আৰ্হিৰ ছনেটৰ জ্ঞানো তেওঁ মধুসূদনৰ জৰীয়তহে লাভ কৰিছিল। তথাপি মালচৰ ছনেটখিনি পেট্ৰাৰ্কীয় বা মধুসূদনৰ ছনেটতকৈ শেক্সপীয়েৰীয় ছনেটৰহে বেছি ওচৰ চাপিছে। বৰবৰুৱাই বীণাপাণিৰ আশীষ ভিক্ষা কৰি ৰচনা কৰা আৱাহন নামৰ ছনেটটিৰ শীৰ্ষত শেক্সপীয়েৰৰ ছনেট এটিৰ একাংশ উদ্ধৃত কৰিছে। ইয়াৰ পৰাই বৰবৰুৱা যে শেক্সপীয়েৰৰ ছনেট গুচ্ছৰ দ্বাৰা প্ৰভাৱান্বিত হৈছিল—সেই কথা সহজে অনুমান কৰিব পাৰি। বৰবৰুৱাৰ শেক্সপীয়েৰৰ ওপৰত গভীৰ অধ্যয়ন থকা হেতুকে তেওঁৰ কাব্য ছনেট সকলোতে শেক্সপীয়েৰৰ প্ৰভাৱ লক্ষ্য কৰা যায়। মালচৰ ছনেটখিনি পেট্ৰাৰ্কীয় আৰু শেক্সপীয়েৰীয় আৰ্হিৰ মিলনৰ ফলতে জন্ম হৈছে যদিও ছন্দ সজ্জাৰ আকৃতি আৰু ভাৱৰ প্ৰকৃতিৰ ফালৰ পৰা এই ছনেটখিনিত পেট্ৰাৰ্কৰ তেজতকৈ শেক্সপীয়েৰৰ তেজৰ অনুপাত বেছি। বৰবৰুৱাৰ ছনেটৰ আন এটি বিশেষত্ব হল—তেওঁ পূৰ্বৱৰ্তী কবিসকলৰ দৰে শিথিল ৰবীন্দ্ৰ ছনেটৰ আৰ্হি গ্ৰহণ কৰা নাছিল। ছনেটৰ গাঁথনিত অভিনৱত্ব প্ৰদান কৰি বৰবৰুৱাই তেওঁৰ ছনেটখিনিক চতুৰ্দ্দশপদী কবিতা বুলি অভিহিত কৰিছে। মধুসূদনৰ আৰ্হিৰে তেওঁ ছনেটত চৈধ্য অক্ষৰ বা দল ব্যৱহাৰ কৰিছে।

বৰবৰুৱাৰ মালচ ১২৮টি ছনেটৰ এটি সংকলন। বিষয় বস্তু অনুসৰি আমি ছনেটখিনিৰ শ্ৰেণী বিভাগ কৰিব পাৰো। ছনেট গুচ্ছৰ ছনেটখিনিৰ এটি বেলেগ শ্ৰেণী

বিভাগ কৰা হব। ছনেট কলাৰ ওপৰত আলোচনা কৰাৰ উপৰিও বৰবৰুৱাৰ জীৱন দৰ্শন এই ছনেটৰাজিৰ মাজেদি কেনেদৰে বিকশিত হৈছে—তাকো আলোচনা কৰিব লাগিব।

শেক্সপীয়েৰ আৰু মধুসূদনৰ নিচিনা প্ৰখ্যাত কবিসকলে যেতিয়া তেওঁলোকৰ সাহিত্য সৃষ্টিৰ মাজেদি আত্ম প্ৰকাশ কৰিবলৈ অপাৰগ হয় তেতিয়া তেওঁলোকে ছনেটৰ মাজেদি আত্ম কথা কয় আৰু আত্ম অনুভূতি প্ৰকাশ কৰে। হিতেশ্বৰ বৰবৰুৱাৰ কাব্য আলোচনাত আমি এই কথা লক্ষ্য কৰি আহিছোঁ যে কাব্যৰ ঘটনা-প্ৰৱাহৰ মাজত প্ৰবেশ কৰি কেতিয়াবা ব্যক্তিগত বিৰহ বেদনাৰ কথা কৈ বৰবৰুৱাই কাব্য কলাত আউল লগাইছে। সেয়ে অৱশেষত বৰবৰুৱাই ছনেটৰ আশ্ৰয় লৈছে আৰু ছনেটৰ যোগেদি বাধাহীনভাৱে আত্ম প্ৰকাশ কৰিছে। কবিৰ এই আত্ম প্ৰকাশৰ মাজেদি তেওঁৰ জীৱন দৰ্শন পৰিস্ফুট হৈছে। বৰবৰুৱাৰ ছনেটৰ এই দাৰ্শনিক দিশটোলৈ যোৱাৰ আগতে আমি তেওঁৰ ছনেট কলাৰ ওপৰত ৰেখাপাত কৰিম।

## ॥ 'মালচ'ৰ ছনেটৰ ছন্দ সজ্জা ॥

ছন্দ সজ্জাৰ ফালৰ বৰবৰুৱাৰ ছনেটখিনি শেক্সপীয়েৰীয় আৰ্হিৰ ওপৰত প্ৰতিষ্ঠিত। প্ৰতি ছনেটতে তিনিটিকৈ নিৰ্দ্দিষ্ট চতুষ্ক আৰু এটিকৈ পয়াৰ যুগ্মক আছে। মালচৰ মাত্ৰ দুটি ছনেট— কবি আৰু নিলাজী পেট্ৰাৰ্কীয় আৰ্হিৰ। মিল বিন্যাসত বৰবৰুৱাই কোনো ধৰা বন্ধা আৰ্হি মানি চলা নাই। অৰ্থাৎ তেওঁৰ মিল বিন্যাস আংশিকভাৱে পেট্ৰাৰ্কীয় আৰু আংশিকভাৱে শেক্সপীয়েৰীয়। ছনেটৰ এই দুই ৰীতিৰ অপূৰ্ব্ব সংমিশ্ৰণ ঘটাই বৰবৰুৱাই নিজস্ব প্ৰতিভাৰে ছনেট ৰচনা কৰি সুখ্যাতি অৰ্জ্জন কৰে। ছন্দ সজ্জাৰ দিশৰ পৰা মালচৰ ছনেটখিনিক দুটা বহল ভাগত ভগাব পাৰি। (ক) অনিয়মিত ছন্দ সজ্জা আৰু (খ) সানমিহলি ছন্দ সজ্জা কিয়নো ইয়াত পেট্ৰাৰ্কীয় আৰ্হি নাইবা শেক্সপীয়েৰীয় আৰ্হিৰ হয় অনিয়মিত ভাৱে ব্যৱহাৰ হৈছে নহয় সানমিহলি হৈ ব্যৱহাৰ হৈছে। অনিয়মিত ছন্দ সজ্জাৰ মিল বিন্যাস হ'ল কখ×খ গঘ×ঘ চছ×চ জজ ধৰণৰ। সানমিহলি ছন্দ সজ্জাৰ প্ৰকাৰ অনেক যেনে কখ খক গঘ গঘ ঙচ ঙচ ছছ নাইবা কখ খক কখ খক গঘ গঘ ঙঙ নাইবা কখ খক গঘ ঘগ ঙঘ ঘঙ চচ নাইবা কখ কখ গঘ ঘগ ঙচ ঙচ ছছ নাইবা কখ খক কখ খক কখ কখ গগ। এই সানমিহলি ছন্দ সজ্জাতে বৰবৰুৱাই সৰ্ব্বাধিক স্বাধীনতাৰে ছনেট ৰচনা কৰে। কিছুমান ছনেটৰ প্ৰথম চতুষ্কত তেওঁ পেট্ৰাৰ্কীয় আৰম্ভভঙ্গীৰ মিলেৰে আৰম্ভ কৰে (কখ খক) কিন্তু দ্বিতীয় আৰু তৃতীয় চতুষ্কত শেক্সপীয়েৰীয় একান্তৰ ভঙ্গীৰ (গঘ গঘ ঙচ ঙচ) মিল ব্যৱহাৰ কৰি পয়াৰ যুগ্মকেৰে ছনেটৰ সামৰণি মাৰে (ছছ)। কিছুমান

ছনেটত পেট্ৰাৰ্কীয় আৱত ভংগীৰ মিল তিনিটা চতুষ্কতে ব্যৱহাৰ কৰিলেও প্ৰতি চতুষ্কতে মিলৰ যোৰ স্বকীয়া স্বকীয়া। তদুপৰি পেট্ৰাৰ্কীয় ছনেটৰ অষ্টক ষড়কৰ মাজৰ আৱত ন সন্ধি তেওঁৰ ছনেটত পাবলৈ নাই। তলত এই দুই বিভাগৰ ছনেটৰ একোটিকৈ উদাহৰণ দাঙি ধৰা হৈছে

## (ক) অনিয়মিত ছন্দ সজ্জাৰ এটি ছনেট

মালচৰ সুখীনে ? নামৰ ছনেটটি এই বিভাগৰ এটি উৎকৃষ্ট উদাহৰণ —

আৰু যে দেখিছা সেয়া মাকৰ কোলাত
টিলিপ টিলিপ নাচে কুমলীয়া লৰা
নাই দুখ নাই শোক বেজাৰ সন্তাপ
হৃদয় কোমল তাৰ চিৰ সুখে ভৰা॥
কিন্তু হাঁয়। লাহে লাহে যাব লৰাকাল
লাহে লাহে হব ডেকা দেখিব সংসাৰ!
বিষম চক্ৰত ঘূৰি কান্দিব ফেকুৰি।
কোনে কয় চিৰ সুখ কোমল লৰাৰ?
সেই গাভৰুটি হাঁয়। জগত মোহিনী
মণি কেৰু খাৰু পিন্ধি ৰমক জমক
যৌৱন মদত মাতি হইছে বিভোল
তুচ্ছ ভাৱি তুচ্ছ জ্ঞানে হাঁহে জগতক॥
দুদিনৰ পাছে কিন্তু নাথাকে যৌৱন
বাৰ্দ্ধ্যকে যে এই সুখ কৰিব হৰণ॥

এই ছনেটটিৰ ছন্দ সজ্জা হল—ক খ × খ গ ঘ × ঘ ঙ চ × চ ছ ছ। প্ৰত্যেক চতুষ্কৰ প্ৰথম শাৰীৰ লগত তৃতীয় শাৰীৰ মিল শূন্য আৰু দ্বিতীয় শাৰীৰ লগত চতুৰ্থ শাৰীৰ মিল আছে। এনে মিল বিন্যাস আৱত ভঙ্গী বা একান্তৰভঙ্গী কোনোটোতে নপৰে।

## (খ) সানমিহলি ছন্দ সজ্জাৰ এটি ছনেট

তলত সানমিহলি ছন্দ সজ্জাৰ এটি ছনেটৰ উদাহৰণ দাঙি ধৰা হৈছে। ইয়াত পেট্ৰাৰ্কীয় মিলবিন্যাস আৰু শেক্সপীয়েৰীয় মিল বিন্যাসৰ সংমিশ্ৰণ ঘটিছে। 'সূৰ্য্য নামৰ এই ছনেটটি অষ্টকৰ সাজত পেট্ৰাৰ্কীয় ছনেটৰ ওচৰ চাপিছে। কিন্তু ষড়কত পেৰ্টাৰ্কীয় ধৰ্ম্ম ৰক্ষা নকৰি এটি চতুষ্ক আৰু যুগ্মকত বিভক্ত হৈ পৰিছে

পূবৰ ফালেদি তুমি নিতৌ ওলাই
উদ্যান নগৰ বন পোহৰা সাগৰ,

হহুৱা পতুমক (প্ৰেয়সী প্ৰাণৰ)
নিশাৰ বিৰহ দুখ সন্তাপ গুচা'ই ॥
দেৱ তুমি দিবাকৰ! তুমি জ্যোতির্ম্ময়
গুচুৱা এন্ধাৰ ঘোৰ তুমি জগতৰ,
নকৰা পোহৰ মাথো নৰৰ অন্তৰ
(অজ্ঞান এন্ধাৰে ঢকা অন্ধকাৰময়)॥
তেজোময় তুমি দেৱ! উজ্জ্বল কিৰণ
দিয়া ঢালি জগতত মৰিশালনিত
নৰকতো (যদি কতো থাকে পৃথিবীত)
পর্ব্বতত সাগৰত বনতো নির্জ্জন ॥
অজ্ঞান এন্ধাৰে ঢকা মানুহৰ হিয়া
পোহৰাবলৈ মাথো শক্তি নাইকিয়া ॥

হয়াৰ ছন্দ সজ্জা ২ল—কখ খক কখ খক গঘঘগ ঙঙ। অন্তকৰ মিলবিন্যাসৰ সাজত ছনেটটি পেট্ৰাৰ্কীয় ধৰ্ম্মীৰ যেন লাগিলেও ই প্ৰকৃততে এটি শেক্সপীয়েৰীয় ছনেটহে কিয়নো ইয়াত অষ্টক ষড়কৰ বিভাজন নাই। একেটি ভাৱকে তিনি চতুষ্কত সম্প্ৰসাৰিত কৰি যুগ্মকত ঘনীভূত কৰি তোলা হৈছে।

মালচৰ পেট্ৰাৰ্কীয় আৰ্হিৰ ছনেট দুটিৰ এটি হল— কবি। হেমচন্দ্ৰ গোস্বামীৰ াছত বৰবৰুৱাৰ পূৰ্ববৰ্তী কোনো কবিয়ে অসমীযাত পেট্ৰাৰ্কীয় আৰ্হিৰ ছনেট ৰচনা কৰা নাই। শেক্সপীয়েৰীয় আৰ্হিৰ আৰু শিথিল ৰবীন্দ্ৰ আৰ্হিৰ ছনেটৰ প্ৰাচুৰ্য্যহে অসমীয়া সাহিত্যত লক্ষ্য কৰা যায়। তলত কবি নামৰ ছনেটটিৰ ছন্দ সজ্জা পৰীক্ষা কৰি চোৱা যাওক —

মৰতত থাকি তুমি নিতে লোৱা ঘাণ
নন্দন বনত ফুলা পাৰিজাত ফুল
আঁকা কত ছবি তুমি সুন্দৰ অতুল
অমৰাপুৰৰ কবি! অমৰ পৰাণ!
সুখে আৰোহণ কৰি মানস ৰথত
কল্পনা ৰাজ্যত তুমি কত ক্ৰীড়া কৰা
পিয়াহ আঁতুৰ হাঁয়! নৰৰ দুখত
অমৃতৰ ৰস আনি আঁজলিৰে ধৰা ॥
দেৱতা! দেৱতা!! কবি এই জগতৰ
তুমিয়ে জীৱন্ত দেৱ প্ৰতিমা দেৱৰ
কি সৰগ কি মৰত কি পাতালপুৰী
কি নগৰ কি অৰণ্য, তীৰ সাগৰৰ,

সকলোকে দেখা তুমি সকলোতে স্ফুৰি
আঁকা ছবি সকলোৰে—তুমি চিত্ৰকৰ ॥

ছন্দ সজ্জাৰ দিশৰ পৰা এই ছনেটটি পেট্ৰাৰ্কীয় আৰ্হিৰ প্ৰায় ওচৰ চাপিছে। অষ্টক আৰু ষড়কৰ মাজত এটি সুস্পষ্ট আৱৰ্তন সন্ধি বিৰাজ কৰিছে। অষ্টকত কবি কৰ্মৰ এটি খতিয়ান তুলি ধৰা হৈছে আৰু ষড়কত কবিক জীৱন্ত দেৱতা আৰু অসীম শক্তি সম্পন্ন চিত্ৰকৰৰূপে অভিহিত কৰা হৈছে। মালচ'ৰ অন্যান্য ছনেটত থকাৰ দৰে ইয়াৰ সামৰণিত পয়াৰ যুগ্মক নাই। পেট্ৰাৰ্কীয় ছনেটৰ পূৰ্ণ আৰ্হিৰ লগত ইয়াৰ মিল বিন্যাসৰ কিছু পাৰ্থক্য আছে। অষ্টকৰ প্ৰথম চতুষ্ক আৱৰ্তভঙ্গীৰ—ক খ খ ক, দ্বিতীয় চতুষ্ক কিন্তু একান্তৰ ভঙ্গীৰ গ ঘ গ ঘ। তদুপৰি ইয়াৰ মিলৰ সংখ্যা দুযোৰ। ষড়কত অৱশ্যে পেট্ৰাৰ্কৰ ধৰ্ম প্ৰায় ৰক্ষা কৰা হৈছে—ঙ ঙ চ ঙ চ ঙ। গোটেই ছনেটটিৰ মিল বিন্যাস হল —ক খ খ ক গ ঘ গ ঘ ঙ ঙ চ ঙ চ ঙ। বৰবৰুৱাৰ আনটি পেট্ৰাৰ্কীয় আৰ্হিৰ ছনেট হল— নিলাজী। ইয়াতো অষ্টক আৰু ষড়কৰ স্পষ্ট বিভাজন বা আৱৰ্তন সন্ধি আছে। অষ্টকত এযোৰ মিলৰ ঠাইত দুযোৰ মিল আছে। প্ৰথম চতুষ্কৰ মিল বিন্যাস আৱৰ্তভঙ্গীৰ নহয়। তদুপৰি অষ্টকৰ এটি মিলৰ আখৰৰ ষড়কত পুনৰাবৃত্তি ঘটিছে। ছনেটটিৰ চন্দ সজ্জা হল—ক খ ক খ গ ঘ ঘ গ ক ঙ চ ঙ ক চ। তলত ছনেটটি উদ্ধৃত কৰা হল —

এ নকৈয়ে বৈ থাক মুৰ জিলিকাই —ক
কাষযেদি গলে ছুই থাৰ সোঁট মোট —খ
তথাপি কৰ মন যেন ৰাজ পাট —ক
ভালেতো নিলাজী বোলে। লাজ নাই তোত ॥—খ
নহৱ কৱল কিন্তু তয়ে জগতত —গ
এনুৱা নিলাজী বহু আছে তোৰ দৰে —ঘ
নাৰী সমাজতো হায়! এনেক যে ধৰে —ঘ
লাজ পোৱা ভাও এটি নিলাজী মুখত ॥ —গ
তথা লাগি চায়ে থাকে মৰ উদিয়াই —ক
কাষত চাপিলে মাথো সোঁট মোট খায় —ঙ
এখন্তেক টানে মাথো দীঘল ওৰণী —চ
দুহাত আঁতৰি গলে আকউ গুচায় —ঙ
ফিচিঙা হাঁহিৰে হাঁহে দাত উলিয়াই —ক
তো দৰে নিলাজী আছে বহুত ৰমণী ॥ —চ

## ॥ ছনেটৰ শ্ৰেণীবিভাজন ॥

মালচ'ৰ ছনেটখিনি বিষয়বস্তু অনুসৰি কেইটিমান শ্ৰেণীত ভগাব পাৰি। অৱশ্যে

গুচ্ছধৰ্ম্মীয় চনেটখিনি ( Sequential Sonnets ) আলোচনাৰ সুবিধাৰ্থে একেটি থুপতে সজোৱা হৈছে।

(১) **বাগেদৱী বন্দনা** আৱাহন।

(২) **ধৰ্মমূলক চনেট** ঈশ্বৰ কিহেৰে পূজিম ? কেতিয়া তোমাৰ সেই পাম শ্ৰীচৰণ, প্ৰাৰ্থনা।

(৩) **আত্ম বিশ্লেষণমূলক চনেট —**
লক্ষ্মী ঘৃণা ঢাকনী চিতাৰ জুই শেষ ভিক্ষা বসন্ত কালত—এটি কুলিলৈ, উৰ্মীলা বন্ধু বিদায় দুৰাশা।

(৪) **কাব্যিক আৰু দাৰ্শনিক চিন্তামূলক চনেট —**
আশা ভ্ৰান্তি মনেথনা পৃথুৰী সপোন কবি কবিতা কল্পনা কোৱাভাতুৰী মৰা চৰাই ইহকাল নিদ্ৰাদেৱী মলিনা দেৱী মৃত্যু খোপাত লেৰেলা গোলাপ সুখ মায়াদেৱী প্ৰতিধ্বনি উঁটি যোৱা বন তপস্বী যৌৱন বিজুলী নিলাজী স্নীলজ্জা বন্ধু বন্ধুত্ব শন প্ৰবোধ মাতৃ স্নেহ গোলাপৰ দৰে যাতনা পাহৰণি শান্তি কান্দোন চকুলো সূৰ্য্য পত্ৰম ভেটফুল চগৰ ঐশ্বৰ্য্য খন্তেক জোনাকী পৰুৱা অন্তিমৰ ছবি কি কৰে তাতে কিবা হল শিকাৰ দুৰ্গোৎসৱ ক্ষমা প্ৰাণ আৰু বিদ্যা কাণৰ থুৰীয়া কোনো এখন পুথি পঢ়ি নোহে চিত্ৰপট ছবি ফুল যশ চিন্তা কলাঠকৰা প্ৰভাতৰ শোভা চুমা আলিঙ্গন অগৰু মদাৰ ফুল অসতী তিৰোতা বেশ্যা বৰপাত্ৰ কমলাৰ পক্ষপাতিত্ব।

(৫) **মহাকাব্যিক আৰু অন্য সাহিত্যৰ চৰিত্ৰৰ ওপৰত ৰচিত চনেট —**সীতা ৰাধা ৰাধা আৰু বৃন্দা শকুন্তলা প্ৰস্পেৰোলৈ চাৰ্ল মিৰেণ্ডা মিৰেণ্ডা।

(৬) **শোক প্ৰকাশিকা চনেট — ( Elegiac Sonnets )** শ্মশান পোহৰ আন্ধাৰ সান্ত্বনা আঁহা সোণ। আঁহা ঘূৰি সেৱাৰাণী চন্দ্ৰ পঢ়াশলীয়া বন্ধু ৺কৃষ্ণচন্দ্ৰ নেওগৰ মৃত্যুত শেষগীত কোনো বন্ধুৰ মাতৃ বিযোগত * * * ক * * * খ ৰূপলাল দত্ত লোকনাথ বৰুৱা।

(৭) **সম্বৰ্দ্ধনামূলক চনেট —**কবি শেক্সপীৰ কবি কালিদাস মহাপুৰুষ শঙ্কৰদেৱ।

(৮) **গুচ্ছ ধৰ্ম্মী চনেট —**সুখীনে ? (ক) (খ) (গ) (ঘ) (ঙ) আৰু সুখ প্ৰজা নাই স্বভাৱৰ গীত —(ক) (খ) (গ) (ঘ) (ঙ) মহাভ্ৰম—(ক) (খ) অনুতাপ—(ক) (খ) ৰজাৰ জী সখীলৈ—(ক) (খ) (গ) সখী—ৰজাৰ জীলৈ— বছৰ বিদায় (ক) (খ) আৰু নতুন বছৰ ওৰণী—(ক) (খ) কটাক্ষৰ শৰ—(ক) (খ) সমৰ্পণ (ক) (খ)।

## ॥ ছনেটৰ মাজেদি কবিৰ ব্যক্তিত্ব আৰু জীৱন-দৰ্শন ॥

মালচৰ ছনেটৰ মাজেদি বৰবৰুৱাৰ ব্যক্তিত্ব আৰু জীৱন দৰ্শনৰ পূৰ্ণ বিকাশ ঘটিছে। ছনেট সংকলনৰ আৰম্ভণিতে কবিয়ে বাগেশ্বৰীৰ কৃপা ভিক্ষা কৰিছে যিহেতু তেওঁ জীৱনত লক্ষ্মীৰ কৃপানুগ্ৰহৰ পৰা বঞ্চিত হ'ল। ধৰ্মমূলক ছনেটখিনিত কবিয়ে পৰমেশ্বৰৰ ওচৰত ক্ষমা প্ৰাৰ্থনা কৰিছে যিহেতু তেওঁৰ দীনতা আৰু অজ্ঞানতাৰ হেতু ভগৱানৰ চৰণ চিন্তিৱৰ জনা নাই। আত্ম বিশ্লেষণমূলক ছনেট কেইটিত কবিয়ে তেওঁৰ আজন্ম দৰিদ্ৰতাৰ কথা উল্লেখ কৰিছে। তদুপৰি এটাৰ পাচত এটাকৈ পৰিয়ালৰ বিয়োগ বেদনাত কবি মৰ্মাহত হৈছে। এই লানি ছনেটৰ ভিতৰৰ শেষ ভিক্ষা নামৰ ছনেটটিক আমি কবিৰ আত্ম বিশ্লেষণৰ চূড়ান্ত অভিব্যক্তি বুলি গ্ৰহণ কৰিব পাৰো।।

বৰবৰুৱাৰ সৰহখিনি ছনেটেই কাব্যিক আৰু দাৰ্শনিক চিন্তামূলক। কবিৰ অভিপ্ৰেত কৰ্ম আৰু কবিতাৰ বিমল আনন্দ সম্পৰ্কে বৰবৰুৱাই কবি কবিতা আৰু কল্পনা নামৰ ছনেট কেইটিত আলোচনা কৰিছে। জীৱনত মানৱৰ সকলো আশা আকাঙ্ক্ষাৰ যে কোনো অৰ্থ নাই—এই সত্য—আশা ভ্ৰান্তি মনে খনা পুখুৰী আদি ছনেটত পৰিস্ফুট হৈছে। মৰা চৰাই খোঁপাত লেৰেলা গোলাপ সূৰ্য্য পদুম ভেঁটফুল ঢগৰ জোনাকী পৰুৱা আৰু প্ৰভাতৰ শোভা নামৰ ছনেট কেইটিত এহাতে প্ৰকৃতিৰ সৌন্দৰ্য্য আৰু আনহাতে প্ৰকৃতিৰ লগত মানৱৰ সম্বন্ধ বিচাৰ কৰা হৈছে। হয়াৰে প্ৰভাতৰ শোভা নামৰ ছনেটটিত প্ৰকৃতিৰ এটি মনোৰম চিত্ৰ দাঙি ধৰা হৈছে

> বিলৰ নিৰ্মল পানী মলয়া বায়ুত
> টলবল কৰি চোৱা লৰে কেনেকৈ
> চোৱাচোঁ কিৰূপে তাতে এপাহি পদুম
> হালি জালি নাচে মুৰ কৰি তললৈ॥
> সোণালী মউৰে কিনো হৰিষ মনেৰে
> আহা। কেনেকৈ গায় সুমধুৰ গান
> ঘূৰি ঘূৰি নাচে কিবা তাৰ চাৰিফালে
> গুণ গুণ গুণ কৰি হৰে মন প্ৰাণ॥
> কুউ শবদত বুলি প্ৰাণ হৰি লয়
> ঢালিছে প্ৰাণত কিযে অমৃতৰ ধাৰা
> চাৰিফালে ফুলে কত অলেখ কুসুম
> প্ৰকৃতি সুন্দৰী কেনে সুগন্ধেৰে ভৰা॥
> পুৱাৰ বেলিটি শোভে উষাৰ কোলাত
> কিবা দৃশ্য মনোৰম নিৰ্মল প্ৰভাত॥

আনহাতে, খোঁপাত লেৰেলা গোলাপ নামৰ ছনেটটিত কবিয়ে গোলাপৰ বৈভৱ

আহৰণ কৰি গোলাপৰ দৰে মৰণ বাঞ্ছা কৰিছে কিয়নো গুণৰ মাজেদি অহা মৰণ — মৰণ নহয় অমৰত্বহে —

"নকৰিবা অসন্তোষ লেবেলা গোলাপ!
ফুলনিতো দুদিনীয়া তোমাৰ পৰাণ!
সন্ধ্যাবেলা ৰূপৱতী গাভৰু-খোঁপাত
শুকুৱাও ভাল লই আদৰ সন্মান
দুদিন গছত থাকি শুকুৱাতকই
অনাদৃত হই ফুল। উদ্যান মাজত
কোনেও নজনাকৈ নিৰ্জ্জনে গোপনে
নিজে ফুলি নিজে জহি সৰি বতাহত॥
ভাগ্যৱতী তুমি ফুল! তোমাৰ মৰণ
হিতেশোয়ে কৰে বাঞ্ছা ভাগ্যে যদি পাওঁ
শুকাব তোমাৰ দৰে এই খন্তেকত
আদৰ সন্মান পাই আনন্দে শুকাওঁ॥
গুণ আছে বুলি কিন্তু তোমাৰ গৌৰৱ
কিবা গুণ আছে মোৰ পাম সি বিভৱ?

ইহকাল সুখ মায়াদেৱী উটিযোৱা বন তপস্বী যৌৱন অগৰু আদি কবিতাত কবিৰ জীৱন দৰ্শন উদ্ভাসিত হৈছে। সাহিত্যিক মহাকাব্য আৰু দীৰ্ঘায়ৱবী কবিতাৰ মাজেদি বাজি থকা জীৱনৰ কৰুণ সুৰ চনেটৰ মাজেদি উদ্ভাসিত হৈ জীৱন দৰ্শনত পৰিণত হৈছে। এই লানি চনেটৰ ভিতৰৰে উটি যোৱা বন নামৰ চনেটটিত কবিৰ জীৱন আৰু জগত সম্পৰ্কে ধাৰণা স্পষ্ট হৈছে

যোৱা বন! যোৱা তুমি যোৱা উটি বুৰি
নইৰ সোঁতত। এই জগত অসাৰ।
পদুম পাতৰ পানী অনিত্য সংসাৰ।
মায়াৰ পাকত আমি ফুৰো। মাথো ঘূৰি॥
কত ৰজা মহাৰজা আছিল ধৰাত
তোমাৰ নিচিনাকৈয়ে উটি বুৰি গল
কালৰ সোঁতত হায়! চিনোয়ে নৰল!
যোৱা গই তুমি বন! নকৰা বিষাদ॥
যোৱাঁ উটি যোৱা বন! তোমাৰ দৰেই
আমিওতো আছোঁ উটি কাল সমুদ্রত।
কতদূৰ যাব আৰু লাগিব সোঁতত

উটি বুৰি তোমা দৰে জানিছে কালেই।"
নোহোৱা কেৱল তুমি উটিছা সোঁতত
কালৰ সোঁতত উটে গোটেই জগত॥

জীৱন আৰু জগত সম্বন্ধীয় এনে দৰ্শন লাভ কৰি কবিয়ে জীৱনৰ সমস্ত মায়া মোহ ত্যাগ কৰি তপস্বী হৈ বনলৈ গুচি যাবলৈকে ইচ্ছা প্ৰকাশ কৰিছে – তপস্বী নামৰ কবিতাটিত —

বিষময় সংসাৰৰ বিষম ভাবনা
পৰিত্যাগ কৰি দেৱ! বনৰ মাজত
একমনে কি ভাবিছা নীৰৱে মনত?
ধ্যান মগ্ন কিয় আজি? আছে কি কামনা?
আহাহা! কামনানেকি নহব জীৱৰ।
সকলোৰে এটি এটি আছেই কামনা
সি কাৰণে তুমি দেৱ! কৰিছা ভাবনা
নীৰৱে প্ৰভুৰ নাম বন্ধু অস্তিমৰ?
এনে ইচ্ছা হয় দেৱ! দেখি তয়ু মুখ
বিষময় সংসাৰৰ তিয়াগি ভাবনা
ইৰূপে প্ৰভুক কৰোঁ নিতউ অৰ্চনা
নীৰৱে বনত ভুলি সংসাৰৰ দুখ॥
সকলোৰে মায়া এৰি জপি প্ৰভু নাম
কটাওঁ জীৱন যেন এয়ে মনস্কাম॥

জীৱন আৰু জগত সম্পৰ্কীয় এই একে ধাৰণাকে যৌৱন নামৰ কবিতাত এটি উপমাৰে সদৰী কৰা হৈছে —

জীৱন পদুম নিতে হালে জালে হায়!
দেহা ৰূপী পুখুৰীৰ পানীৰ মাজত!
কি বিশ্বাস তাত? কিন্তু নিতউ শুকায়
কাল ৰূপী ভয়ঙ্কৰ ৰ'দৰ তাপত।

মহাকাব্যিক আৰু অন্য সাহিত্যৰ চৰিত্ৰৰ ওপৰত ৰচনা কৰা কবিতা কেইটিত বৰবৰুৱাই তিৰোতাৰ সৰলতা আৰু পৱিত্ৰতাৰ আদৰ্শ সমুজ্জ্বল কৰি তুলিছে। নাৰী চৰিত্ৰ কেইটি লোৱা হৈছে ভাৰতীয় মহাকাব্য মহাকবি কালিদাস আৰু মহাকবি শেক্সপীয়েৰৰ সৃষ্টিৰ পৰা। উদাহৰণ স্বৰূপে সীতাক লক্ষ্মী দেৱীৰ অৱতাৰ বুলি কোৱা হয়। অথচ মানৱ জীৱনৰ কৰুণতাই সীতাৰ জীৱন বিফলতাপূৰ্ণ কৰি তুলিছে (সীতা)। তেনেদৰে ৰাধাৰ ভগৱান শ্ৰীকৃষ্ণৰ প্ৰতি প্ৰেম জাগতিক প্ৰেম নহয়।

এই প্ৰেমৰ নৈ স্বৰ্গীয় অনন্ত অপাৰ। এনে ঐশ্বৰিক প্ৰেমৰ মহিমা উপলব্ধি কৰিব নোৱাৰি বহু কবিয়ে ৰাধাক কলঙ্কিনী বুলি আখ্যা দিয়ে

প্ৰেমময়ী তুমি দেৱী। কোনো কোনো কবি
কিন্তু কি আঁকিছে ছবি নিৰ্মল মুখত
থহি কলঙ্কৰ মহী কলঙ্কিনী ছবি
সি কথা ভাবিলে দুখ লাগে হৃদয়ত॥
নহয় তোমাৰ প্ৰেম প্ৰেম গাভৰুৰ
প্ৰায়ীৰে সতে দেৱী। হিয়াত তোমাৰ
স্বৰ্গীয় প্ৰেমৰ নই অনন্ত অপাৰ
বাজিছিল নিতে মাথো অমিয়া মধুৰ॥
নিজকে পাহৰি দেৱী। কৃষ্ণৰে পাৰত
উছৰ্গি দিছিলা প্ৰাণ অতি আদৰৰ
শেল সম গঞ্জনাকো নলহ মনত
চাপিছিলা কাষ দেৱী। ঈশ্বৰ প্ৰেমৰ॥
নাভাবি নিচিন্তি মাথো কোনো কোনো কবি
আঁকিলে তোমাৰ দেৱী। কলঙ্কিনী ছবি॥

মালচৰ শোক প্ৰকাশিকা ছনেট কেইটিত কবিৰ পাৰিবাৰিক তথা বন্ধু বান্ধৱৰ বিয়োগ বেদনা প্ৰকাশ পাইছে। শ্মশান পোহৰ আন্ধাৰ চন্দ্ৰ আদি কবিতাত কবিৰ অন্তৰৰ তীব্ৰ অনুভূতি প্ৰকাশ পাইছে। শ্মশান নামৰ ছনেটটিৰ তলত দিয়া এটি টোকাত বৰবৰুৱাই লিখিছে আমাৰ ৰচিত পিৰোতাৰ আত্মদান বা জয়মতী কাব্য সমাপ্ত কৰিয়েই (ই ১৯৮ ছনত) এ কবিতাটি লিখা হৈছিল। ইয়াৰ পাছতেই আমাৰ অতি আদৰৰ মাজ লৰাটিৰ মৃত্যু হয়। কবিয়ে তেওঁৰ পৰাণৰ বেদনা কবিতাটিত অতি মৰ্মস্পৰ্শী কৰি তুলি ধৰিছে

আছিল এদিন মোৰ তোমাক শ্মশান।
বন্দিছিলো স্বৰ্গ বুলি ইহ জগতৰ।
তোমাৰে কোলাতে গই থই আহিছিলো
পতিপ্ৰাণা জয়মতী সতী আহোমৰ॥
আহাহা। শ্মশান। হায়। নাই ভবা মই
তাৰ যে পাছতে পুনু লাগিব তোমাত
থৰগ ই চেনেহৰ লাহৰীটি লই
অনন্ত শান্তিৰে ভৰা তোমাৰ কোলাত॥
অতি চেনেহৰ মোৰ সোণটি শ্মশান।
আদৰ চেনেহ কৰি তোলা আসঙ্গত

নিদিবা কেলেশ তাৰ কোমল পৰাণ
ৰাখিবা নিতউ তাক অতি যতনত ॥
পৰাণতো প্ৰিয় মোৰ মোৰ সোণকণি
নকৰিবা তুমি তাক আলাই এখানি ॥

বৰবৰুৱাই তিনিটি প্ৰতিনিধিমূলক কবিতাত অসম ভাৰত আৰু পৃথিৱীৰ কবি পুৰুষলৈ শ্ৰদ্ধাঞ্জলি নিবেদন কৰিছে। অসমৰ প্ৰতিনিধিত্ব কৰি ৰচনা কৰা— মহাপুৰুষ শঙ্কৰদেৱ, ভাৰতৰ প্ৰতিনিধিত্ব কৰি ৰচনা কৰা— কবি কালিদাস আৰু জগতৰ প্ৰতিনিধিত্ব কৰি ৰচনা কৰা— কবি ছেক্সপীৰ নামৰ কবিতা কেইটিয়ে বহল কাব্যিক দৃষ্টিৰ পৰিচয় দিয়ে। এই কবিতা কেইটিত তুলি ধৰা কবি তিনিজনাৰ ব্যক্তিত্ব কোনো বিশেষ স্থানৰ বা কালৰ নহৈ সৰ্ব্ব স্থানৰ আৰু সৰ্ব্ব কালৰ বুলি বিবেচিত হৈছে। এনে কাব্যিক দৃষ্টিয়ে বৰবৰুৱাৰ বিশাল মানৱতাবোধৰ পৰিচয় দিয়ে।

বৰবৰুৱাৰ গুচ্ছ ধৰ্ম্মী ছনেটখিনিৰ অধ্যয়ন অতীৱ আমোদজনক। বৰবৰুৱাৰ পূৰ্ব্ববৰ্তী কোনো কবিয়ে ছনেট গুচ্ছ ৰচনা কৰা নাই। একেটি ভাৱৰ ওপৰত যেতিয়া একাধিক ছনেট ৰচনা কৰা হয় তাকে ছনেট গুচ্ছ বোলা হয়। মধুসূদনে ছনেট গুচ্ছত দুটাতকৈ বেছি ছনেট সজোৱা নাই। কিন্তু বৰবৰুৱাৰ ছনেট গুচ্ছত আমি পাঁচটালৈকে ছনেট পাওঁ। মালচৰ সুখীনে? আৰু স্বভাৱৰ গীতত পাচোটিকৈ ছনেট আছে। বাকী বিলাক গুচ্ছত দুই তিনিটিকৈ ছনেট আছে। এনে ছনেট গুচ্ছই বিষয় সমূহৰ ওপৰত বৰবৰুৱাৰ একাগ্ৰতাকে কেৱল প্ৰকাশ কৰা নাই ইয়াৰ মাজেদি বৰবৰুৱাৰ জীৱন দৰ্শনো উদ্ভাসিত হৈছে। যি কাব্যিক আৰু দাৰ্শনিক চিন্তা বিভিন্ন বিষয়ৰ ছনেটৰ মাজেদি বিকশিত হৈছে সিয়ে ছনেট গুচ্ছত স্বীকৃত পৰিছে। এই কানি ছনেটৰ সৰ্ব্ববৃহৎ গুচ্ছ সুখীনে? আৰু স্বভাৱৰ গীতত কবিয়ে মানৱ আৰু প্ৰকৃতিৰ দুৰ্ভাগ্যজনক অৱস্থিতিৰ কথা ব্যাখ্যা কৰিছে। মানৱকে ধৰি প্ৰকৃতিৰ সকলো বস্তুৰে সুখ সৌন্দৰ্য্য ক্ষন্তেকীয়া। জাগতিক জীৱনত সুখৰ সন্ধান বিচৰাটো মূৰ্খামিৰ পৰিচায়ক

লুকাব সুন্দৰ মুখ হাঁহি নাইকিয়া
আকাশৰ চন্দ্ৰ সূৰ্য্য নহয় সুখীয়া ॥ [ সুখীনে ? (ক) ]
কিবা তৰা কি মলয়া নহয় সুখীয়া
তৰা মলয়াৰো কাৰো সুখ নাইকিয়া ॥ [ সুখীনে ? (খ) ]
নাথাকে মুখত আৰু হাঁহি মিচিকিয়া
পদুম ভেটৰো সুখ নাই ! নাইকিয়া ॥ [(সুখীনে ? (গ) ]
বিষাদ মনত কুলি গুচি যাবগই —
বসন্তৰো কুলি সুখী নহয় নহয় ॥ [ সুখীনে ? (ঘ) ]
সেই গাভৰুটি হায় ! জগত মোহিনী
মণি কেৰু খাৰু পিন্ধি ৰমক জমক

যৌৱন মদত মাতি হ'ইছে বিভোল
তুচ্ছ ভাবি তুচ্ছ জ্ঞানে হাঁহে জগতক ॥
দুদিনৰ পাছে কিন্তু নাথাকে যৌৱন
বাৰ্দ্ধক্যে যে এই সুখ কৰিব হৰণ ॥ [ সুখীনে ? (ঙ) ]

সুখ স্রজা নাই নামৰ ছনেটটি এই লানি ছনেটৰ শেষ সিদ্ধান্ত স্বৰূপ। স্রষ্টাই সুখৰ বাহিৰে সকলো বস্তুকে স্রজন কৰিছে। সমস্ত কাব্যিক সৃষ্টিৰ মাজেদি কবিয়ে যেন এই সিদ্ধান্তত উপনীত হৈছে —

নিজকে দুখিত ভাবি চকু দুটি মুদি
স্বৰ্গ মৰ্ত্ত্য দুয়োতেই বহু বিচাৰিলো
তন্ন তন্ন কৰি চালো কিন্তু কতো নাই
প্ৰকৃত সুখীয়া হায় ! কতো নেদেখিলো ॥
অতি মূৰ্খ আমি সুখ বিচাৰো মিছাই
সকলো স্রজিছে বিধি সুখ স্রজা নাই ॥ ( সুখ স্রজা নাই )

স্বভাৱৰ গীত নামৰ গুচ্ছটিত কবিয়ে মানৱৰ সঙ্গীতৰ প্ৰতি বিৰাগ প্ৰদৰ্শন কৰিছে আৰু প্ৰকৃতিৰ বিহগীৰ সঙ্গীতৰ মাজত প্ৰকৃত শান্তি বিচাৰিছে। কুলি চৰাইক সম্বোধন কৰি কবিয়ে গাইছে —

মধুৰ তোমাৰ গান ( কু উ কু উ মাত )
গোৱা পখী ! দগ্ধ প্ৰাণ হক মোৰ শাত ॥ [ স্বভাৱৰ গীত (ক) ]

কবিতাটিয়ে ইংৰাজ কবি উইলিয়াম ৱৰ্ডচৱৰ্থৰ প্ৰখ্যাত কবিতা To the Cuckoo লৈ মনত পেলায়। কুলিৰ সঙ্গীতে পৃথিৱীত স্বৰ্গৰাজ্যৰ সূচনা কৰে

the earth we pace
Again appears to be
An unsubstantial fairy place
That is fit home for Thee

স্বভাৱৰ গীতত বৰবৰুৱাই অসমীয়া সঙ্গীতৰ ওপৰত এটি সূক্ষ্ম সমালোচনা আগ বঢ়াইছে। কৃত্ৰিমতাৰে ভৰা অসমীয়া সঙ্গীতে কবিৰ অন্তৰ স্পৰ্শ কৰিব নোৱাৰে। বৈষ্ণৱ যুগত মহাপুৰুষ শঙ্কৰদেৱ মাধৱদেৱ অনন্ত কন্দলি আৰু ৰাম সৰস্বতীয়ে যি সঙ্গীত ৰচনা কৰিছিল তাৰ মূৰ্চ্ছনাই আজিও মানৱ—প্ৰাণ বিমুগ্ধ কৰি ৰাখিছে। কিন্তু আধুনিক অসমীয়া সঙ্গীতত বৈষ্ণৱ যুগৰ সঙ্গীতৰ উচ্চ মান আৰু মানৱতাবোধ লোপ পালে। সেয়ে কবিয়ে উপায়হীন হৈ কুলি চৰাইৰ সঙ্গীতৰ আশ্ৰয় লৈছে —

পুৰুষৰ গীত আজি বিহ যেন লাগে।
ভালকে নালাগে সুৰ তেনে সঙ্গীতৰ

গোৱা! পখী! গোৱাঁ! তুমি সুৰলা ৰাগেৰে
পৰা! জুৰাওঁ শুনি গীত স্বভাৱৰ।
কোনে আৰু গাব গীত? শঙ্কৰ মাধৱ
অনন্ত কন্দলি ৰাম নাই অসমত?
অসম সঙ্গীত বন নীৰৱতা ভজি
এৰিলে ই মৰ্ত্ত্য ভূমি কালৰ হাতত।
কোনে আৰু হায়! পখী! সঙ্গীতৰ সুৰ
ধৰিব সুৰলা গানে? নন গাঁথনিৰে
কোনেনো গাঁথিব গান সুৰলা মধুৰ?
ঢালিব কাণত কোনে সুধা ধীৰে ধীৰে?
শঙ্কৰ মাধৱ নাই নাই আজি ৰাম।
নাই আজি সেই গীত জুৰাব পৰাণ। [স্বভাৱৰ গীত (ঘ)]

মহাভ্ৰম নামৰ গুচ্ছটিত কবিয়ে সা সাৰিক প্ৰেমৰ বিফলতাৰ কথা উল্লেখ কৰিছে। এই জগতত প্ৰেমিক প্ৰেমিকাই শান্তি বিচাৰি হাৰাথুৰি খাই ব্যৰ্থ হব লগা হয়। ইঁহিৰ খুজিলে চকুত চকুলোহে ওলায়

ইঁাহোঁ বুলি গলে যত চকুলো ওলায়
বিৰহ বিচ্ছেদ যাৰ উঁৰালৰ ধন
ভাবি চোৱাচোন মন! তেনুৱা প্ৰণয়
হবনো পাৰেনে কাৰো সুখৰ কাৰণ? [মহাভ্ৰম (খ)]

কবিতাটিয়ে ইংৰাজ কবি শ্বেলীৰ প্ৰখ্যাত কবিতা Ode to A Skylark ৰ কেইটিমান অমৰ শাৰীলৈ মনত পেলায়

We look before and after
And pine for what is not
Our sincerest laughter
With some pain is fraught
Our sweetest songs are those that tell of
saddest thought

শ্বেলীয়ে যেনেকৈ মানৱৰ সৰলতম ইঁাহিটোৰ মাজত বিষাদৰ বিহ কণা দেখিছে তেনেকৈ আন এজন প্ৰখ্যাত ইংৰাজ কবি কীটছে মানৱ জীৱনত প্ৰেম আৰু সৌন্দৰ্য্যৰ চৰম বিফলতা ঘোষণা কৰিছে। কীটছৰ 'Ode to A Nightingale নামৰ কবিতাটিৰ তলৰ উক্তিয়ে বৰবৰুৱাৰ মহাভ্ৰমৰ দৰ্শনৰ প্ৰতি সমৰ্থন জনায়

Here where men sit and hear each other groan

Where palsy shakes a few sad last grey hairs
Where youth grows pale and spectre thin and dies
Where but to think is to be full of sorrow
( And leaden eyed despairs )
Where Beauty cannot keep her lustrous eyes
Or new love pine at them beyond tomorrow

বছৰ বিদায়' নামৰ গুচ্ছটিত কবিয়ে তেওঁৰ জীৱনৰ চৰম আঘাতটিৰ কথা উল্লেখ কৰিছে। এই আঘাত হ'ল— ৯১২ খ্ৰীষ্টাব্দত সংঘটিত হোৱা কবিৰ প্ৰিয়তমা পত্নীৰ অকাল বিয়োগ। এই গুচ্ছৰ কবিতা দুটি অসমীয়া শোক গীতি ধৰ্ম্মী কবিতাৰ শ্ৰেষ্ঠ নিদৰ্শন

যোৱা। তুমি যোৱা। দিন যোৱা। বছৰৰ।
হিয়া উদঙাই দিছো। তোমাক বিদায়।
কত শোক কত দুখ তাৰ স সাৰৰ
দিলা দুৰ্ভগাক সীমা-স খ্যা নাই।
মনৰ অশান্তিৰূপী অগনি জ্বলাই।
পুৰি দেই ছাই তুমি কৰিলা হিয়াক।
হৰিলা প্ৰাণ প্ৰেয়সী উদঙালা হিয়া
কৰিলা এন্ধাৰ ঘৰ ॥ নালাগে তোমাক ॥ ” [বছৰ বিদায় (ক)]

ওপৰত আলোচনা কৰা গভীৰ কাব্যিক তত্ত্ব আৰু জীৱন দৰ্শনৰ ওপৰত ছোট ৰচনা কৰাৰ উপৰিও অতি সাধাৰণ বিষয় বস্তুৰ ওপৰতো অতি মনোগ্ৰাহীকৈ ছনেট ৰচনা কৰি ৰবৰুৱাই সুখ্যাতি অৰ্জ্জন কৰিছিল। তাৰ ভিতৰত কাণৰ খুৰীয়া কটা কৰ শৰ ওৰণী আদি উল্লেখযোগ্য। বিষয় বস্তু সাধাৰণ হলেও তাৰ যোগেদি কবিয়ে কাব্যিক সৌন্দৰ্য্য সৃষ্টি কৰি সফলকাম হৈছে। কোনো এগৰাকী ৰূপহীৰ চকু গাল নাক আৰু ওঠৰ সৌন্দৰ্য্যই মানৱৰ মন-প্ৰাণ হৰি নিয়ে। ৰূপহীয়ে কাণত পিন্ধি থকা খুৰীয়াবুৰীৰ কি যে ভাগ্য। খুৰীয়াই প্ৰেয়সীৰ গালত নিতে চুমা দিয়ে যি চুমাৰ কাৰণে প্ৰেমিক পাগল হয় আৰু যি চুমা পালে প্ৰেমিকে পৃথিৱীতে সৰগ লাভ কৰে ঃ

পূৰ্ব্ব জনমৰ জানো কত পুণ্য বলে
খুৰীয়া জনম পালি তই জগতত
শোওঁতে খাওঁতে কিম্বা উঠোঁতে বহোঁতে
চুমা দিয় প্ৰেয়সীৰ কোমল গালত ॥
যি চুমাৰ হেঁপাহত আতুৰ প্ৰেমিক

প্ৰেমৰ বাজাৰ যিটো অমূল্য ৰতন
যাক লৈ সংসাৰৰ সকলো বলিয়া
অনায়াসে তই কিন্তু পাৱ সেই ধন।
যি চুমাৰ এটি মাথো পাবৰ আশাত
প্ৰেমিকে উছৰ্গা কৰে পৰাণ নিজৰ
সেই চুমা লাখ লাখ নিতে পাৱ তই
নাজানো কি পুণ্য তোৰ আছিল পূৰ্বৰ।
নহ'ল আমাৰো কিয় ধুৰীয়া জনম!
পালো হয় নিতে কত মধুৰ চুম্বন।।" (কাণৰ ধুৰীয়া)

মধুসূদনৰ ছনেটৰ ওপৰত ড সুকুমাৰ সেনে মন্তব্য কৰি কৈছে যে চতুৰ্দ্দশপদী কবিতাবলীৰ মাজেদি মধুসূদনৰ কবি সত্তাৰ প্ৰত্যক্ষ পৰিচয় পোৱা যায় কিয়নো এই কবিতাখিনি কবিমনৰ অতীৱ সৰল আৰু অকপট সৃষ্টি। মধুসূদনৰ ছনেটত ইটালীয় নাইবা ইংৰাজী ছনেটৰ সকলো গুন নাথাকিব পাৰে কিন্তু ইয়াৰ মাজেদি যি কাব্যিক সৌন্দৰ্য্য প্ৰকাশ পাইছে তাৰ মূল্য কোনো প্ৰকাৰে কম নহয়। [৭]

ড সেনৰ এই মন্তব্য হিতেশ্বৰ বৰবৰুৱাৰ ক্ষেত্ৰতো খাটে। সাহিত্যিক মহাকাব্য আৰু দীঘলীয়া কবিতা ৰাজিৰ মাজেদি বৰবৰুৱাই মনৰ যি ভাৱ প্ৰকাশ কৰিব পৰা নাছিল ছনেটৰ মাজেদি তাৰে স্বতস্ফূৰ্ত্ত প্ৰকাশ ঘটিছে। বৰবৰুৱাৰ ছনেটৰ ছন্দকলাই অভিনৱত্বৰ দাবী কৰিলেও নিপুণতাৰ দাবী কৰিব নোৱাৰে নিশ্চয়। তথাপি তাৰ মাজেদি কবি মনৰ যি গভীৰ অনুভূতি ব্যক্তিগত জীৱনৰ যি কৰুণ বিননি জীৱন আৰু জগত সম্পৰ্কে যি চৰম উপলব্ধি আৰু সৰ্বাতোকৈ উদ্ধ ত গীতি কবিতাৰ যি মূৰ্চ্ছনা প্ৰকাশ পাইছে—সিয়ে মালচক অসমীয়া সাহিত্যৰ আপুৰুগীয়া সম্পদ কৰি ৰাখিব। মালচে বৰবৰুৱাক অসমীয়া সাহিত্যত কেৱল সৰ্ব্বশ্ৰেষ্ঠ ছনেটকাৰ হিচাবেই প্ৰতিষ্ঠিত কৰা নাই ই তেওঁক অসমীয়া গীতি কবিসকলৰ ভিতৰৰ এজন শ্ৰেষ্ঠ কবি হিচাবেও চিনাকি কৰি দিছে—যি জনৰ কবিতাৰ মাজেদি এটি বিশ্বজনীন মানৱতাৰ সুৰ চিৰ বিৰাজমান হৈ আছে।

৭। ডঃ সুকুমাৰ সেন 'বাঙ্গালা সাহিত্যেৰ ইতিহাস' পৃ° ১৫৮

## ৪॥ বৰবৰুৱাৰ ছনেট-গুচ্ছ ৪ 'চকুলো' ॥

চকুলো হ ক্ষুদ্ৰ কাব্য এই শেষ কাব্য তাৰ
তল সৰা ফুল—মালা এই কাব্য কাননত
হে পাঠক। হে পাঠিকা॥ মাগিছে বিদায় আজি
কৰযোৰে অনিচ্ছায় তোমাসাবো ওচৰত॥
আৰু সি নিলিখে কাব্য আৰু নধৰিব সুৰ
সি ভগা বীণত তাৰ আৰু তাৰ ছিন্ন তাৰ
নাখাব পুনৰ যোৰা ছিন্ন তাৰ একতাৰা
নবজাব পুনু আৰু নাবাজিব পুনৰ্ব্বাৰ॥
জীৱনৰ শেষ ভাগ (যি অৱধি থাকে প্ৰাণ)
ধিয়াব হিয়াত নিতে মাথো। সেই বিভু নাম
যিবা নামে শান্তি বাৰি ঢালে নৰ হৃদয়ত
দিয়ে শান্তি সন্তপ্তক শান্ত কৰি মন-প্ৰাণ॥
ই চকুলো শেষ কাব্য শেষ কণ্ঠ হিতেশৰ
সমাপন আজি তাৰ সাহিত্যিক জীৱনৰ॥ (ছনেট ন ৩০)

কবিৰ এই উক্তি যথাৰ্থতে সচা। ৯২১ খ্ৰীষ্টাব্দত চকুলো কাব্য ৰচিত হয় আৰু ১৯ ২ খ্ৰীষ্টাব্দত ই প্ৰকাশিত হয়। এই কাব্য প্ৰকাশৰ লগে লগে হিতেশ্বৰ বৰবৰুৱাৰ কাব্য নিজৰা চিৰকালৰ বাবে স্তব্ধ হৈ যায়। আমি আগৰ আলোচনাত লক্ষ্য কৰি আহিছো—কবিৰ কাব্যিক সৃষ্টিৰ আৰে আৰে তেওঁৰ ব্যক্তিগত বিয়োগ বেদনাই লুকাভাকু খেলি আছে। কিন্তু এই বিয়োগ বেদনাক বেলেগে কাব্য ৰূপত ৰূপায়িত কৰিবলৈকে যেন কবিৰ কনিষ্ঠ পুত্ৰ বিপিন ১৯২১ খ্ৰীষ্টাব্দৰ ২৪ আগষ্ট তাৰিখে আকস্মিক মৃত্যুৰ মুখত পৰিল। জীৱনৰ এই করুণ ঘটনাৰ বিৱৰণ দি কবিয়ে লিখিছে

"মোৰ ল ৰা দুটিৰ অকাল মৃত্যুত মই একেবাৰে অস্ত সাৰশূন্য হৈ পৰিলো। বিশেষ মোৰ সুমলীয়া পো ৺বিপিনে মোৰ হিয়াখন একেবাৰেই ভাঙি থৈ গ ল। তাৰ মৃত্যুৰ উপলক্ষেই মোৰ চকুলো ৰ জন্ম। চকুলো ৰ জন্মৰ লগে লগেই মোৰ সাহিত্যিক জীৱনৰ অস্ত পৰিল। তেতিয়াৰে পৰা মই সাহিত্য ক্ষেত্ৰৰ পৰা একেবাৰে আঁতৰি পৰিলো। এতিয়া মই জীৱিত সাজেৰে মৰা মানুহ।" ৮

চকুলো বৰবৰুৱাৰ অন্তৰৰ গভীৰতম বেদনাৰ স্বতঃস্ফূৰ্ত্ত অভিব্যক্তি। পুত্ৰ ৺বিপিন

---

৮। হিতেশ্বৰ বৰবৰুৱা স্মৃতিমালা'। পৃ ১৩২

কুমাৰ বৰবৰুৱাৰ উদ্দেশ্যে কাব্যখনি উছৰ্গা কৰি কবিয়ে মৃত পুত্ৰক সম্বোধন কৰি লিখা কথাখিনি সঁচাই হৃদয়বিদাৰক —

বিপিন ! মোৰ প্ৰাণৰ সোণ !

তুমি ১৪ বছৰ কাল এই সংসাৰ প্ৰবাসত প্ৰবাস খাটি তোৰ অদ্ভুত সকলোৰে মায়া মোহ পৰিত্যাগ কৰি গত ইংৰাজী ১ ২১ চনৰ ২৪ আগষ্টৰ দিনা অনন্ত ধামলৈ গ'লা। প্ৰবাস এৰি তুমি নিজ ঠাইলৈ গ'লা। পৰম কাৰুণিক পৰমপিতাৰ শান্তিময় পাদ পদ্মত আশ্ৰয় ল'লাগৈ তাত দুখ কৰিবলৈ আমাৰ কোনো কাৰণ নাই। অন্তৰত এয়ে দুখ থাকিল—তোমাৰ অন্তিম সময়ত তোমাৰ মুখৰ অমিয়ামধুৰ দেউতা মাত তোমাৰ সন্তপ্ত দেউতাৰাই শুনিবলৈ নাপালে। তোমাৰ সন্তপ্ত দেউতাৰাৰ হৃদয়ত এই দুখ জীৱনৰ শেষ মুহূৰ্ত্তলৈকে অঙ্কিত থাকিব।

সোণটি ! মোৰ প্ৰাণৰ বিপিন ! মুখত আৰু কথা নোলায়—বাক্‌ৰোধ হৈ আহিছে—লেখনী অৱশ হৈছে। দয়াময় হৰিয়ে তোমাৰ পবিত্ৰ আত্মাক শান্তি দিয়ক মা সৰ্ব্বমঙ্গলাৰ কোলাত তুমি অনন্ত সুখে স্বৰ্গবাস কৰা। যোৱা। যোৱা। সোণ !

Fear no more the heat of the Sun
Nor the furious winter s rages
Thou thy worldly task hast done
Home art gone
Fear no more the frown O the great
Thou art past the Tyrant s stroke
Care no more to clothe and eat

—Shakespeare

চকলাটিঙা তোমাৰ শোক সন্তপ্ত
মাঘী পূৰ্ণিমা —দেউতা—
ইং ১৯২২ চন

এনে পুত্ৰহাৰা পিতৃৰ প্ৰাণৰ বিননি ইয়াতকৈ আৰু বেছি গভীৰ হব পাৰে জানো ?

অসমীয়া কাব্য সাহিত্যত চকুলো ৰ স্থান সুকীয়া। সমালোচক-পণ্ডিত ডিম্বেশ্বৰ নেওগে কৰা এটি মন্তব্য এই সন্দৰ্ভত বিশেষভাৱে উল্লেখযোগ্য "মুঠতে চকুলো অসমীয়া সাহিত্যৰ ভঁৰালৰ এটি অভিনৱ সম্পদ লেখকৰো কাব্যসমূহৰ ভিতৰত ইয়াত তেওঁৰ আপোনাৰ সুৰ অনেক গুণে সুমধুৰ সুমঙ্গল হৈ বাজি উঠিছে। ৯ „বাস্তৱিকতে চকুলো এখনি শোক কাব্য হিচাবে অসমীয়া সাহিত্য ভঁৰালৰ অভিনৱ সম্পদ। পুত্ৰহাৰা

৯। ডিম্বেশ্বৰ নেওগ অসমীয়া সাহিত্যৰ অধ্যয়ন পৃ. ২৩৪।

পিতৃৰ অন্তৰৰ কৰুণ বিননিয়ে কাব্যখনিত তোলপাৰ লগাই এটি বিশ্বজনীন মা ৰ দৰ্শনৰ ফালে গতি কৰিছে। চকুলো ত কবিৰ ব্যক্তিগত বিয়োগ বেদনাৰ এখনি কাব্যিক প্ৰতিচ্ছবিৰ অতি সুন্দৰতাৰ জিলিকি উঠিছে —

'দয়াময় নিলা সব। নজনা কালতে পিতা
কৈশোৰত পিতামহী, শৈশৱত ভগ্নী
ভ্ৰাতৃ-পুত্ৰ চেনেহৰ, যৌৱনত মাতৃ
পুত্ৰ এটি আৰু পত্নী জীৱন সঙ্গিনী।
কাল অভিমুখী এই প্ৰৌঢ়া অৱস্থাত মোৰ
জীৱনৰ আশা ৰূপ নিলা পুত্ৰ হৰি
(সুমলীয়া সোণকণি) ভৱিষ্যতআশা
নাশিলা মূলতে প্ৰভু! আশা শূন্য কৰি।
হিতেশ নগণ্য জীৱ কলে বহু আশা কৰি
আশা লতাজুপি তাত সুফুলিল ফুল
কলিয়ালে সঁচা (কিন্তু আদেশ তোমাৰ!)
অকালে সৰিল দুটি সি ফুল মুকুল।।
বুজিব নোৱাৰো প্ৰভু! লীলা যে তোমাৰ ফাঁকি
নিলা দেখোঁ সকলোটি নাৰাখিলা একো বাকী।। (ছনেট নং ২৫)

এনে ব্যক্তিগত বিয়োগ বেদনাৰ কৰুণ বিননিয়ে চকুলো ক শোক প্ৰধান আৰু আত্মজীৱনীমূলক কাব্যত পৰিণত কৰিছে। কাব্যখনিত প্ৰকাশ পোৱা এজন শোকাত পিতৃৰ কৰুণ বিননিয়ে পৃথিৱীৰ সমগ্ৰ শোকাকুল মানৱৰ হৃদয়ত শান্তি জল ছটিয়াই থাকিব। কাব্যখনিৰ ২৯ ৩ আৰু ৩১ নং ছনেট কে টিয়ে এই কথা প্ৰমাণ কৰে।

চকুলো কাব্যৰ আন এটি বিশেষত্ব হ ল—ই এখনি গুচ্ছ ধৰ্মী ছনেট কাব্য (A longer narrative poem in Sonnet sequence)। একেজন কবিৰে একে পৰ্য্যায়ৰ আন এখনি কাব্য— ডেচদিমোনা ৰ আলোচনা আমি ইতিমধ্যে কৰি আহিছোঁ। যেতিয়া কোনো এটি বিষয় (আদিতে ই আছিল—প্ৰেম মূলক) এনানি ছনেটৰ মাজেদি আলোচিত হয় আমি এই ছনেট নানিক ছনেট গুচ্ছ (Sonnet sequence) বুলি কওঁ। মালচ ৰ আলোচনাত আমি দুৰ ছনেট গুচ্ছৰ কথা উল্লেখ কৰি আহিছোঁ। চকুলো ৰ ছনেট গুচ্ছত তেত্ৰিশটা ছনেটৰ সমাবেশ ঘটিছে আৰু দুটি শাৰীবিশিষ্ট এটি চুটি কবিতাৰে ইয়াৰ সামৰণি পৰিছে।

## ॥ 'চকুলো'ৰ ছনেটৰ শ্ৰেণীবিভাজন : কাব্যিক বিষয় বস্তুৰ সম্প্ৰসাৰণ ॥

কাব্যিক বিষয় বস্তু উপস্থাপন আৰু সম্প্ৰসাৰণলৈ লক্ষ্য ৰাখি আমি চকুলো ৰ তেত্ৰিশটা ছনেটক কেইটিমান বিভাগত সজাব পাৰো।

(ক) বিভাগ ছনেট ন ১ ২
(খ) বিভাগ ছনেট নং ৩ ৪ ৫ ৬ ৭
(গ) বিভাগ ছনেট ন ৮ ৯
(ঘ) বিভাগ ছনেট ন ১ ১১ ১২ ১৩ ১৪ ১৫
(ঙ) বিভাগ ছনেট নং ১৬ ১৭ ১৮ ১৯ ২
(চ) বিভাগ ছনেট ন ২১ ২২ ২৩ ২৪
(ছ) বিভাগ ছনেট নং ২৫ ২৬ ২৭ ২৮
(জ) বিভাগ ছনেট নং ২৯ ৩০ ৩১
(ঝ) বিভাগ ছনেট নং ৩২ ৩৩।

[ (ক) বিভাগ ] —ইয়াৰ ছনেট দুটিত কবিয়ে তেওঁৰ চকুলোক ভগৱানৰ নিৰ্মালি স্বৰূপ চকু অঞ্জন হিচাপে গ্ৰহণ কৰিছে

ই চকুলো নোহে মোৰ অপত্য শোকৰ চিন
ইযে প্ৰভু ! পুত্ৰৰ ই নিৰ্মালি পিতাৰ
( স্বৰ্গীয় অঞ্জন ৰূপী ) দুয়োটি চকুতে পিন্ধি
আজীৱন ৰম চাই চৰণ তোমাৰ ॥
চকুলো দুধাৰি প্ৰভু ! তোমাৰ নিৰ্মালি মোৰ
অন্ত হব অস্থিৰত ভঙ্গ হব মোহ ঘোৰ ॥ ( ছনেট নং ১ )

[ (খ) বিভাগ ] —কবিয়ে ভগৱানৰ সৃষ্টিত মানৱৰ স্থান নিৰ্ণয় কৰিবলৈ চেষ্টা কৰিছে। মানৱে জীৱনত কৃত কৰ্মৰ ফলহে ভোগ কৰে। মানৱে যি কোনো কৰ্মফলকে ভগৱানৰ পূজাৰ শান্তিজল হিচাবে গ্ৰহণ কৰিব লাগিব। ভগৱানেই জীৱন যজ্ঞৰ পুৰোহিত। কবিয়ে তেওঁৰ পুত্ৰ বিপিনক এই যজ্ঞৰ আহুতি হিচাবে প্ৰদান কৰিছে

সংসাৰ কৰ্মৰ ক্ষেত্ৰ কৰ্ম ফল ভুঞ্জে জীৱ
ইহা কন্দা সকলোটি নিজ কৰ্ম ফল
তাৰ ফলে যদি কাৰো চকুলো ওলায় কতো
কিবা দুখ তাত ? কিয় শোকত বিকল ?
নহয় চকুলোধাৰি প্ৰভু ! তয়ু অভিশাপ
হিয়াৰ কান্দোন তীব্ৰ কটাক্ষ তোমাৰ
পূজান্তত শান্তি জল সুশীতল সুনিৰ্মল
সন্তপ্ত প্ৰাণত্‌ শান্তি ই অশ্ৰু দুধাৰ ॥ ( ছনেট নং ৫ )

(গ) বিভাগ ] —কবিয়ে সংসাৰখনক এখন অতিথিশালা হিচাবে গ্ৰহণ কৰিছে। ক্লান্ত পথিকৰূপী মানৱে এই অতিথিশালাত খন্তেক মাথোন জিৰণি লৈছে। জিৰণিৰ অন্তত মানৱজীৱ গন্তব্য স্থানলৈ গতি কৰিছে

সংসাৰ অতিথি শালী তুমি অধিকাৰী তাৰ
পৰিশ্ৰান্ত নৰ আহি খন্তেক জিৰায়
বিশ্ৰাম অন্তত পাছে তিয়াগি অতিথি শালী
নিৰ্দ্দিষ্ট কালত জীৱ পুনু গুচি যায় ।। (ছনেট নং ৮)

[ (ঘ) বিভাগ ] —সাংসাৰিক মায়া মোহ অতিক্ৰম কৰি কবিয়ে এটি আধ্যাত্মিক উপলব্ধিৰ মাজেদি চিৰন্তন সত্যৰ অন্বেষণ কৰিবলৈ চেষ্টা কৰিছে। কিন্তু মানৱীয় সাংসাৰিক বান্ধোনৰ পৰা তেওঁ সম্পূৰ্ণ মুক্ত হব পৰা নাই। এই লানি ছনেটত কবিৰ আধ্যাত্মিক চিন্তা আৰু জাগতিক মায়া মোহৰ মাজত এটি সংঘৰ্ষৰ চিন অঙ্কিত হৈছে। ঈশ্বৰৰ সৃষ্টিৰ আঁৰৰ ৰহস্য উদ্ঘাটন কৰিব নোৱাৰি কবি যেন বিপাকত পৰিছে

তোমাৰ লীলাৰ মৰ্ম্ম বুজিব নোৱাৰো। প্ৰভু!
তুমি জানা কিয় দিয়া নিয়া কিয় কি ভাবত
মূৰ্খ আমি জানো মাথো। দিয়ন্তা নিয়ন্তা তুমি
তুমি আদি তুমি অন্ত সকলোৰে সংসাৰত ।।
কঠিন সমস্যা প্ৰভু। তৱ সৃজন সংহাৰ
অতি মূৰ্খ আমি তাৰ কিবা পাম পাৰাপাৰ ।। ( ছনেট ন ১০ )

[ (ঙ) বিভাগ ] —আত্মা অবিনশ্বৰ। আত্মাই পুনৰ্জন্ম লাভ কৰে। এজন মানুহে এটা পুৰণি পোছাক সলাই নতুন পোছাক লোৱাৰ দৰে আত্মায়ো এটা দেহ ত্যাগ কৰি আন এটা নতুন দেহ গ্ৰহণ কৰে। গতিকে আত্মা যেতিয়া এটা দেহ ত্যাগ কৰি স্বৰ্গগামী হয় সাংসাৰিক মানৱৰ কন্দাকটা কৰাৰো কোনো অৰ্থ নাই —

কোনে কয় সি মৰিছে আত্মা অবিনাশী যাৰ?
যেহ আত্মা সত্ত্বময় অজয় অমৰ
বিনাশিব সি অব্যয় আত্মা কাৰ সাধ্য আছে?
আত্মাৰ বিনাশ নাই নোহে আত্মা জড় ।।
পুৰাতন বস্ত্ৰখনি পৰিহাৰ কৰি যে
কৰে যেনেকই নৱ বসন গ্ৰহণ,
সেহৰূপে জীৰ্ণ ঘৰ পৰিত্যাগ কৰি যে
অন্তিমত কৰে নৱ গৃহলৈ গমন ।।
ৰোগ ৰূপী ধুমুহাই ভাঙি দিছে গৃহ তাৰ
ভগ্ন গৃহ ত্যাগি গ'ল নতুন গৃহত
কিয় তাত দুখ হয়? অবোধ মানৱ আমি
তাক ভাবি কান্দো কিয় মিছাতে শোকত

অবিনাশী আত্মা তাৰ তাক বিনাশ নহয়
পুৰাতন গৃহ ত্যজি জীৱ নৱ গৃহ লয় ॥ (ছনেট ন ১৭)

[(চ) বিভাগ] —কবিয়ে তেওঁৰ পুত্ৰ বিপিনে বাস কৰা স্বৰ্গৰাজ্যৰ এখনি ছবি আঁকিছে। কবিৰ আশা—তেওঁৰ বিপিনে সাংসাৰিক দুখ বেদনাৰ পৰা মুক্ত হৈ স্বৰ্গধামত বিমল শান্তি উপভোগ কৰিব। মানৱৰ সমস্ত আশা আক সপোনে এই ৰাজ্যতে পৰিপূৰ্ণতা লাভ কৰে আক অনন্ত বসন্তই তাত বিৰাজ কৰে

"মৰতৰ যত দুখ নাই তাত নাই নাই
নাই তাত ৰোগ শোক ছায়া বিষাদৰ
নিতউ বসন্ত তাত কুলি কুউ কুউ গায
নন্দন বনত বহি অমৰা পুৰৰ ॥ (ছনেট ন ২২)

এই স্বৰ্গৰাজ্য অনন্ত মিলনৰ ঠাই। সেয়ে কবিৰ একান্ত কামনা এদিন নহয় এদিন তেওঁৰ লগত বিপিনৰ এই ৰাজ্যত মিলন হবই —

বিচ্ছেদ নহয় তাত তাত চিৰসম্মিলন
পিতা পুত্ৰ আমি তাত মিলিম পুনৰ
প্ৰাণৰ লাহৰী বুলি পুনু তাত লম কোলা
সংসাৰতে নোহে শেষ সম্বন্ধ নৰৰ ॥ (ছনেট নং ২৩)

[(ছ) (জ' ঝ)] —এই তিনিটা বিভাগৰ ছনেটসমূহ আংশিকভাৱে কবিৰ ব্যক্তিগত শোক বেদনাৰ অভিব্যক্তি আৰু আংশিকভাৱে কবিৰ কাব্যিক আত্মজীৱনী। বিপিনৰ মৃত্যুৰ এমাহৰ পাছত আহিল আদ্য শ্ৰাদ্ধৰ দিন। এই উপলক্ষে কবিয়ে ২৮ নং ছনেটটি ৰচনা কৰে। ব্ৰাহ্মণক আৰু ভিক্ষুকক ধন আৰু বস্ত্ৰ দান কৰাৰ সলনি কবিয়ে এই কবিতাটিকে পৃথিৱীৰ সমগ্ৰ পুত্ৰহাৰা পিতৃলৈ দান হিচাবে আগ বঢ়াইছে —

"মই অতি ক্ষুদ্ৰ কবি কবিতাই ধন মোৰ
তাৰে গাঁথি এই মালা তাকে দিম দান
পুত্ৰ শোক সন্তপ্তক শোকাতুৰ জনকক
চকুলোৰ মালা কৰি সাদৰে আহ্বান ॥
যদি কোনো আছা আহাঁ পত্ৰ-শোকাতুৰ পিতা।
লোৱা এই মালাখাবি চকুৰ পানীৰে গাঁথা ॥ (ছনেট নং ২৮)

সকলো দিশ বিবেচনা কৰি চকুলো কাব্যক আমি হিতেশ্বৰ বৰবৰুৱাৰ আধ্যাত্মিক আত্মজীৱনী বুলি গণ্য কৰিব পাৰোঁ।

## ॥ 'চকুলো'ৰ ছন্দ-সজ্জা ॥

ছন্দ সজ্জাৰ বাহ্যিক গঠনত চকুলোৰ ছনেটখিনি মালচৰ ছনেটখিনিৰ অনুৰূপ।

প্ৰতি ছনেটত তিনিটা চতুষ্ক আৰু এটা যুগ্মক আছে। চতুষ্কৰ মিল-বিন্যাস অনিয়মিত ধৰণৰ। বাহ্যিক গঠন ৰীতিৰ ফালৰ পৰা চকুলো ৰ ছনেটখিনিক আমি শেক্সপীয়েৰীয় আঁহিৰ ছনেট বুলি গ্ৰহণ কৰিব পাৰো। কবিৰ অন্তৰৰ একোটি কৰুণ ভাৱ তিনি চতুষ্কৰ মাজেদি সম্প্ৰসাৰিত হৈ যুগ্মকত ঘনীভূত হৈ উঠিছে। চকুলো ত সাধাৰণতে ব্যৱহাৰ হোৱা মিল বিন্যাস হ'ল —ক খ×খ গ ঘ×ঘ ঙ চ×চ ছ ছ ধৰণৰ। কাব্য আলোচনাৰ আৰম্ভণিতে উদ্ধৃত কৰা ৬৩ নং ছনেটৰ পৰা এই মিল বিন্যাস পৰীক্ষা কৰি চাব পাৰি। কিন্তু চকুলো ত ছনেটৰ মিল বিন্যাসৰ সমতা ৰক্ষিত হোৱা নাই। কবিৰ অন্তৰৰ দুৰ্ব্বাৰ বেদনাই ছন্দ সজ্জাৰ সকলো ৰীতি উলঙ্ঘা কৰি যেন আত্মপ্ৰকাশ কৰিছে। কাব্যখনি অধ্যয়ন কৰিলে আমাৰ এনে লাগে যেন ছন্দতকৈ কাব্যিক চিন্তাহে অধিক মূল্যবান। ছন্দ-সজ্জাৰ দিশৰ পৰা চকুলো ৰ ছনেটখিনিক আমি শিথিল শেক্সপীয়েৰীয় ৰীতিৰ ছনেট বুলি আখ্যা দিব লাগিব। ভাৱৰ ফালৰ পৰা এই ছনেটখিনি অতি উত্তম গীতি-কবিতা। ছনেটৰ সাধাৰণ আলোচনাত আমি এই কথা লক্ষ্য কৰিছো যে ছনেটৰ কোনো ধৰা বন্ধা ৰীতি কোনো কবিয়ে মানি চলা নাই। বাহ্যিক গাঁঠনিত এটি ছনেট পেট্ৰাৰ্কীয় বা শেক্সপীয়েৰীয় আকৃতিৰ হলেও মিল বিন্যাসত ছনেটকাৰসকলে অভিনৱত্ব প্ৰদৰ্শন কৰি আহিছে। ৰবীন্দ্ৰ নাথ ঠাকুৰ এই ক্ষেত্ৰত এটি জ্বলন্ত নিদৰ্শন। গতিকে, চকুলো ৰ কবিতাখিনি আমি শিথিল ৰীতিৰ এবিধ ছনেট বুলি গ্ৰহণ কৰিব পাৰো।।

ছনেটৰ একোটি শাৰীৰ অক্ষৰ সংখ্যাৰ ফালৰ পৰা মালচ ৰ ছনেটৰ আৰু চকুলো ৰ ছনেটৰ মাজত পাৰ্থক্য আছে। মধুসূদনে প্ৰচলন কৰা ৰীতি অনুসৰি মালচ ৰ ছনেটত চৈধ্য অক্ষৰ ব্যৱহাৰ কৰা হৈছে। কিন্তু চকুলো ৰ ছনেটৰ একোটি শাৰীত বৰবৰুৱাই যোল্ল অক্ষৰ ব্যৱহাৰ কৰিছে। ছনেট গুচ্ছৰ ওঠৰটিত এই নিয়ম মানি চলা হৈছে। ইয়াৰে আন তেৰটিত তেওঁ এটি অভিনৱ ৰীতি মানি চলা দেখা যায়। ইয়াৰ একোটি চতুষ্কৰ প্ৰথম আৰু তৃতীয় শাৰী যোল্ল অক্ষৰৰ দ্বিতীয় আৰু চতুৰ্থ শাৰী চৈধ্য অক্ষৰৰ কিন্তু যুগ্মকৰ দুই শাৰী যোল্ল অক্ষৰৰ। চকুলো ৰ এটি ছনেটৰ উদ্ধৃতিৰে এই অভিনৱত্ব পৰীক্ষা কৰি চাব পাৰি —

> নোলায় চকুলো মোৰ পুত্ৰৰ শোকত প্ৰভু!
> পুত্ৰ-শোক সন্তাপৰ নোহে ইটো চিন
> ইযে মুকুতাৰ মালা তোমাৰেই প্ৰতিদান
> (দেৱ মনোলোভা বস্তু) শোভে ৰাতি দিন॥
> তোমাৰে ফুলনিবাৰী তোমাৰেই তৰুলতা
> যি ফুল ফুলিল তাত তাৰে এটি আনি
> আঁপলো পূজাৰ অৰ্ঘে ভকতি-পঙ্কজে আজি

তোমাৰ পাৰতে পুহু লোৱা প্ৰভু! তুমি ॥
ই চকুলো নোহে মোৰ অপত্য শোকৰ চিন
ইযে প্ৰভু! পুত্ৰজ'ই নিৰ্ম্মালি পিতাৰ
(স্বৰ্গীয় অঞ্জনৰূপী) ছুয়োটি চকুতে পিন্ধি
আজীৱন থ'ম চাই চৰণ তোমাৰ ॥
চকুলো তুধাৰি প্ৰভু! তোমাৰ নিৰ্ম্মালি মোৰ
অন্ত হৰ অভিমত তন্ত হৰ মোহ ঘোৰ ॥ (ছনেট নং১)

প্ৰতি শাৰীতে চৈধ্য অক্ষৰ যুক্ত ছনেট মাত্ৰ ছুটি ( ৮ন আৰু ১৯নং ) আৰু শিথিল ৰবীন্দ্ৰ আৰ্হিৰ ছনেট মাত্ৰ এটি (৩নং) চকুলোত পোৱা যায়। ৰবৰুৱাৰ বাকীচৰ গোটেইখিনি ছনটৰে প্ৰতি শাৰীৰ অক্ষৰ সংখ্যা চৈধ্য আৰু ইয়াত শিথিল ৰবীন্দ্ৰ আৰ্হিৰ ছনেট পোৱা নাযায়। ৰবৰুৱাৰ পূৰ্ব্ববৰ্তী ছনেটকাৰসকলে এই আৰ্হিৰ ছনেট ৰচনাত হাত দিছিল। চকুলোৰ ৩ ছনেটটি সেয়ে ৰবৰুৱাৰ ছনেট আৰ্হিৰ এটি ব্যতিক্ৰম বুলি আমি গণ্য কৰিব পাৰো।

অন্তৰ্দ্দাহ নোহে ইটো নোহে প্ৰাণৰ বেদনা
নোহে ইটো পুত্ৰশোক পুত্ৰশোকৰ যাতনা ॥
মানৱী জন্মৰ ইটো স্বোপাৰ্জ্জিত কৰ্ম্মফল
বিভু পূজা-লব্ধ দ্ৰব্য শান্তিময় সুবিমল ॥
সমৰ্পি পুত্ৰ সুখে তব ছুটি চৰণত
পূজা কৰি আজীৱন সেহ পদ পঙ্কজত
লভিছো ই বস্তু প্ৰভু! অতুল তোমাৰ বৰ
মৰতত কৰ্ম্মফল অন্তৰ্দ্দাহ অন্তৰৰ ॥
ইটো কৰ্ম লব্ধ দ্ৰব্য পূজান্তত শান্তি জল
ইটো তব আশীৰ্ব্বাদ, মোৰ পূৰ্ব্ব পুণ্য ফল ॥
ই বস্তু যি লভে প্ৰভু! হিয়া তাৰ শান্তিময়
শান্তি সুধা পূৰ্ণ তাৰ শান্তিৰ প্ৰবাহ বয় ॥
তুমি প্ৰভু! যজ্ঞেশ্বৰ, যজ্ঞ মোৰ সমাপন
দিলো পুত্ৰ পূৰ্ণাহুতি, কৰাহে তুমি গ্ৰহণ ॥

সাতটি পয়াৰ যুগ্মকৰ মাত্ৰ দ্বিতীয় আৰু পঞ্চম যুগ্মকৰ মিল একে। বাকী যুগ্মকৰ মিল সুকীয়া সুকীয়া। শেষৰ যুগ্মকটিত শেক্সপীয়েৰীয় আৰ্হিৰ যুগ্মকৰ দৰে ছনেটৰ ভাৱ ঘনীভূত হৈছে। ছনেটটিৰ মিল বিন্যাস হ'ল কক খখ গগ ঘঘ খখ ঙঙ চচ ধৰণৰ।

মুঠতে ছনেটৰ গঠন ৰীতি, মিল বিন্যাস আৰু বিষয় বস্তুৰ সম্প্ৰসাৰণ আৰু গুচ্ছ ধৰ্ম্মিতা আদি দিশৰ পৰা চকুলো বৰবৰুৱাৰ শেষ অথচ সম্পূৰ্ণ অভিনৱ কাব্যিক সৃষ্টি। এজন পুত্ৰহাৰা পিতৃৰ হিয়াৰ করুণ বিননিৰ তপত চকুলো কাব্যৰ প্ৰতি শাৰীৰ মাজেদি বৈ আছে। এই চকুলোৱে ছনেটৰ গতানুগতিক মিল বিন্যাসৰ পাৰ ভাঙি এক অপূৰ্ব্ব কাব্যিক ৰূপ লাভ কৰিছে। এনে শোক প্ৰকাশিকা গুচ্ছ-ধৰ্ম্মী ছনেট কাব্য অসমীয়া সাহিত্যতে কিয় সমগ্ৰ ভাৰতীয় সাহিত্যতে নিশ্চয় বিৰল। ১

১। ছনেটৰ আলোচনাটি যুগুত কৰোতে তলৰ গ্ৰন্থ কেইখনিৰ বিশেষভাৱে সহায় লোৱ হৈছে —

১॥ ড উত্তম কুমাৰ দাশ বাংলা সাহিত্যে সনেট।

২॥ ড শিশিৰ কুমাৰ দাশ চতুৰ্দ্দশী।

৩॥ ড সুকুমাৰ সেন বাঙ্গালা সাহিত্যেৰ ইতিহাস। (২য় খণ্ড)

৪॥ মোহিতলাল মজুমদাৰ বাংলা কবিতাৰ ছন্দ।

৫॥ ড মহেন্দ্ৰ বৰা অসমীয়া কবিতাৰ ছন্দ।

৬॥ Dr Mahendra Bora Fundamentals of Assamese Metre (A doctoral thesis of G U)

৭॥ Dr R M Misra The Elizabethan Sonnet Sequence (A doctoral thesis of G U)

৮॥ John Fuller The Sonnet (The Critical Idiom)

৯॥ William Benton (ed) Encyclopaedia Britanica (Vol. 20)

১০॥ ডিম্বেশ্বৰ নেওগ অসমীয়া সাহিত্যৰ অধ্যয়ন

১১॥ নগেন শইকীয়া সম্পাদিত হিতেশ্বৰ বৰবৰুৱা স্মৃতিমালা।

## ষষ্ঠ অধ্যায

# ॥ হিতেশ্বৰ বৰবৰুৱাৰ অন্যান্য গীতি-কবিতা ॥

(ক) ঢোপাকলি ( ২য় খণ্ড ) (খ) টিফুক প্ৰবাস ( ঢোপাকলিৰ ওপৰঞ্চি )
(গ) সন্তপ্তৰ হাঁমনাও ( এটি শোক কবিতা গুচ্ছ ) ( বিৰহিণী বিলাপৰ ওপৰঞ্চি )

(ক) ॥ ঢোপাকলি ॥ ( ২য় খণ্ড )

হিতেশ্বৰ বৰবৰুৱাৰ সাহিত্যিক মহাকাব্য দীৰ্ঘাৱয়ৱী কবিতা ছনেট আৰু ছনেট গুচ্ছৰ আলোচনাৰ অন্তত আমি তেওঁৰ অন্যান্য গীতি কবিতা আৰু শোক কবিতাৰ এটি আলোচনা এই অধ্যায়ত দাঙি ধৰিছোঁ।

অসমীয়া কবিতালৈ বৰবৰুৱাৰ প্ৰথম অৰিহণা ঢোপাকলি —১৯০২ খ্ৰীষ্টাব্দত প্ৰকাশিত হয়। ১৮৯৯ খ্ৰীষ্টাব্দতে ৰচনা কৰা কিছুমান ছনেট আৰু গীতি-কবিতা ঢোপাকলিত প্ৰকাশ পায়। ইয়াৰ প্ৰথম খণ্ডত থকা একাৱনটি ছনেট আৰু দ্বিতীয় খণ্ডত থকা চৈধ্যটি গীতি কবিতা ১৮৯৯ খ্ৰীষ্টাব্দতে সৃষ্টি নিশ্চয় নহয়। বৰবৰুৱাই কবিতা সৃষ্টিত হাত দিছিল কুৰিৰ দেওনা পাৰ হোৱাৰ আগৰ পৰাই। বৰবৰুৱাৰ পৰিয়ালবৰ্গৰ মৌলিক আৰু লিখিত বিবৃতিৰ পৰা আমি এই কথা জানিব পাৰিছোঁ। বৰবৰুৱাৰ জ্যেষ্ঠ জোঁৱাই উমাকান্ত গোহাঁয়ে লিখিছে His ( Bor Boruah s ) first Production was **Dhopa Kali** written at the Tifook Tea Garden when he was probably within his teens serving as a clerk in that garden [১] তদুপৰি বৰবৰুৱাৰ জ্যেষ্ঠ ভ্ৰাতৃৰ জ্যেষ্ঠপুত্ৰ শশী বৰবৰুৱাই আমাক জনোৱা মতে বৰবৰুৱাই ছাত্ৰ অৱস্থাতে পৃথিৱীৰ শ্ৰেষ্ঠ সাহিত্যৰ গ্ৰন্থ অধ্যয়নত একাণপতীয়াকৈ লাগিছিল আৰু লগে লগে পৰীক্ষামূলক প্ৰচেষ্টাৰে অসমীয়াত কাব্য আৰু ছনেট লিখিবলৈ আৰম্ভ কৰিছিল। এনে কাব্যত লিপ্ত হৈ তেওঁ এণ্ট্ৰেন্স পৰীক্ষা দিয়াৰ পৰাও বিৰত থাকে। হিতেশ্বৰ বৰবৰুৱাৰ বয়স মাত্ৰ তেইশ বছৰ যেতিয়া ১৮৯৯ খ্ৰীষ্টাব্দত তেওঁৰ ঢোপাকলি প্ৰকাশৰ বাবে সাজু হয়। তেওঁৰ টিফুক প্ৰবাস নামৰ কবিতাটিত উল্লেখ থকা 'বিৰহিণী বিলাপ কাব্য ( ১৮৯৯—১৯১২ ) 'তিৰোতাৰ আত্মদান কাব্য ( ১৯ ২—১৯১২ ) 'কমতাপুৰ ধ্বংস কাব্য (১৯ ৩) মালিতা ( বুৰঞ্জীমূলক উপন্যাস ১৯ ৩) আৰু

---

১। Uma Kanta Gohain *A Brief Account about Late Hiteswar Borboruah s Life* ( *in manuscript* )

'মালচ (১৯ ২—১৯ ২) হয় পূৰ্ণভাৱে নহয় আংশিকভাৱে ১৯০২ খ্ৰীষ্টাব্দৰ ভিতৰতে ৰচিত হৈছিল। ঢোপাকলিৰ সৈতে একেলগে ১৯ ২ খ্ৰীষ্টাব্দত প্ৰকাশ হোৱা টিফুক প্ৰবাস নামৰ কবিতাটিয়ে এই কথাৰ সত্যতা প্ৰতীয়মান কৰে। কৃবিৰ দেওনা পাৰ নোহওঁতেই ছাত্ৰ বৰবৰুৱাই অসমীয়া সাহিত্য ক্ষেত্ৰত কাব্য আৰু ছনেটৰ খি কঠীয়া পাৰিবলৈ আৰম্ভ কৰে, পিয়ে কালক্ৰমত অসমীয়া সাহিত্য তঁৱালৰ অক্ষয় সম্পদ হৈ ৰ ল। গতিকে ঢোপাকলি আৰু কবিৰ অন্যান্য ৰচনাৰ (বিশেষকৈ টিফুক-প্ৰবাস'ত উল্লেখিত) মাজত সীমাৰেখা টনা যুক্তিসঙ্গত নহৰ। কবিৰ প্ৰাৰম্ভিনি ৰচনাই প্ৰায় একে সময়ৰে সৃষ্টি।

ঢোপাকলি'ৰ প্ৰথম খণ্ডৰ একাৰমটি ছনেট আঁতৰাই আৰি তাৰ লগত আন বহুখিনি ছনেট সংযোগ কৰি মালচ নামৰ ছনেট পুথিখনি যুগুত কৰা হয়। মালচৰ পাতনিত বৰবৰুৱাই এই কথাৰ উল্লেখ কৰিছে এই পুথিৰ কিছুমান কবিতা বাঁহী উষা আৰু আলোচনীত প্ৰকাশ হৈছিল আৰু কিছুমান ইং ১৯ ২ চনত ঢোপাকলি নামে পুথি আকাৰে ছাপা হৈছিল। বাকীখিনি আগেয়ে ছাপা হোৱা নাই। গতিকে মালচৰ ছনেটখিনি কবিৰ বিভিন্ন সময়ৰ সৃষ্টি আৰু এই পুথিৰ পৰিকল্পনা ১৯ ২ খ্ৰীষ্টাব্দতে কৰা হৈছিল যদিও ১৯১৮ খ্ৰীষ্টাব্দতহে ই প্ৰকাশিত হয়। মালচৰ জন্মই ঢোপাকলিৰ প্ৰথম খণ্ডৰ সমাধি ৰচনা কৰে। মালচৰ আলোচনা আমি ইতিমধ্যে কৰি আহিছোঁ। এই অধ্যায়ত আমি ঢোপাকলিৰ ২য় খণ্ডটিৰ আলোচনা এটিহে দাঙি ধৰিছোঁ।

ঢোপাকলি ২য় খণ্ডৰ চৈধ্যটি কবিতাৰ ছয়টিত কবিয়ে জীৱন আৰু জগতৰ ওপৰত দৃষ্টিপাত কৰিছে। এই কবিতা কেইটি হ ল জীৱন-নাও যোৱা মই নাযাওঁ তালৈ 'মৰুভূমিত ফুল ; মৰুভূমিত মৰীচিকা সন্তাপ (ক) আৰু সন্তাপ (খ)। অন্য ছয়টি কবিতা হল জনমভূমিৰ স্নেহ কুলি আমৰ ভিতৰত পোক দেখি গোলাপত কাঁইট এটি বছেৰেকীয়া লৰাৰ মৃত্যুত আৰু ঔষধ আৰু ইয়াৰে কেইটিমানত ইংৰাজ ৰোমাণ্টিক কবি ৱৰ্ডচৱৰ্থ শেলী কীটছ, চাল চ লেম আৰু চাৰ ৱালটাৰ স্কটৰ গীতি-কবিতাৰ প্ৰভাৱ লক্ষ্য কৰা যায়। বাকী দুটি কবিতা লক্ষণ বৰ্জ্জন কাব্যৰ (অসমাপ্ত) ১ম আৰু ২য় সৰ্গ।

প্ৰথম ছয়টি কবিতাৰ অধ্যয়নে বৰবৰুৱাৰ জাগতিক জীৱনৰ প্ৰতি দৃষ্টি সদৰী কৰে। আমি উপক্ৰমণিকা ত উল্লেখ কৰি আহিছোঁ— জোনাকী আৰু 'বিজুলী নামৰ আলোচনী দুখনিয়ে অসমীয়া সাহিত্যৰ ৰোমাণ্টিক আন্দোলনৰ ধ্বজা বহন কৰে। হিতেশ্বৰ বৰবৰুৱাৰ ৰোমাণ্টিক ভাৱধাৰাই গীতি-কবিতাৰ মাজেদি আত্ম-প্ৰকাশ কৰে। এই সময়ৰ অসমীয়া কবিসকলৰ ওপৰত ইংৰাজ ৰোমাণ্টিক কবিসকলৰ প্ৰভাৱ অতি সুদৃঢ়। ৰোমাণ্টিক কবিয়ে নিজৰ ওপৰত আৰু ভেওঁৰ চাৰিওকাষে থকা জগতৰ ওপৰত কৌতূহলপূৰ্ণ দৃষ্টি নিক্ষেপ কৰে আৰু জীৱন

প্ৰকৃতি আৰু জগতৰ আঁৰৰ ৰহস্যৰ আঁত বিচাৰি হাবাথুৰি খায়। এনে চিন্তাই সৃষ্টি কৰে বিভিন্ন গীতি কবিতা। এজন সমালোচকে ৰোমাণ্টিক আদৰ্শৰ স্বৰূপ নিৰ্ণয় কৰি লিখিছে :
"In the earlier literature spiritual salvation is an absolute condition to which the individulal soul aspires and which he can achieve with finality It is a state of being In Romantic literature personal self continues to find a basis for affirmation It is a state of constant becoming There is for the Romantic thinker unlike his predecessor in the Enlightenment, no such thing as an absolute goal or achievable perfection, but only the continual act of seeking, a process itself The paradox of imperfection by which man believes that though he can never achieve perfectiou he must continually move toward it if he is to find self realisation is an esssential aspect of Romanticism In its positive forms Romanticism has accepted the human dilemma for what it is paradoxically making man s imperfection in its negative form it has left man without certitude The principal manifestation of Romanticism in literature is to be found in those works concerned with the search for reality by means of the quest for self identity or full self expression [২]

সৃষ্টিৰ ৰহস্যৰ পম খেদি খেদি ৰোমাণ্টিক্ কবিয়ে আত্ম পৰিচয় আৰু পূৰ্ণ আত্ম অভিব্যক্তিৰ মাজেদি চিৰসুন্দৰৰ সন্ধানত ব্ৰতী হয়। এই দৃষ্টি-কোণৰ পৰা আমি বৰবৰুৱাৰ এই গীতি কবিতা কেইটি বিচাৰ কৰি চাব খুজিছোঁ।

প্ৰথম লানিৰ প্ৰথম কবিতা জীৱন নাওত কবিয়ে জীৱনৰ অনন্ত জিজ্ঞাসাৰ এখনি কাব্যিক চিত্ৰ দাঙি ধৰিছে। মানৱ জীৱন এখনি নাও সদৃশ। সাংসাৰিক ঢৌ খুমুহাৰ তালে তালে ৰহস্য সাগৰত এই নাও অনন্তৰ অভিমুখে গতি কৰিছে। কবিৰ আন এটি দৃষ্টিত মানৱ-জীৱন মৰুভূমি সদৃশ সময়ৰ ঢৌৱে ইয়াক কোবাই আছে। সাংসাৰিক বাধা বিঘিনিয়ে মানৱৰ অনন্ত জিজ্ঞাসা ব্যাহত কৰিব নোৱাৰে। অপাৰ অনুসন্ধিৎসাৰ চৰম হতাশাৰ মুহূৰ্ত্তত মানৱে সৃষ্টিকৰ্ত্তাৰ আশ্ৰয় গ্ৰহণ কৰে। আত্ম উপলব্ধিৰ মাজেদি সত্তা উপলব্ধিৰ অসীম প্ৰচেষ্টা অবাৰিত ভাবে চলি থাকে। সেয়ে কবিয়ে গাইছে

পানৰ উপৰি পাল ঘনে ঘনে তোলা
বতাহৰ চাল চাই লালে লাহে বলা

২। William H Marshall The Major English Romantic Poets P xxx

অনন্ত সাগৰ হায়।
বুলিলে তৰণী নাই
লাহে লাহে নাওখনি গুৰি ধৰি দিয়া
এলাহ ভাগৰ এৰি ভাঠ কৰি হিয়া॥
কালৰ ধুমুহা বলে জীৱন মকত
বিজুলী চমকে ভয় দেখায় চকুত॥
চোৰাচোৰ গুৰি ফালে
ভাৰেই ঢাকি ললে
লাহে লাহে নাওখনি গুৰি ধৰি দিয়া
এলাহ ভাগৰ এৰি ভাঠ কৰি হিয়া॥ (জীৱন নাও)

যোৰা মই নাযাওঁ তালহ নামৰ কবিতাটিত কবিয়ে সাংসাৰিক জীৱনৰ প্ৰতি আশঙ্কা প্ৰকাশ কৰিছে। পৃথিৱীৰ বিষয় বাসনা চৰিতাৰ্থৰ যি অনন্ত তৃষ্ণা সি কেতিয়াও মানৱ জীৱনত পূৰণ নহয়। মানৱ জীৱনত হাঁহিৰ বাবে স্থান নাই ই কন্দা কটাৰহে ক্ষেত্ৰ। সাংসাৰিক জীৱনত ফুলা ফুলৰ প্ৰকৃত গন্ধ নাই। মানৱ প্ৰাণৰ সুখ আনন্দ আশা আকাঙ্ক্ষা প্ৰেম-প্ৰতিশ্ৰুতি প্ৰকৃতাৰ্থত গন্ধ হীন আৰু অন্ত সাৰশূন্য। সেয়ে কবিয়ে গাইছে:—

ভাত মাথো নিতে কন্দা
নিতউ হৃদয় ফটা
হাঁহিৰ নামেৰে তাত
লেখ মাত্ৰো নাই।
যোৰা—মই নাযাওঁ তালই॥
তাত মাথো ফুলি ফুল
মজায় ভোমোৰা কুল
গোন্ধ নাই ভাপ নাই
মধু তাত নাই।
যোৰা, মই নাযাওঁ তালই॥
চিঙিলে গোলাপ তাত
কাঁইটে বিন্ধিব হাত
কেতেকী পাৰিলে সাপে ভাকিব দেহত।
অকালত যাব প্ৰাণ ফুলৰ লগত॥
মানুহৰ প্ৰাণ মোৰ।
লাগে বৰ ভয়।
যোৰা মই নাযাওঁ তালই॥' (যোঁৱা মই নাযাওঁ তালই)

এই কবিতাটিৰ অন্তর্নিহিত ভাৱ ইংৰাজ কবি কীটছৰ Ode to A Nightingale নামৰ প্ৰখ্যাত কবিতাটিৰ ভাৱৰ লগত কিছু দূৰ মিলে। কীটছেও সাংসাৰিক জীৱন যৌৱন প্ৰেম প্ৰীতি সুখ আনন্দ ৰূপ সৌন্দৰ্য্যৰ প্ৰতি বিতৃষ্ণা প্ৰকাশ কৰি নাইটিংগেল পখীৰ সঙ্গীতৰ সুৰৰ মাজত পৰম আনন্দ আৰু পৰম মুক্তি বিচাৰি পাইছে।

মৰুভূমিত ফুল নামৰ কবিতাটিত কবিয়ে সাংসাৰিক জীৱনটোক এখন নীৰস মৰুভূমিৰ লগত আৰু মানৱ আত্মাক স্বৰগীয় সুধা লব্ধ এপাহি নিষ্কলুষ ফুলৰ লগত বিজনি কৰিছে। পৱিত্ৰ ভাৱে জন্ম লৈ এই আত্মা ফুলপাহিয়ে সুন্দৰ ভাৱে ফুলিবলৈ প্ৰয়াস কৰি আহিছে কিন্তু সংসাৰ মৰুত ই অকালতে লেৰেলি শুকাই গৈছে। স্বৰগৰ বাহিৰে আন কতো এই ফুল পাহি উপযুক্ত হিচাবে ফুলি উঠিব নোৱাৰিব

হায়।
উদ্যান তিয়াগ কৰি
ফুলনি এৰাৰে ভৰি
মৰুৰ মাজত আজি কিয় ফুলা ফুল?
পাহৰি নিজৰ ধৰ্ম্ম
কৰিছা যে কি অকৰ্ম্ম
নাজানো কি ইচ্ছামতে? নে কি মাথোঁ ভুল?
যদি হয় ভুল তুমি
আহিলা ই মৰুভূমি
কাৰউ কৰিছো তুমি পূহু শুচি যোৱা।
যদিওবা মৰু মাজে
তোমাক সুন্দৰ সাজে
তথাপি অলপ তুমি ভৱিষ্যত চোঁৱা॥ (মৰুভূমিত ফুল)

মৰুভূমিত মৰীচিকা নামৰ কাবিতাটিৰ মূলভাৱো প্ৰায় একে ধৰণৰ। জীৱন মৰুত আশা মৰীচিকাই মানৱক হাবাথুৰি খুৱায়। অজ্ঞান মনে এই মৰীচিকাৰ কবলৰ পৰা মুক্তি লাভ কৰিব নোৱাৰে

পিয়াহ গুচুৱা ঠাই
মৰীচিকা! তোত নাই
তই মাথোঁ মহাভ্ৰম মৰুৰ মাজত।
নিৰ্ব্বোধৰ দৰে হায়!
কিমান ভুলিম তোত?
সুপজিৰ নেকি আৰু জ্ঞান হৃদয়ত? (মৰু ভূমিত মৰীচিকা)

সন্তাপ (ক) আৰু সন্তাপ (খ) নামৰ কবিতা দুটিত কবিয়ে তেওঁৰ কাব্য চৰ্চ্চাৰ উচ্চাকাঙ্ক্ষা চৰিতাৰ্থ নোহোৱাত আক্ষেপ কৰিছে। তেওঁৰ সোণালী সপোন ছাঁৰখাৰ হৈ গ'ল কবিতাৰ চোপাকলি ফুল ফুলত বিকশিত নহৈ অকালতে মৰহি শুকাল। অনুশোচনাৰ মাজেদি কবিয়ে বিধিৰ ইচ্ছাক মানি লৈছে

নউ ফুলোতেই
সৰিলে কলিটি
ফুলতে মৰহি গ'ল।
বিধাতাৰ ইচ্ছা
নোৱাৰি খণ্ডাব
যিটো হব লাগে হ'ল॥ [সন্তাপ (ক)]

দগ্ধ হৃদয়ৰ জুই আৰু সুহুমায
সুগুছেযে আৰু হায়! চকুলো চকুৰ।
জন্মাবধি কন্দা দেখো আৰু যুগে
হৃদয়ৰ দুখ মোৰ যাতনা দুৰ্ঘোৰ॥ [সন্তাপ (খ)]

ওপৰত আলোচনা কৰা ছয়োটি কবিতাৰ মাজেদি জীৱনৰ এক অৱসাদৰ সুৰ বাজি উঠিছে আৰু কবিয়ে এটি দাৰ্শনিক উপলব্ধিৰ বাবে প্ৰয়াস কৰিছে।

আন ছয়টি গীতি কবিতাৰ ভিতৰৰ জনম ভূমিৰ চেনেহ নামৰ কবিতাটি চাৰ ৱাল্টাৰ স্কটৰ Patriotism নামৰ কবিতাটিৰ অসমীয়া অনুবাদ। এই কবিতাটিৰ আন এটি জনপ্ৰিয় অনুবাদ কৰে—পদ্মধৰ চলিহাদেৱে। বৰবৰুৱাৰ অনুবাদো অতি প্ৰাঞ্জল আৰু মনোগ্ৰাহী

আছেনে এনুৱা লোক আগ্ৰহ বিহীন?
কেতিয়াও জীৱনত যিটো কোৱা নাই
আপোনাৰ অন্তৰতে আপোন মনতে
এয়ে মোৰ আপোনাৰ জনমৰ ঠাই।
আছেনে এনুৱা লোক? যিজনৰ মন
—বিদেশৰ পৰা যবে নিজা দেশে আহে
জনম ভূমিৰ ভাবি স্নেহ সুমধুৰ
হৃদয় দুখেৰে ভৰা নভৰে উলাহে?
আছে যদি এনে লোক চিনি ৰাখা তাক
মুখলে কাৰণে তাৰ কবিব উলাহ!
যদিও পদবী তাৰ অনেক ডাঙৰ

প্ৰাসঙ্গ যদিও তাৰ নামৰ বতাহ ॥
অসাৰ সম্পত্তি আৰু পদবী থকাতো
দুৰ্ভাগ্য যা বৰ্ণপৰে তোৰ জীৱনত
নোৱাৰে আৰ্জিব যশ! প্ৰাণ পৰিহৰি
লয় পাব দেহা তাৰ ধূলিৰ জগত ॥
মৰণ শুনিলে তাৰ নাকান্দে কোনেও
কবিতা নিলিখে কবি তাৰ মৰাত।
নকৰে কোনেও একো তাঁৰ নাম কৰি
নামেহ নথাকে তাৰ কাৰো হৃদয়ত ॥ (জনম ভূমিৰ চেনেহ)

মাধুৰ্য্য আন এটি কবিতা কুলিৰ ওপৰত উইলিয়াম ৱৰ্ডচৱৰ্থৰ To the Cuckoo নামৰ কবিতাটিৰ ছাঁ পৰিছে যদিও অনুবাদ নহয়। 'আমৰ ভিতৰত পোক দেখি নামৰ কবিতাটিৰ মূল ভাৱ সংস্কৃতৰ পৰা লোৱা হৈছে। গোলাপত কাহঁট এটি দ ৰোমাণ্টিক ভাৱৰ কবিতা। গোলাপ—মানৱৰ আশা-আকাংক্ষাৰ প্ৰতীক কিন্তু কাহঁট—সাংসাৰিক বাধা বিঘিনিৰ প্ৰতীক। গোলাপৰ অনুসন্ধানকাৰী মানৱ কাহঁটৰ আঁচোৰত ক্ষত বিক্ষত হয়

কায়েটীয়া গছে ওচ ফুলিলি গোলাপ।
মুখৰ হাঁহিৰে মোক কৰিলি পগলা।
তোক হেপাহতে মই তোকে আশা কৰি
কায়েটৰ খুচি খুচি হলো জলাবলা। (গোলাপত কাহঁট)

এই শাৰী কেইটিয়ে প্ৰখ্যাত ইংৰাজ কবি শ্বেলীৰ Ode to the West Wind নামৰ কবিতাটিৰ তলৰ সৰ্বজনবিদিত শাৰী কেইটিলৈ মনত পেলায়

I fall upon the thorns of life।
I bleed।

বৰবৰুৱাৰ আটাইতকৈ চুটি গীতি কবিতাটিৰ নাম— এটি নৱজাতকীয়া লৰাৰ মৃত্যুত। এই কবিতাটিয়ে ইংৰাজ কবি চাৰ্লচ লেম্বৰ On An Infant Dying As Soon As Born নামৰ কবিতাটিৰ কথা মনলৈ আনে। মাত্ৰ চাৰি শাৰীৰ এই কবিতাটিয়ে এক গভীৰ কাব্যিক চিন্তাৰ আভাস দিয়ে —

নউ পাওঁতেই হায়। সংসাৰৰ দুখ
দুখুৰোৱাতে সংসাৰৰ কুটিল চক্ৰত
গহুছে মইনাকণ। প্ৰাণ পৰিহৰি
অনন্ত শান্তিৰে ভৰা স্বৰ্গৰ মাজত ॥

ঔষধ নামৰ কবিতাটিত উচ্চ ভাৱৰ কোনো ধলকনি উঠা নাই।

ঢোপাকলিৰ ২য় খণ্ডত লক্ষ্মণ বৰ্জ্জন নামৰ এখনি অসমাপ্ত কাব্যৰ দুটি সৰ্গ পোৱা যায়। প্ৰথম সৰ্গত কবিয়ে বাগেদৱী বন্দনা কৰি গাইছে

"আঁহা তেনে আঁহা আই! করুণা চকুৰে
কৃপা কৰি চোৱা। হায়! এই অধমক
বৈধব্য-জ্বালাত আজি উৰ্ম্মীলা দেবীক
কন্দুৱাও মহাশোকে বৰ্জ্জি লক্ষ্মণক॥

এই বাগেদৱী বন্দনাটিত দহোটি পংক্তি আছে। ৰামচন্দ্ৰই ভ্ৰাতৃ লক্ষ্মণক বৰ্জ্জন কৰাৰ যি করুণ কাহিনী তাকে কাব্যত ৰূপায়িত কৰিবলৈ প্ৰয়াস কৰি কবিয়ে বাগেদৱীৰ কৃপা প্ৰাৰ্থনা কৰিছে।

দ্বিতীয় সৰ্গত স্বৰ্গৰ ইন্দ্ৰৰ ৰাজসভাৰ এটি মনোৰম বৰ্ণনা আছে। অমৰাৱতীৰ বিমল জ্যোতিৰ মাজত মধুৰ সঙ্গীতৰ মূৰ্চ্ছনা উঠিছে। ৰম্ভা অলম্বুযা তিলোত্তমাৰ সঙ্গীতৰ তালে তালে উৰ্ব্বশী উষা আৰু মিশ্ৰকেশীয়ে নৃত্য কৰিছে। অপেশ্বৰী সকলৰ নৃত্য গীত আৰু নৰগৰ সমস্ত সৌন্দৰ্য্যই দেৱৰাজ ইন্দ্ৰৰ মন যেন মুহিব পৰা নাই। ইন্দ্ৰ অতি চিন্তাক্লিষ্ট হৈ সিংহাসনত বহি ৰল। অৱশেষত অপেশ্বৰীসকলৰ নৃত্য গীত বন্ধ হল। ইন্দ্ৰ পত্নীয়ে ইন্দ্ৰক এনে অস্বাভাৱিক বিষাদৰ কাৰণ সুধিলে। ইন্দ্ৰই পত্নীৰ কৌতুহল নিবাৰণ কৰিবলৈ ৰামায়ণৰ করুণ কাহিনী কবলৈ আৰম্ভ কৰিলে

জানা তুমি প্ৰিয়তমা। ত্ৰিদশ ঈশ্বৰি।
কি কাৰণে গল সীতা পাতাল পুৰত
কান্দি কান্দি দুখে শোকে হায়। অকালত
কন্দুৱাই অযোধ্যাক দারুন শোকত॥

এই পংক্তিৰ লগে লগে দ্বিতীয় সৰ্গৰ অসমাপ্তভাৱে সামৰণি পৰে। লক্ষ্মণ বৰ্জ্জনৰ ওপৰত কাব্যখনি কিয় সম্পূৰ্ণ কৰা নহল—ইও এটি বিশেষ প্ৰশ্ন। বৰবৰুৱাৰ সাহিত্যিক মহাকাব্য ৰচনাৰ মূল প্ৰেৰণা আছিল—জাতীয় বুৰঞ্জীৰ গৌৰৱময় কাহিনী আৰু অসীম স্বদেশ-প্ৰীতি। পোন প্ৰথমবাৰৰ বাবে ৰামায়ণৰ ধৰ্ম্মীয় কাহিনীৰ আধাৰত লক্ষ্মণ বৰ্জ্জন কাব্য ৰচনা কৰাৰ যি প্ৰচেষ্টা—সি বৰবৰুৱাৰ প্ৰকৃত কাব্যাদৰ্শৰ ভিতৰৰ বস্তু নাছিল। তদুপৰি কাব্যখনি অমিত্ৰাক্ষৰ ছন্দত লিখা হোৱা নাছিল। মুঠতে কাব্যৰ বিষয় বস্তু আৰু ছন্দ সজ্জা দুয়োটি দিশৰ পৰাই লক্ষ্মণ বৰ্জ্জন যে বৰবৰুৱাৰ অতি আগতীয়া কাব্যিক প্ৰচেষ্টা আছিল তাত সন্দেহ নাই। এনে বিষয় বস্তু আৰু ছন্দ ৰীতি পৰিত্যাগ কৰি বৰবৰুৱাই অৱশেষত বুৰঞ্জীমূলক বিষয় আৰু অমিত্ৰাক্ষৰ ছন্দ নিৰ্ব্বাচন কৰি লয়। বৰবৰুৱাৰ এই অসম্পূৰ্ণ কাব্যখনিয়ে ইংৰাজ কবি কীটছৰ অসম্পূৰ্ণ কাব্য 'Hyperion' লৈ মনত পেলায়।

(খ) ॥ 'টিফুক প্ৰবাস' ॥ ( ঢোপাকলিৰ ওপৰঞ্চি )

ঢোপাকলিৰ ওপৰঞ্চি হিচাবে থকা টিফুক প্ৰবাস নামৰ কবিতাটিৰ এটি বিশেষত্ব আছে। চৈধ্য পংক্তিৰ এই কবিতাটিক আমি বৰবৰুৱাৰ কাব্যিক আত্মজীৱনী বুলি আখ্যা দিব পাৰোঁ। টিফুকত চাহ বাগিচাৰ চাকৰি কৰিবলৈ যোৱাৰ লগে লগে কবিয়ে মুকলিমূৰীয়াকৈ কাব্য সাধনাত ব্ৰতী হব নোৱাৰা হ'ল। টিফুকলৈ যোৱাৰ আগতে কবিয়ে একাগ্ৰতীয়াকৈ কাব্য চৰ্চ্চাত লাগি আছিল আৰু এডালি এডালিকৈ কেইবাডালি কাব্য মালা বাগ্দেৱীৰ চৰণত অৰ্পণ কৰিছিল। সেয়ে কবিয়ে গাইছে

বহুদিন হল দেৱী কবিৰ ঈশ্বৰি।
হেৰুৱালো। স্বাধীনতা অমূল্য ৰতন।
পৰৰ অধীন তুমি কৰিলা দাসক।
পৰাধীন। নাই ভজা তব শ্ৰীচৰণ॥
আহাহা। পৰাণ কান্দে। আছিলে এদিন
তোমাৰ পাৱতে মন কৰি সমৰ্পণ
গভীৰ দুপৰ নিশা নিজম গহীন
কৰিছিলো। নিতে তব পদ আৰাধন॥
কল্পনা সখীক লই কবিতা বনত
ফুৰিছিলো। নিতে তুলি ফুল কবিতাৰ
গাঁথিছিলো কত মালা পূজিবৰ মনে
দুখনি চৰণ বীণা বাদিনি। তোমাৰ।'
তিৰোতাৰ আত্মদান মইনা মালিতা
বিৰহ ব্যাকুলা দীনা বিৰহিণী নাৰী
ধনদা কমল নাট ধ্বংস কমতাৰ
মালচ নামেৰে সেই ফুলনিৰ বাৰী॥ ইত্যাদি

ইয়াৰ পৰা এই কথা সহজে বুজিব পাৰি যে তিৰোতাৰ আত্মদান কাব্য মইনা মালিতা বিৰহিণী বিলাপ ধনদা কমল নাট কমতাপুৰ ধ্বংস কাব্য আৰু ছনেটপুথি মালচ হয় পূৰ্ণভাৱে নহয় আংশিকভাৱে কবিৰ টিফুক প্ৰবাসৰ আগতেই ৰচনা কৰা হৈছিল। এই টিফুক প্ৰবাস কবিতাটি ঢোপাকলিৰ লগতে ১৯০২ খ্ৰীষ্টাব্দত প্ৰকাশিত হৈছিল। গতিকে ইয়াত উল্লেখ থকা গ্ৰন্থখিনি ১৯০২ খ্ৰীষ্টাব্দৰ আগৰ ৰচনা। অৱশ্যে এই গ্ৰন্থখিনিৰ কেইবাখনিও যে ১৯০২ খ্ৰীষ্টাব্দৰ আগতে সম্পূৰ্ণ কবিব পৰা হোৱা নাছিল—এই কথা কবিৰ গ্ৰন্থ ৰচনাৰ সময় তালিকাই প্ৰমাণ কৰিব।

টিফুকৰ চাকৰি জীৱনত কাব্য ৰচনাৰ স্বাধীনতা হেৰুৱাই কবিয়ে অনুতাপ কৰিছে। কাব্য সাধনাৰ কাৰণে তেওঁ ছাত্ৰ-জীৱনৰ অধ্যয়নকে বাদ দিছিল—, কিন্তু টিফুকৰ জীৱন তেওঁৰ সাধনাত এক প্ৰকাৰ বাধা স্বৰূপ হৈ থিয় দিলে

যাক লাগি অকালত তিয়াগিলে পঢ়া
নোৱাৰিলে তাৰ একো কৰিব ভাৱতি।
সেই দুখে মাথো তাৰ কান্দিছে পৰাণ
কৃপাময়ি! কৰা কৃপা কৰিছে মিনতি॥
সৰিলে অকালে তাৰ আকাশ কুসুম
মনৰ কামনা আই! নহ'ল পূৰণ'
সি কাৰণে কান্দে আজি এই প্ৰবাসত
অভাগা হিতেশে ধৰি তোমাৰ চৰণ॥

কিন্তু চাহ বাগিচাৰ নীৰস চাকৰি জীৱনে কবিৰ সাধনা ব্যাহত কৰিব নোৱাৰিলে। আজীৱন চাহ বাগিচাৰ কেৰাণীৰ চাকৰিত লাগি থাকিও বৰবৰুৱাই যি অবদান দি গ'ল—সি অসমীয়া সাহিত্যৰ ভঁৰালত চিৰ দিন অমূল্য ৰত্ন হৈ থাকিব।

(গ) ॥ সন্তপ্তৰ হামৰাও॥ (এটি শোক কবিতা গুচ্ছ)
(বিৰহিণী বিলাপ কাব্যৰ ওপৰঞ্চি)

আমি আগৰ আলোচনাতে লক্ষ্য কৰিছো—কেনেকৈ পাৰিবাৰিক বিয়োগ বেদনা কবি বৰবৰুৱাক মৰ্মাহত কৰিছিল আৰু কেনেকৈ ইয়াৰ প্ৰভাৱতে তেওঁৰ সাহিত্য সৃষ্টিত করুণ ৰসে প্ৰাধান্য লভিছিল। ১৯১৩ খ্ৰীষ্টাব্দত বিৰহিণী বিলাপ কাব্য প্ৰকাশ হোৱাৰ পিছৰে পৰা কবিৰ পৰিয়ালত এটা এটাকৈ পাচটা বিয়োগ বেদনা সংঘটিত হয়। ১৯১৩ খ্ৰীষ্টাব্দত কবি ভগ্নী ৰত্নদাৰ মৃত্যুৰ সৈতে এই বিয়োগ নাটৰ আৰম্ভণি হয়। ১৯২১ খ্ৰীষ্টাব্দৰ ২৪ আগষ্টত কবিৰ কনিষ্ঠ পুত্ৰ বিপিনৰ আকস্মিক মৃত্যুৰ লগে লগে এই বিয়োগ নাটৰ সামৰণি পৰে। বিপিনৰ মৃত্যুক লৈ কবিয়ে ৰচনা কৰা দুটি গুচ্ছ চকুলোৰ আলোচনা আমি ইতিমধ্যে কৰি আহিছো। বিপিনৰ মৃত্যুৰ আগৰ অতীৱ করুণ বেদনা হ'ল—১৯১২ খ্ৰীষ্টাব্দত কবিৰ প্ৰিয়তমা পত্নীৰ বিয়োগ। ১৯১৩ খ্ৰীষ্টাব্দ আৰু ১৯১২ খ্ৰীষ্টাব্দৰ মাজত কবিৰ অতি চেনেহৰ ভ্ৰাতৃ সুৰেশ্বৰৰ মৃত্যু ঘটে ১৯১৬ খ্ৰীষ্টাব্দত আৰু কবিৰ দ্বিতীয় পুত্ৰ জিতেনৰ শোকাবহ মৃত্যু ঘটে ১৯ খ্ৰীষ্টাব্দত। ইয়াৰ ভিতৰতে তেওঁৰ মাতৃৰো বিয়োগ ঘটে। এই পাঁচোটি বিয়োগ বেদনাক লৈ বৰবৰুৱাই পাঁচটি শোক কবিতা (elegiac poem) ৰচনা কৰি সন্তপ্তৰ হামৰাও নাম দি পুথি আকাৰে প্ৰকাশ কৰিবলৈ প্ৰয়াস কৰিছিল। কিন্তু এই কাৰ্য্যত সফলকাম নহৈ অৱশেষত এই শোক কবিতা কেইটা বিৰহিণী বিলাপৰ ওপৰঞ্চি হিচাবে প্ৰকাশ কৰি উলিয়ায়।

সন্তপ্তৰ হামৰাওত থকা শোক কবিতা পাঁচটি হ'ল— ভনীটি ভাইটি আইতা প্ৰাণৰ জিতেন আৰু প্ৰিয়তমা। এই কেইটা কবিতাক আমি অসমীয়া সাহিত্যত বিৰল এটি শোক কবিতা গুচ্ছ (An Elegy Sequence) বুলি কব পাৰো। এই

গুচ্ছটিত মৃত্যু আৰু মৃত্যু বেদনাক মূল বস্তু হিচাপে লৈ কবিয়ে তাৰ মাজেদি তেওঁৰ দাৰ্শনিক দৃষ্টি পৰিস্ফুট কৰিছে। 'বিৰহিণী বিলাপ'ৰ ওপৰঞ্চি হিচাবে থকাত এই গুচ্ছটিৰ সাহিত্যিক বৈশিষ্ট্য অদ্যাপি বিচাৰ কৰা হোৱা নাই। বেলেগে পুথি আকাৰে প্ৰকাশ হোৱা হলে 'সন্তপ্ত হাময়াও' সৰ্ব্বজনবিদিত গ্ৰন্থত পৰিণত হ'লহেঁতেন।

পৃথিৱীৰ সকলো সাহিত্যতে শোক কবিতাৰ এটি সুকীয়া স্থান আৰু বৈশিষ্ট্য আছে। পৰিয়ালৰ কোনো আপোনজন মন্তৰঙ্গ বন্ধু নাইবা কোনো প্ৰখ্যাত ব্যক্তিৰ মৃত্যুক লৈ কবিয়ে শোক কবিতা ৰচনা কৰে। আদিতে এই শোক কবিতাৰ সুৰ আছিল নিতান্ত ব্যক্তিগত কিন্তু পিছলৈ ই সমগ্ৰ মানৱ জীৱনৰ গভীৰ সমস্যা বাজি সামৰি লৈ বিশ্বজনীন স্তৰলৈ উন্নীত হয়। শোক কবিতাৰ স্বৰূপ নিৰ্ণয় কৰি এজন সমালোচক পণ্ডিতে লিখিছে Often too the philosophic and speculative elements become predominant in it sometimes even to the total sub ordination of the purely personal interest the poet brooding upon his subject being moved to meditations over questions immediately raised by it or the deepest problems of life and destiny as in Shelleys Adonais and Brownings La Saisiaz [১] এই মতে বিচাৰ কৰিলে মিল্টনৰ Lycidas মেথিউ আৰ্ণল্ডৰ Rugby Chapel আৰু Thyrsis টেনীছনৰ In Memoriam আৰু গ্ৰেৰ Elegy in a Country Churyard— শোক কবিতাৰ কেইটিমান উৎকৃষ্ট নিদৰ্শন।

ওপৰত উদ্ধৃত মন্তব্যৰ আধাৰত আমি বৰবৰুৱাৰ শোক কবিতা কেইটি বিচাৰ কৰি চাব খুজিছো।

পৃথিৱীৰ যি সকলে মাতৃ ভগ্নী ভ্ৰাতৃ আৰু পুত্ৰ হেৰুৱাই জীৱনত জ্বলা কলা হৈছে সেই সকলৰ হাতত কবিয়ে শোক কবিতা কেইটি অৰ্পণ কৰিছে।

॥ ভনীটি ॥ ভনীটি নামৰ শোক কবিতাটিত কবয়ে তেওঁৰ ভগ্নী ৰত্নদাৰ ৯ ৩ শ্ৰীগাব্দত হোৱা অকাল বিয়োগত পোৱা বেদনা প্ৰকাশ কৰিছে। ৰত্নদাৰ লগত থকা মধুৰ সম্পৰ্কৰ পবিত্ৰ সোঁৱৰণী কৰি কবিয়ে প্ৰশ্ন কৰিছে—ৰত্নদা ক'লৈ গ'ল? কবিয়ে মৃত্যুৰাজ্যৰ এখনি কল্প চিত্ৰ দাঙি ধৰি কৈছে যে এই ৰাজ্যত সাংসাৰিক জীৱনৰ জৰা ব্যাধি শোকৰ বাবে স্থান নাই। মানৱৰ চকুৱে আৰু বিননিয়ে মৃত্যুৰাজ্যৰ সীমা অতিক্ৰম কৰিব নোৱাৰে। সেয়ে কবিয়ে ৰত্নদাক প্ৰশ্ন কৰিছে

> কি দেশত ৰদে নেকি ফুল মুঞ্জৰায়?
>
> সদায় বসন্ত তাত জাৰনেকি নাই?

১ William Henry Hudson An Introduction to the Study of Literature P 101

কুল কুল কৰি নই
তাত কি ধীৰেৰে বয় ?
ডকা ঢউ ধলনীৰ পানী তাত নাই ?
পাৰৰ ফুলনি তাত নিনিয়ে উটাই ?"

ৰত্নলা যি থন দেশলৈ গ লগৈ তাত চিৰ শান্তি বিৰাজ কৰিছে আৰু মৃত্যুৰাজ যমৰ ধ্বংসলীলা তাত সংঘটিত নহয়

কালৰ কৰাল মূৰ্ত্তি নাই সি ৰাজত
নপৰে কি কোনো তাত ৰোগৰ মুখত ?
সি দেশ সুখৰ ঠাই
চিৰ শান্তি তাত পায়
কালেকি নিচিজে তাত দোল মৰমৰ ?
কৃতান্তে নহৰে তাত লাহৰী প্ৰাণৰ ?

চিৰ শান্তিময় ৰাজ্যত বাস কৰা ভনীটিৰ কাষ পাবলৈ কবি প্ৰাণ হাঁহাকাৰ কৰি উঠিছে। কিন্তু মানৱৰ ভাগ্যত ইচ্ছা মৃত্যু নাই। কবিতাটিৰ তলৰ শাৰীকেইটি কবি অন্তৰৰ গভীৰতম বেদনাৰ পৰিচায়ক

কত যে হেপাহ কৰি
নশ্বৰ জীৱন এৰি
যাব খোজো সি ৰাজত গইছা য লই—
সংসাৰৰ মায়া মোহ সংসাৰতে থই॥
কিন্তু আহা ! সোণকণি !
জানিছা নিজেই তুমি
মানৱৰ মৃত্যু থাকে কালৰ হাতত।
ইচ্ছা মৃত্যু মানৱৰ নাই জগতত।

।**ভাইটি**। ১৯০৬ খ্ৰীষ্টাব্দত কবিৰ কনিষ্ঠ ভ্ৰাতৃ সুৰেশ্বৰৰ মৃত্যুত এই শোক কবিতাটি ৰচিত হয়। কবি অন্তৰৰ ভ্ৰাতৃ শোকৰ বেদনাই কবিতাটিত তোলপাৰ লগাইছে। এই কবিতাটিতো কবিয়ে এটি গভীৰ দাৰ্শনিক তত্ত্বত উপনীত হবলৈ সচেষ্ট হৈছে। মানৱ অন্তৰৰ প্ৰেম প্ৰীতি মানৱাত্মাৰ লগত সাজোৰ খাই আছে। গতিকে মানৱ দেহাৰ অৱসান ঘটিলেই মানৱৰ প্ৰেম প্ৰীতিৰ অৱসান নঘটে। কবিয়ে সেয়েহে অনন্ত প্ৰেমেৰে বিভিন্ন মানৱাত্মাৰ মাজত যোগ সূত্ৰ স্থাপন কৰিব খুজিছে

নহয় নহয় সোণ !
ভাই ভনীটিৰ প্ৰেম
দেহা সতে সংসাৰত বিনাশ নহয়।

সংসাৰৰ ভাল পোৱা
আত্মাৰ লগত গঁথা
আত্মা স'তে থাকে প্ৰেম আত্মা প্ৰেমময় ॥

॥ আইতা ॥ বৰবৰুৱাই মাতৃদেৱীৰ বিয়োগত এই শোক কবিতাটি ৰচনা কৰে। মাতৃদেৱীৰ অসীম যত্ন আৰু সাহসৰ বলতে কবিয়ে বাল্যকালৰ দৰিদ্ৰতাৰ সমস্ত বাধাবিঘিনি অতিক্ৰম কৰিবলৈ সক্ষম হৈছিল। জন্মদাত্ৰী মাতৃদেৱীৰ বিয়োগত যেন কবিৰ সৰ্ব্ব সত্তা কঁপি উঠিছে। কিন্তু কবিয়ে এটি সিদ্ধান্তত উপনীত হৈছে —সাংসাৰিক জীৱন কেৱল মায়া। সেয়ে তেওঁৰ মাতৃদেৱীৰ আত্মাক পুনৰ্জ্জন্ম লৈ সংসাৰলৈ ঘূৰি নাহিবলৈ খাটনি ধৰিছে

এনুৱা সংসাৰ
সংসাৰৰ ভোগ
সংসাৰ ভেলেকী বাজী।
সংসাৰৰ আশা
আকাশ কুসুম
ফৰে বালি ঘৰ সাজি।
যিটোকে পাতিবা
সিটেই ভাগিব —
পৃথিৱী মনেৰে খনা।
বিষম সংসাৰ
বিষম মূৰ্ত্তি
উগাৰে বিহৰ কণা ॥
এনে সংসাৰত
আৰু যেন আই
আহিব নালাগে ঘূৰি
যত দিন জীম
ইয়াকে ভাবিম
প্ৰভুৰ পাৱত ধৰি।

॥ প্ৰাণৰ জিতেন ॥ গুচ্ছটিৰ সৰাতোকৈ মৰ্ম্মস্পৰ্শী শোক কবিতাটি হ'ল— প্ৰাণৰ জিতেন। ৯১ খ্ৰীষ্টাব্দত কবিৰ দ্বিতীয় পুত্ৰ জিতেনৰ আকাস্মিক মৃত্যুত এই শোক কবিতাটিৰ জন্ম হয়। এই মৃত্যু ঘটনাৰ উল্লেখ কৰি কবিয়ে লিখিছে "কুইনাইনৰ পিল এচিছা আনি ৰাখিছিলে। তাৰে কেইটামান কেনেবাকৈ পাই জিতেনে খালে তাক আৰু কোনো ৰকমেই জীয়াই ৰাখিব নোৱাৰিলে।।

এই শোক কবিতাটি ইতিমধ্যে অতি জনপ্ৰিয় হৈ অসমীয়া সাহিত্যৰ বুৰঞ্জীত যথোপযুক্ত স্থান লাভ কৰিছে। ডিম্বেশ্বৰ নেওগে কৰা এটি মন্তব্য এই সন্দৰ্ভত প্ৰণিধান যোগ্য Indeed some of his lyrics as Pranar Jiten ( Jiten dearer than life ) an elegy on the death of his second son are almost unparalleled in modern Assamese literature but they are too long to be quoted [8]

বৰবৰুৱাৰ শোক কবিতাখিনিৰ ভিতৰত প্ৰাণৰ জিতেন – প্ৰকাশভঙ্গীৰ সৰলতা আৰু ভাৱৰ স্বতস্ফূৰ্ত্ত মূৰ্চ্ছনাৰ ফালৰ পৰা – সৰ্ব্বশ্ৰেষ্ঠ বুলি গণ্য কৰিব পাৰি। এই কবিতাটি বহুজনৰে কণ্ঠস্থ বস্তু। কবিতাটিৰ আৰম্ভণিত বৰবৰুৱাই ইংৰাজ কবি বায়ৰণৰ আঠ শাৰী শোক কবিতাৰ উদ্ধৃতি দিছে। এখনি ফুলনি বাগিচাৰ এটি অতীৱ মনোৰম উপমাৰে কবিতাটি আৰম্ভ হৈছে

ফুলনিৰ মোৰ
গোলাপ জুপিত
ধৰিলি চাৰিটি কলি
চাৰিটিৰে এটি
কিয় নো জিতেন।
থিতাতে সৰিলি গলি।

কিয় ধৰিছিল
গোলাপৰ কলি !
নাপালি ফুলিব দেহি
অকালতে গলি
ঢোপাতে শুকালি
থিতাতে পৰিলি খহি।

প্ৰাণৰ জিতেনৰ মিঠা মাত পবিত্ৰ হাঁহি মৰমলগা আচৰণ আৰু হৃদয়গ্ৰাহী সংস্পৰ্শৰ কথা কবিয়ে নীৰৱে সুঁৱৰিছে। তেওঁৰ প্ৰাণৰ জিতেন কাল চক্ৰৰ পৰা মুক্তি লাভ কৰি সাংসাৰিক জীৱনৰ ত্যক্ততাৰ চকুলো মুটুকাকৈ ইহ জগত এৰি গুচি গৈছে। সৰগৰ আত্মা সৰগলৈ গুচি গল—যি সৰগত বৈ আছে—অনন্ত শান্তিৰ নিজৰা। তলৰ মনোগ্ৰাহী শাৰীকেইটিৰ মাজেদি কবিৰ অন্তৰৰ গভীৰ বেদনাৰ অপূৰ্ব্ব মূৰ্চ্ছনা

8। Dimbeswar Neog New Light On History of Asamiya Literature P 430

এটি বিশ্বজনীন সুৰলৈ ৰূপান্তৰিত হৈছে —

এই ধৰণি স সাৰ
অশান্তিৰ ঠাই
ভালে ভালে সোণকণি
সবগৰ জীৱ
পাতাল পৃথ্বী স্বৰ্গ
অনন্ত সুখৰ খনি॥
দেৱ কন্যা সবে
নিতে কোলা লৱ
অতি যে সাদৰ কৰে
শুৱৰ বেলিকা
কাষত শুৱাব
দিয়ত সাৰটি ধৰি॥
কান্দিব বুজিলে
নিচুকাব তাত
আছে জগতৰ আই
ভোকৰ বেলিকা
অন্নদা খুৱাব
দুখ কোনটিতে নাই।

সবগৰ অনন্ত শান্তিৰ উপলব্ধিৰ অন্তৰত সান্ত্বনা বিভিবৰ প্ৰযাস কৰিলেও কবি সাংসাৰিক মানৱৰ সীমিত চেতনা আৰু দুৰ্বলতাৰ পৰা মুক্ত হব পৰা নাই। সেয়ে সপোনতে জিতেনৰ মুখখনি এবাৰ চাই এটি চুমা খাই একোলা লবৰ বাবে পিতৃ হৃদয় ব্যাকুল হৈ পৰিছে

স্বপ্নতে একোলা
লম সোণকণি।
স্বপ্নতে এচুমা খাম।
এখন্তেক জানো
শান্ত হয় সোণ
বাপেকী মাকৰ প্ৰাণ।

কবিৰ বেদনাসিক্ত হিয়াত কেতিয়াবা অসৎ চিন্তাৰো উদয় হৈছে। জিতেন হয়তো তেওঁৰ কোনোবা জনমৰ শত্ৰুক আছিল। সেয়ে পুত্ৰ হিচাবে জনম লৈ তেওঁক আঘাত কৰি জিতেন গুচি গল। মানৱীয় দুৰ্বলতাই জন্ম দিয়া এনে অসৎ চিন্তাৰ শীঘ্ৰে উপশম ঘটিছে আৰু প্ৰেম প্ৰীতিৰ অনন্ত চিন্তাই সেই ঠাই দখল কৰিছে। শেষৰ

ফালে কবিতাটি মানৱীয় ভাৱ চিন্তাৰ মাজেদি এটি প্ৰাৰ্থনা সঙ্গীত যেন হৈ পৰিছে

জানো মাথো। আমি
জগতৰ পিতা।
মূল সকলোৰে তুমি।
স্ৰজোতা মাৰে।তা
দিওঁতা নিওঁতা
পালোতা সকলো প্ৰাণী।
সকলোৰে আদি
অনাদি কাৰণ
তোমাৰ বিভূতি ভৱ
তোমাৰ ঐশ্বৰ্য্য
তিনিও ত্ৰৈলোক্য
তোমাৰে সকলো জীৱ॥

॥ **প্ৰিয়তমা** ॥ প্ৰিয়তমা এই গুচ্ছৰ শেষ কবিতা। ৯১২ খ্ৰীষ্টাব্দত প্ৰিয়তমা পত্নীৰ অকাল বিয়োগত কবিৰ অন্তৰ চূৰ্ণীকৃত হয় আৰু এই বেদনাৰ কাব্য ৰূপ অতি করুণ ৰসাসিক্ত। এই শোক কবিতাটিৰ লগত আগতে আলোচনা কৰি অহা শোক কবিতা কেইটিৰ এটি মূলগত প্ৰভেদ আছে। অন্যান্য শোক কবিতাকেইটিত মানৱ জীৱন আৰু জগত সম্পৰ্কে কবি সচেতন। কিন্তু এই কবিতাটিত কবিৰ আত্মা যেন নিঃশেষ হৈ গৈছে আৰু তেওঁৰ কাব্য বীণাৰ তাৰ যেন চিৰকালৰ বাবে ছিঙি গৈছে। ইংৰাজ কবি আলফ্ৰেদ লৰ্ড টেনীছনৰ শোক কবিতাৰ কেইশাৰীমান কবিতাটিৰ পাতনিত উদ্ধৃত কৰা হৈছে। পত্নীহাৰা কবিৰ সমস্ত সত্তা যেন কম্পিত হৈ উঠিছে

আৰু কি বাজিব
লাহৰী বীণাত
প্ৰাণৰ অমিয়া সুৰ?
বাজিব খোজে।তে
ছিগিলে যে তাঁৰ—
আৰু কি লাগিব জোৰ?

হায়।—
যি অমূল্য ধন
হেৰাল হাতে
হিতেশে আৰু কি পাব?

হিতেশ্বৰ প্ৰাণ
হিতেশ্বৰ মন
আৰু কি আগৰ হৰ ?
আকনে হিতেশে
হাঁহিৰ মিচিকি
প্ৰাণৰ অমিয়া হাঁহি
বাজিবনে ধীৰে
আৰু হিতেশ্বৰ
প্ৰাণত মধুৰ বাঁহী ?

কবিয়ে চকুলো মুটুকিবলৈ সিদ্ধান্ত কৰিছে কিয়নো আত্মা অবিনশ্বৰ তেওঁৰ আত্মাৰ পত্নীৰ আত্মাৰ সতে অনন্ত মিলন অৱশ্যম্ভাৱী। সংসাৰত যি মিলনৰ তাঁৰ ছিগি থাকিল সি স্বৰ্গত পুনৰ অনন্ত মিলনৰ তাঁৰ হৈ অনন্ত সুৰৰ ঝঙ্কাৰ তুলিব। মানৱ জীৱনৰ প্ৰেম প্ৰীতি আশা আকাঙ্ক্ষা আত্মাৰ বস্তু সেয়ে দৈহিক অৱলুপ্তিয়ে আত্মাৰ এই বস্তুবিলাকৰ বিনাশ সূচায়

ভগা বীণাধ্বনি
পুনু জোৰা খাব—
উঠিব মধুৰ সুৰ।
প্ৰাণৰ সঙ্গীত
প্ৰাণত মিলিব
অশান্তি কৰিব দূৰ।
—মিছা কথা প্ৰিয়ে।
মানৱৰ লীলা —
( আকাঙ্ক্ষা তোমাৰ মোৰ ! )
নহয় নিশ্চয়
সংসাৰতে শেষ —
নপৰে হয়াতে ওৰ।

সম্ভপুৰ হাস্যধাওৰ সামৰণিত কবিয়ে ভগবানৰ ওচৰত হিয়াৰ প্ৰাণপাত জনাইছে। এই সামৰণিৰ উৰ্দ্ধত কবি টেনীছনৰ এটি প্ৰখ্যাত কবিতাৰ কেইশাৰীমান তুলি দিয়া হৈছে। মানৱ জীৱনৰ অজ্ঞানতাৰ বাবে কবিয়ে ভগৱানৰ ওচৰত ক্ষমা প্ৰাৰ্থনা কৰিছে। এই অজ্ঞানতাৰ বাবেই তেওঁ সৃষ্টিকৰ্ত্তাৰ ৰহস্যৰ উৱাদিহ পোৱা নাই তদুপৰি মানৱীয় দুৰ্ব্বলতা হেতু তেওঁ কৰা অসংখ্য ভুল ভ্ৰান্তিৰ কথাও জানিব পৰা নাই। সেয়ে তেওঁ

সম্পূৰ্ণভাৱে ঈশ্বৰৰ ইচ্ছাৰ ওপৰত আত্ম নিবেদন কৰিছে আৰু এটি বিমল অতীন্দ্ৰিয় আশাৰে কবিতা গুচ্ছৰ সামৰণি মাৰিছে

প্ৰভু! মোক ক্ষমা কৰা
অজ্ঞান এন্ধাৰ হৰা।
অন্তৰত দিয়া জ্ঞান
পবিত্ৰ নিৰ্ম্মল
মানৱ জনম মোৰ
নকৰা বিফল।

লৰ্ড টেনীছনৰ শোক কাব্য In Memoriam —এহাতে নিতান্ত ব্যক্তিগত দুখৰ শোক গাঁথা আৰু আনহাতে কবিৰ আধ্যাত্মিক আত্ম জীৱনী। ইংৰাজী সাহিত্যৰ বুৰঞ্জীত In Memoriam ৰ ওপৰত কৰা এটি মন্তব্য বৰবৰুৱাৰ সন্তপ্তৰ [illegible] সমানেই প্ৰযোজ্য

Sorrow in varying degrees of poignancy serves the poet as the inspiration of some of the loveliest pictures in In Memoriam Here is the mood of the mourner after the first sharp agonies have passed away and calm resignation has stolen over his senses [৫]

কবি বৰবৰুৱাৰ সন্তপ্তৰ সামৰণিত লৰ্ড টেনীছনৰ কাব্যৰ পৰা দিয়া উদ্ধৃতিয়ে এই কথা প্ৰমাণ কৰে যে টেনীছনৰ দৰে বৰবৰুৱায়ো বিয়োগ বেদনাৰ প্ৰথম জ্বালা অতিক্ৰম কৰি এক সৌম্য আধ্যাত্মিক মুক্তি লাভ কৰিবলৈ সক্ষম হৈছিল।

---

৫। Arthur Compton Rickett A History of English Literature P 413

## ॥ সামৰণি মন্তব্য ॥

হিতেশ্বৰ বৰবৰুৱাৰ গদ্য সাহিত্য
হিতেশ্বৰ বৰবৰুৱাৰ মানৱতাবোধ

### ১॥ হিতেশ্বৰ বৰবৰুৱাৰ গদ্য-সাহিত্য :

**মালিতা** ॥ কবি হিতেশ্বৰ বৰবৰুৱাৰ গদ্য সাহিত্যৰ আলচ এই গ্ৰন্থৰ বিষয় বস্তু নহয়। সামৰণিত মাত্ৰ এটি চমু আভাস দি আমাৰ মন্তব্য দাঙি ধৰা হৈছে। বৰবৰুৱাৰ একমাত্ৰ উপন্যাস মালিতা ১৯১৪ খ্ৰীষ্টাব্দত প্ৰকাশিত হয় যদিও ইয়াৰ ৰচনাকাল ১৯০৩ খ্ৰীষ্টাব্দ। উপন্যাসখনিৰ নাম কৰণ পৃষ্ঠাত ইয়াক A Tragedy of the Ahom Kacharee War (আহোম কছাৰী ৰণৰ এক শোকাবহ ঘটনা) বুলি উল্লেখ কৰা হৈছে। পাতনিত কবিয়ে লিখিছে প্ৰকৃতিৰ লীলাভূমি আমালোকৰ আসাম জননী অসংখ্য এতিহাসিক উপাদানেৰে পৰিপূৰ্ণ। তাৰে এটি সামান্য ঐতিহাসিক ঘটনাৰ ছাঁয়া লৈ এই ক্ষুদ্ৰ উপন্যসখনি লিখা হল। বিষয় বস্তুৰ উপস্থাপন কাহিনী কথনৰ কৌশল আৰু বৰ্ণনা ক্ষমতালৈ লক্ষ্য কৰিলে দেখা যায় যে উপন্যাস ৰচনাত বৰবৰুৱাৰ আশানুৰূপীয়া প্ৰচেষ্টাৰ অভাৱ। উপন্যাসৰ নায়িকা মালিতা আৰু নায়ক অভয়ৰামৰ মাজৰ অমৰ প্ৰেমৰ কাহিনীচিত্ৰ দাঙি ধৰোতে কবিয়ে উপন্যাসৰ বাট এৰি অবাটে গৈছে। কাব্য ৰচনাত সিদ্ধহস্ত বৰবৰুৱাই ইচ্ছা কৰা হলে এই কাহিনীৰ ওপৰতো এখনি মনোৰম কাব্য ৰচনা কৰিব পাৰিলে হঁতেন। উপযুক্ত উপন্যাস কলাৰ অভাৱত মালিতাৰ গতিধাৰা ব্যাহত হৈ প্ৰায় বুৰঞ্জী পাঠ যেন হৈ পৰিছে। উদাহৰণ স্বৰূপে উপন্যাসখনিৰ মুঠ এঘাৰটা অধ্যায়ৰ ভিতৰৰ দ্বিতীয় তৃতীয় পঞ্চম সপ্তম আৰু অষ্টম অধ্যায়ত অতীৱ প্ৰণয়মধুৰ কাহিনী এটি বুৰঞ্জীৰ তথ্যেৰে ভাৰাক্ৰান্ত কৰি তোলা হৈছে। সৰহ কি পঞ্চম অধ্যায়টি অসম বুৰঞ্জীৰ কেইখিলামান পাত বুলি কলেও বঢ়াই কোৱা নহয়।

মালিতাৰ চৰিত্ৰ চিত্ৰণ আৰু ভাৱাদৰ্শত মহাকবি শেক্সপীয়েৰৰ প্ৰভাৱ অনস্বীকাৰ্য। কমতাপুৰ ধ্বংস কাব্যৰ পৰ্য্যালোচনাত ইতিপূৰ্ব্বে উল্লেখ কৰি অহা হৈছে যে শেক্সপীয়েৰৰ গভীৰ জীৱনবোধ আৰু নাট্যকলাই বৰবৰুৱাক বিশেষভাৱে প্ৰভাৱান্বিত কৰে। দেখা যায় 'মালিতাৰ কেইবাটাও দৃশ্য শেক্সপীয়েৰৰ নাটক ৰোমিও এণ্ড জুলীয়েটৰ দৃশ্য বিশেষৰ অনুৰূপ। উল্লেখযোগ্য কথা যে মালিতাৰ তৃতীয় অধ্যায়ৰ শীৰ্ষত এই নাটকৰ তৃতীয় অঙ্কৰ দ্বিতীয় দৃশ্যৰ পৰা আৰু চতুৰ্থ অধ্যায়ৰ শীৰ্ষত এই নাটকৰ তৃতীয় অঙ্কৰ পঞ্চম দৃশ্যৰ পৰা উদ্ধৃতি দিয়া হৈছে।

আহোমৰ দিন ॥ কবি হিতেশ্বৰ বৰবৰুৱাই অসম বুৰঞ্জীৰ সমল লৈ এখানি কাব্য আৰু এখনি উপন্যাস ৰচনা কৰি স্বদেশৰ বুৰঞ্জীৰ প্ৰতি থকা তেওঁৰ গভীৰ প্ৰীতিৰ পৰিচয় দিয়ে। এই প্ৰীতিয়েই কবিক এক বিস্তৃত বুৰঞ্জী গৱেষণা কাৰ্য্যলৈ ঠেলি দিয়ে আৰু প্ৰায় এটা যুগৰ অক্লান্ত পৰিশ্ৰমৰ ফলত তেওঁ আহোমৰ দিন নামৰ এখনি বিৰাট অসম বুৰঞ্জী যুগুত কৰি উলিয়ায়। কবিৰ নিজা ভাষাতে গ্ৰন্থখনিৰ প্ৰস্তুতিৰ এটি আভাস পোৱা যায় After a continuous and strenuous effort of a considerably long period extending over ten years or more I have been able to complete this – Ahomar Din or the History of Assam under the Ahoms । তথ্যগধুৰ এই বুৰঞ্জীখনি জীৱনকালত প্ৰকাশ কৰাৰ আনন্দকণৰ পৰাহে কবি বঞ্চিত হৈ ৰল।

প্ৰাসঙ্গিকভাৱে উল্লেখযোগ্য কথা যে—জীৱন কালত কবি বৰবৰুৱাই কবি আৰু বুৰঞ্জীবিদ হিচাবে সমানে সৰ্ব্বজনৰ সমাদৰ লাভ কৰিবলৈ সক্ষম হয়। বৰবৰুৱাৰ কবিমানসৰ অন্তৰালত আছে অসম বুৰঞ্জীৰ গভীৰ জ্ঞান আৰু বুৰঞ্জীসুলভ ব্যক্তিত্ব। সেয়েহে বৰবৰুৱাক স্বাভাৱিকতে কবি বুৰঞ্জীবিদ বুলি অভিহিত কৰা হয়। ১৯২৫ খ্ৰীষ্টাব্দত নগাওঁত বহা অসম সাহিত্য সভাৰ প্ৰথম বুৰঞ্জী সম্মিলনৰ সভাপতিৰ আসন অলঙ্কৃত কৰি বৰবৰুৱাই আগবঢ়োৱা ভাষণত এই দুটি বস্তুৰ (বুৰঞ্জীৰ গভীৰ জ্ঞান আৰু বুৰঞ্জীসুলভ ব্যক্তিত্ব) স্পষ্ট আভাস পোৱা যায়। বুৰঞ্জীৰ তথ্যানুসন্ধানকাৰীসকলৰ বাবে বৰবৰুৱা আছিল এক বিশ্বকোষ। মৃত্যুৰ আগমুহূৰ্ত্তলৈ বৰবৰুৱাই এই প্ৰক্ৰিয়া অব্যাহত ৰাখে।

## ২॥ হিতেশ্বৰ বৰবৰুৱাৰ মানৱতাবোধ ।

অসমীয়াত কাব্য আৰু ছনেট ৰচনা কৰিবলৈ বৰবৰুৱাৰ দৃঢ়তাৰ কথা গ্ৰন্থৰ আৰম্ভণিতে উল্লেখ কৰা হৈছে। এই দৃঢ়তাই বৰবৰুৱাক কাব্যৰ এই দুই বিশেষ ধাৰাত সৰ্ব্বশ্ৰেষ্ঠ আসনৰ অধিকাৰী কৰি তোলে। গভীৰ স্বদেশ প্ৰীতিৰ দ্বাৰা অনুপ্ৰাণিত হৈ কবিয়ে সাহিত্যিক কাব্যৰ বাবে সমল বিচাৰি লয়—অসম বুৰঞ্জীৰ গৌৰৱময় অতীত কাহিনীৰ মাজৰ পৰা। অসম বুৰঞ্জীৰ সমলৰ ওপৰত ভিত্তি কৰিলেও বৰবৰুৱাৰ কাব্যাদৰ্শ আৰু জীৱন দৰ্শন আঞ্চলিকতাৰ পৰিসীমাৰ উৰ্দ্ধলৈ উঠে আৰু বিশ্বমানৱৰ চিৰন্তন ভাৱ অনুভূতিৰ লগত যোগসূত্ৰ স্থাপন কৰে। সকলো মানৱীয় পৰিস্থিতিতে দৈৱৰ নিৰ্ব্বন্ধ বৰবৰুৱাৰ কাব্য আৰু ছনেটৰ মাজেদি পৰিস্ফুট হয়। এক গভীৰ মানৱতাবোধ বৰবৰুৱাৰ কবিমানসৰ অন্তৰবৰ্ত্তী ফল বুলি আখ্যা দিব পাৰি। স্মৰণযোগ্য কথা যে এই মানৱতাবোধ ভাৰতীয় দাৰ্শনিক ঐতিহ্যৰ বেষ্টিত গঢ় লৈ উঠিছে। উদাহৰণ স্বৰূপে ইংৰাজ কবি শেক্সপীয়েৰ আৰু বঙলা কবি মধুসূদনৰ সাহিত্য কৰ্ম্মৰ দ্বাৰা প্ৰভাৱান্বিত

